# অসমীয়া ভাষা আৰু সংস্কৃতি

বিৰিঞ্চিকুমাৰ বৰুৱা

পৰিবৰ্দ্ধিত সংস্কৰণ

লয়াৰ্চ বুক ষ্টল
গুৱাহাটী • অসম

প্ৰকাশক ঃ
শ্ৰীবিচিত্ৰনাৰায়ণ দত্ত বৰুৱা প্ৰতিষ্ঠিত
লয়াৰ্ছ বুক ষ্টল
গুৱাহাটী-১, অসম

প্ৰথম প্ৰকাশ
শংকৰদেৱৰ তিথি,
ভাদ ১৯৫৭
পৰিবৰ্দ্ধিত সংস্কৰণ
আহাৰ, ১৯৬৩
পুনৰ মুদ্ৰণ
আহিন ১৩৭২
পুনৰ মুদ্ৰণ
শাওন, ১৩৭৮

মূল্য ঃ ৯ টকা

মুদ্ৰক ঃ
শ্ৰীকালীচৰণ পাল
নৱজীৱন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

# প্ৰকাশকৰ কথা

অসমীয়া ভাষা সাহিত্য সংস্কৃতি বিষয়ক ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাৰ প্ৰবন্ধ আৱাহন, বৰদৈচিলা, ৰামধেনু, অসম সাহিত্য-সভা পত্ৰিকা, নতুন অসমীয়া আদি কাকতত সিচঁৰতি হৈ আছে। সেইবোৰৰে কেইটিমান বুটলি আনি অসমীয়া ভাষা আৰু সংস্কৃতি পুথি সংকলন কৰা হ'ল।

বিভিন্ন সময়ত আৰু বেলেগ বেলেগ পত্ৰিকাত প্ৰকাশ হোৱাৰ হেতু কোনো কোনো প্ৰবন্ধত পুনৰাবৃত্তি দোষ ঘটিছে। সময়ৰ নাটনিতে শ্ৰীবৰুৱাদেৱে নিজে প্ৰবন্ধবোৰ সংশোধন আৰু সম্পাদন কৰিব নোৱাৰিলে। আৰ্হি-কাকতো অনুগ্ৰহ কৰি ডক্টৰ মহেশ্বৰ নেওগদেৱে আৰু অধ্যাপক শ্ৰীপ্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্যদেৱেহে চাই দিছে। এই সুধী দুজনলৈ আমাৰ শলাগ আগবঢ়ালোঁ।

ইতি—

বিচিত্ৰনাৰায়ণ দত্ত বৰুৱা

গুৱাহাটী
ভাদ, ১৯৫৭

## দ্বিতীয় সংস্কৰণ

এই সংস্কৰণত কিছু নতুন কথা যোগ দিয়া হ'ল।

গুৱাহাটী
আহাৰ, ১৯৬৩

প্ৰকাশক

## সূচীপত্র

## প্ৰথম ভাগ

# অসমীয়া ভাষা

# দ্বিতীয় ভাগ

# অসমীয়া সংস্কৃতি

# অসমীয়া ভাষা আৰু সংস্কৃতি

## প্ৰথম ভাগ

## ১। ভাষা শব্দৰ অৰ্থ

ভাষা শব্দ ভালেমান অৰ্থত ব্যৱহাৰ হয়। সাধাৰণভাৱে ভাষা শব্দই মানুহ মাত্ৰৰে ভাষাক বুজায়। যি চেষ্টা বা কাৰ্য্যৰ দ্বাৰা মানুহে নিজৰ উচ্চাৰণোপযোগী শৰীৰাৱয়ৱৰপৰা উচ্চাৰণ কৰি, বৰ্ণাত্মক বা ব্যক্ত শব্দৰ দ্বাৰা নিজৰ ভাব প্ৰকাশ কৰে, তাকে ভাষা বোলে। এই সংজ্ঞা মানিলে মানুহৰ অঙ্গী-ভঙ্গী বা সঙ্কেতৰ ভাষাক ভাষা বুলিব নোৱাৰি।

ভাষা শব্দই আকৌ কোনো দেশ, প্ৰদেশ বা জাতিৰ মানুহৰ কথিত ভাষা, যেনে—হিন্দী, অসমীয়া, বঙ্গলা, উড়ীয়া, চীনা, তিব্বতী আদিকো বুজায়। এনে একোটা ভাষাৰ মাজতো আকৌ প্ৰভেদ থাকে। উজনি অসমৰ কথিত ভাষা আৰু নামনি অসমৰ কথিত ভাষা নামত একে অসমীয়া ভাষা হলেও, তাৰ মাজত প্ৰভেদ পৰিলক্ষিত।

কোনো জাতি বা দেশৰ ভাষাৰ কোনো সামান্য লক্ষণলৈ লক্ষ্য ৰাখি কেতিয়াবা ভাষাৰ একোটা ডাঙৰ বিভাগ কৰা হয়। এনে শ্ৰেণীসমূহৰ মাজত প্ৰভেদ বিস্তৰ। এইদৰে আধুনিক ভাৰতীয় আৰ্য্য ভাষাসমূহ কোনো কোনো পণ্ডিতে অন্তৰ্বৃত্ত, বহিৰ্বৃত্ত আদি ভাগত ভগাইছে। এই একোটা শ্ৰেণীতে বহুতো ভাষা সোমাইছে। এই শ্ৰেণীবোৰকো ভাষাবিদ্ পণ্ডিতসকলে ভাষা বোলে।

ভাষাৰ স্থানীয় আৰু প্ৰাদেশিক ভেদৰ উপৰিও একে ঠাইৰ মানুহৰ একে ভাষাৰ মাজতে সম্প্ৰদায়, ধৰ্ম্ম, ব্যৱসায় আদিৰ বাবেও ভাষাৰ পাৰ্থক্য হয়। এনে বিশেষ ভাষাকো ভাষা বোলা হয়। একে ঠাইতে থকা ব্ৰাহ্মণ, কায়স্থ,

সত্ৰীয়া গোসাঁই-ভকত, মুছলমান, আদিৰ ভাষাৰ তাৰতম্য থাকে। মতা মানুহৰ লগত তিৰোতাৰ ভাষাৰো প্ৰভেদ দেখা যায়। কেতিয়াবা ভাষাগত প্ৰভেদ স্পষ্ট হৈ নুঠিলেও কোৱাৰ ধৰণ, উচ্চাৰণ, লয়, শব্দাৱলী আদিৰ পাৰ্থক্য সহজে ধৰিব পাৰি।

বেলেগ মানুহৰ নিজৰ ব্যক্তিত্বৰ বৈশিষ্ট্যও তেওঁ কোৱা ভাষাত ধৰা পৰে। এনে ব্যক্তিগত বৈশিষ্ট্যসম্পন্ন ভাষাকো 'ভাষা' নাম দিয়া হয়। ব্যক্তিত্বসম্পন্ন মনীষীসকলৰ চিন্তাৰ দ্বাৰা সামাজিক পৰিস্থিতি আদিয়ে ভাষাত ব্যক্তিত্বৰ সাঁচ বহুৱায়। এনে ব্যক্তিৰ শব্দভাণ্ডাৰতো আপোন বৈশিষ্ট্য ধৰা পৰে। আকৌ কিছুমান শব্দৰ অৰ্থভেদো হয়। মহাত্মা গান্ধীৰ 'স্বৰাজ', 'ধৰ্ম্ম', 'অহিংসা, 'সত্যাগ্ৰহী' আদি শব্দত বিশাল চিন্তাপ্ৰৱাহ বৈ আছে।

কোনো কোনোৱে ভাষাক কথিত আৰু সাহিত্যৰ ভাষা, এই দুই ভাগত ভাগ কৰে। শিক্ষিত সমাজৰ কিতাপ-কাকতত, ৰাজকীয় আৰু ধৰ্ম্ম বিষয়ত যি ভাষা প্ৰচলিত তাক সাহিত্যিক ভাষা বুলিব পাৰি। ইয়াৰ নিয়ম ব্যাকৰণৰ সুত্ৰেৰে গঁথা। কথিত ভাষাক বোৱঁতী সুঁতিৰ লগত তুলনা কৰিব পাৰি, আৰু সাহিত্যিক ভাষাক সি ছুই যোৱা সৰোবৰ বুলিব পাৰি। সৰ্ব্বসাধাৰণৰ কথিত ভাষাই সাহিত্যিক ভাষাক সহায় কৰে আৰু সাহিত্যিক ভাষায়ো যে কথিত ভাষাৰ গতি বহুদূৰ নিয়ন্ত্ৰণ কৰে সিও সঁচা। তথাপি ভাষা-বৈজ্ঞানিকৰ সুক্ষ্ম দৃষ্টিত কথিত ভাষাৰ মূল্য অধিক।

সাহিত্যিক ভাষা-সৰোবৰৰ মলি দূৰ কৰি পৰিপুষ্ট কৰিবলৈ কথিত ভাষাৰ বোৱঁতী সুঁতিৰ ধাৰ একোটা আৱশ্যক। কথিত ভাষাতকৈ সাহিত্যিক ভাষা আপেক্ষিক স্থিৰ, ই ঘনাই সলনি নহয়। কোনো বিশিষ্ট ৰাজনৈতিক আৰু ধাৰ্ম্মিক কাৰণ হেতু সাহিত্যিক ভাষাৰ জন্ম হয়। শিক্ষা আৰু সভ্যতাৰ প্ৰসাৰৰ লগে লগে বেলেগ বেলেগ জাতি আৰু দেশৰ মাজত সাহিত্যিক ভাষাৰেই সম্বন্ধ চলে। গতিকে শিক্ষিতসকলে সাহিত্যিক ভাষাকে আদৰ কৰিবলৈ শিকে। কেতিয়াবা ৰাজনৈতিক আৰু ধাৰ্ম্মিক কাৰণৰ বাবে এই সাহিত্যৰ ভাষাই আন্তঃ-ৰাষ্ট্ৰীয় ভাষাৰ পদ পায়গৈ।

ভাষা শব্দ "ভাষ-ব্যক্তায়াং বাচি" ধাতুৰূপৰা হোৱা। ভাষা বৰ্ণাত্মক হব লাগে। অঙ্গী-ভঙ্গীৰে মনৰ ভাব সম্পূৰ্ণকৈ প্ৰকাশ কৰিব নোৱাৰাৰ বাবেই ভাষাৰ জন্ম। এজনৰ মনৰ ভাব আন এজনৰ আগত ফুটাই তোলায়ে ভাষাৰ কাম। ভাষাৰ এই বহল অৰ্থ গ্ৰহণ কৰিলে কলা-বোবাৰ ঠাৰ-ঠিয়াৰো ভাষা সংজ্ঞাই সামৰি লব। ইয়াৰ প্ৰসিদ্ধ উদাহৰণ আমেৰিকাৰ ৰেড্ ইণ্ডিয়ানবোৰৰ সাঙ্কেতিক ভাষা। এই হস্তাদি চেষ্টাত্মক ভাষাই কোনো কোনো ক্ষেত্ৰত বহুতো উন্নতি কৰিছে।

কোনো দলৰ মানুহৰ মাজত বিশেষ উদ্দেশ্য লৈ চলোৱা কৃত্ৰিম ভাষা

আছে। অকৃত্ৰিম স্বাভাৱিক ভাষাৰ আধাৰতে সাধাৰণতে ইয়াক গঢ়া হয়। ইয়াৰ প্ৰসিদ্ধ উদাহৰণ এস্পেৰেন্টো ( Esperanto ) নামৰ ভাষা।

ভাষা-বিজ্ঞানৰ আলোচনা কৰোঁতে দুটা কথালৈ লক্ষ্য কৰা উচিত। সকলো ভাষাৰ সাধাৰণতে প্ৰাচীন আৰু আধুনিক দুটা প্ৰধান স্তৰ আছে। এই ভেদ অৱজ্ঞা কৰা অনুচিত। দ্বিতীয়তঃ, কোনো দুই ভষাৰ শব্দৰ তুলনামূলক আলোচনাত শব্দৰ লিখিত ৰূপলৈ নাচাই তাৰ প্ৰকৃত উচ্চাৰণলৈ লক্ষ্য কৰাহে ভাষা-বিজ্ঞানৰ ৰীতি। ইংৰাজী আদি বহুতো ভাষাত কিছুমান শব্দৰ কিছু-মান ধ্বনি একেবাৰে উচ্চাৰণ নোহোৱাকৈ থাকে। এইবোৰে সেই শব্দবোৰৰ প্ৰাচীন উচ্চাৰণ ইংগিত কৰে। এনে আলোচনাত প্ৰাচীন উচ্চাৰণো লক্ষণীয়।

# ২। ভাৰতীয় আৰ্য্যভাষা

পৃথিৱীৰ ভাষাসমূহক পণ্ডিতসকলে কেইবাটা ভাষাগোষ্ঠীত ভাগ কৰিছে। যথা—দ্রাবিড়, ভোট-চীন, অষ্ট্রিক, উৰাল-আল্তাই, চেমীয়-হেমীয়, ফিনো-উগ্ৰীয, বাণ্টু, ইন্দো-ইউৰোপীয ইত্যাদি। ইয়াৰ ভিতৰত ইন্দো-ইউৰোপীয গোষ্ঠীযেই প্ৰধান। পৃথিৱীৰ আটাইকেইখন মহাদেশতে বৰ্ত্তমান এই গোষ্ঠীৰ ভাষাৰ প্ৰচলন আছে। ইন্দো-ইউৰোপীয় ভাষা-গোষ্ঠীৰ প্ৰাচীন শাখা দহোটা—কিল্টিক, ইটালিক, জাৰ্ম্মানিক বা টিউটনিক, গ্ৰীক, বাল্টোশ্লাভিক, আলবানীয়, আৰ্ম্মাণীয হিট্রাইট, তুখাৰীয আৰু ইন্দো-ইৰাণীয়। হিট্রাইট আৰু তুখাৰীয় ভাষা আজি-কালি লুপ্ত হৈছে। বাকী আঠোটাবপৰা ভালেমান ভাষাৰ জন্ম। ইন্দো-ইৰাণীয় শাখা দুই ভাগত বিভক্ত—ইৰাণীয় আৰু আৰ্য্য। ইৰাণীয় উপশাখাৰ ভিতৰত আৱেস্তা (জড়থুষ্ট্রীয় মতাৱলম্বীসকলৰ ধৰ্ম্ম-গ্ৰন্থ জেন্দৰ ভাষা), প্ৰাচীন ফাৰ্চী, মধ্যযুগৰ ফাৰ্চী বা পহলবী আৰু আধুনিক ফাৰ্চী ভাষা। আফগানিস্থানৰ পস্তু আৰু বেলুচিস্থানৰ বেলুচী ভাষা আধুনিক ইৰাণীৰ বা ফাৰ্চীৰ অন্তৰ্গত। আৰ্য্য শাখাৰ ভিতৰত সংস্কৃত আৰু সংস্কৃতৰপৰা উদ্ভব হোৱা ভাষাসমূহ পৰিছে। অসমীয়া ভাষা ইন্দো-ইউৰোপীয় ভাষা গোষ্ঠীৰ ইন্দোইৰাণীয় শাখাৰ আৰ্য্য উপশাখাৰ ভিতৰুৱা, গতিকে ইউৰোপৰ লেটিন, গ্ৰীক ইংৰাজী জাৰ্ম্মান আদি ভাষাসমূহ অসমীয়া ভাষাৰ দূৰ সম্পৰ্কীয়।

আৰ্য্য শাখাৰ প্ৰাচীনতম নিদৰ্শন হৈছে বৈদিক সাহিত্য (আনুমানিক খৃঃ পূঃ ১৫০০ বছৰ)। পণ্ডিতসকলে বৈদিক যুগৰ ভাষাৰ দুটা স্বতন্ত্ৰ স্তৰ নিৰ্ণয় কৰিছে। এটি হৈছে বৈদিক সাহিত্যৰ ভাষা (ছন্দস বা ছন্দঃ), আনটি হৈছে সেই যুগৰ মানুহৰ কথিত ভাষা। এই কথিত ভাষাৰ নিদৰ্শন পিছৰ যুগত ৰচিত হোৱা ৰামায়ণ মহাভাৰত, পুৰাণ আৰু কাব্যাদিত দেখা গৈছে।

এই কথিত লৌকিক ভাষাকে খৃষ্ট-পূৰ্ব্ব পঞ্চম শতিকাৰ বৈয়াকৰণিক পাণিনিযে ব্যাকৰণৰ সূত্ৰেৰে গাঁথি সংস্কৃত নাম দিলে। বৈদিক সাহিত্যৰ পিছৰ পৰা, আন কি বৈদিক সাহিত্যৰ সৰ্ব্বশেষ উপনিষদ্সমূহতো সংস্কৃতহে ব্যৱহৃত হ'ল। পাণিনিয়ে সংস্কৃত ভাষাক ব্যাকৰণৰ সূত্ৰেৰে এনেভাৱে বান্ধি পেলালে যে তেওঁৰ পিছৰপৰা সাহিত্যত প্ৰয়োগ কৰা সংস্কৃতভাষাৰ বিশেষ পৰিৱৰ্ত্তন ঘটা অসম্ভৱেই হ'ল। পিছৰ যুগত কবিসকলে তেওঁৰেই ব্যাকৰণ আৰু অনুশাসন সৰ্ব্বতোভাৱে মানিবলৈ ধৰিলে। সেই কাৰণে 'প্ৰাচীন আৰ্য্য ভাষা' বুলিলে বৈদিক আৰু সংস্কৃত এই দুই ভাষাকে বুজায়। বৈদিক আৰু

সংস্কৃত (লৌকিক) নামত ভিন্ন হলেও দুই ভাষাৰ মাজত ভালেমান সাদৃশ্য আছে। দুই ভাষাৰ মাজত ধ্বনিতে পাৰ্থক্য নায়েই ব্যাকৰণতহে মাথোন সামান্য প্ৰভেদ।

কিন্তু ভাৰতৰ বিভিন্ন অঞ্চলৰ সংস্কৃতৰ প্ৰসাৰ বঢ়াৰ লগে লগে অনাৰ্য্য ভাষাৰ সংমিশ্ৰণত ধ্বনি, ব্যাকৰণ-ৰীতি আৰু শব্দ-সম্ভাৰত এই ভাষাৰ সলনি হ'ল। তাৰে ফলত আদি বা প্ৰাচীন আৰ্য্যভাষাৰ পৰিৱৰ্ত্তন ঘটি মধ্যযুগৰ আৰ্য্যভাষা সম্প্ৰদায়ৰ সৃষ্টি হ'ল। আৰ্য্যভাষাৰ এই দ্বিতীয় বা মধ্যস্তৰৰ ভিতৰত পুৰণি ভাৰতৰ কথিত প্ৰাকৃত ভাষা-সমূহ পৰে। উচ্চাৰণ কোমল আৰু সহজ কৰা মানুহৰ ধৰ্ম্ম। সেই কাৰণেই সংস্কৃতৰ সহজ সৰল ৰূপান্তৰ হিচাপে প্ৰাকৃতৰ উদ্ভৱ হ'ল। সংস্কৃত ভাষা জটিল আৰু আড়ম্বৰপূৰ্ণ প্ৰাকৃত ভাষা সৰল আৰু মধুৰ। স্বৰ-বাহুল্যৰ কাৰণে প্ৰাকৃত ভাষাৰ উচ্চাৰণো সহজ। সংস্কৃততকৈ প্ৰাকৃতত যুক্ত ব্যঞ্জনৰ সংখ্যা কম। প্ৰাচীন ভাৰতীয় পণ্ডিতসকলে প্ৰাকৃত ভাষাৰ সংজ্ঞা তলৰ দৰে দিছেঃ—

'প্ৰকৃতিঃ সংস্কৃতম তত আগতং তত্ৰ ভবম্বা প্ৰাকৃতম'।
"প্ৰকৃতিঃ সংস্কৃতম্ তদ্বিকৃতিঃ প্ৰাকৃতম।"
"প্ৰাকৃতিজনানাম্ ভাষা প্ৰাকৃতম্।"
"প্ৰাকৃতস্য তু সৰ্ব্বমেব সংস্কৃতং যোনিঃ।'

ওপৰত দিয়া সংজ্ঞাৰপৰা প্ৰাকৃত ভাষাৰ মূল আৰু উৎপত্তি সম্বন্ধে তিনিটা বিভিন্ন মতৰ সৃষ্টি হৈছে। প্ৰকৃতিৰপৰা যাৰ জন্ম বা প্ৰকৃতিৰপৰা যি আহিছে, সেয়ে প্ৰাকৃত। এই প্ৰকৃতি কি? কোনোৰ মতে সংস্কৃত কিয়নো সংস্কৃতৰপৰা ইয়াৰ উৎপত্তি, আৰু সংস্কৃত ভাষাই প্ৰাকৃতৰ প্ৰকৃতি। দ্বিতীয় দলৰ মতে প্ৰকৃতি অৰ্থাৎ স্বভাৱতে যি ভাষাৰ জন্ম হৈছে তাৰ নাম প্ৰাকৃত। দোষ বহিষ্কৃত কৰি যত গুণ সন্নিৱেশ কৰা হৈছে সেয়ে সংস্কৃত আৰু যাৰে তেনে কৰা হোৱা নাই, সেয়ে প্ৰাকৃত। এই মত সমৰ্থকৰ সকলে কয় যে সাধাৰণ মানুহে যি ভাষা ব্যৱহাৰ কৰে সেই ভাষাৰ নামেই প্ৰাকৃত। কিন্তু তৃতীয় মতৰ সমৰ্থনকাৰীসকলে লৌকিক সংস্কৃতক কথিত ভাষা বুলি অস্বীকাৰ কৰি কয় যে বৈদিক ভাষাৰ যি সময়ত প্ৰচলন আছিল সেই সময়তে প্ৰাকৃতো কথিত ভাষা হিচাপে ব্যৱহৃত হৈছিল। কিন্তু এইটো নিশ্চিত যে পিছৰ যুগৰ আৰ্য্যসকলৰ অন্যান্য ভাষা-ভাষীৰ লগত সংযোগ ঘটাৰ ফলত সংস্কৃত ভাষাৰ বহু পৰিৱৰ্ত্তন ঘটিল, আৰু আৰ্য্য-অনাৰ্য্যৰ এই সংমিশ্ৰণৰ ফলতে প্ৰাকৃত ভাষাৰ সৃষ্টি। কিন্তু ভাষাৰ এই নতুন ৰূপ পাবলৈ কেইবা শ বছৰ লাগিছিল।

প্ৰাকৃত ভাষা প্ৰথমে কথিত ভাষা আছিল যদিও গৌতম বুদ্ধৰ জন্মৰ পিছৰপৰা আৰু বৌদ্ধধৰ্ম্মৰ প্ৰচাৰৰ লগে লগে প্ৰাকৃতত সাহিত্যও সৃষ্টি

হবলৈ ধৰিলে। ভাষাবিদ্‌সকলে অনুমান কৰে যে বৌদ্ধপণ্ডিতসকলেই প্ৰথমে পালি নামৰ প্ৰাকৃত ভাষাক ধৰ্ম্ম প্ৰচাৰ কাৰ্য্যত ব্যৱহাৰ কৰি সাহিত্যিক মৰ্য্যাদা দান কৰিলে। পিছৰ যুগৰ সংস্কৃত কবিসকলেও নিজৰ ৰচনাত প্ৰাকৃত ভাষাক ঠাই দিবলৈ বাধ্য হ'ল।

মধ্য আৰ্য্য-ভাষাৰ বা প্ৰাকৃতৰ তিনিটা স্তৰ নিৰ্ণয় কৰা হৈছে—(ক) আদি প্ৰাকৃত, (খ) মধ্য প্ৰাকৃত, (গ) অন্ত্য প্ৰাকৃত বা অপভ্ৰংশ। এই তিনিও স্তৰৰ আনুমানিক কাল হৈছে, যথাক্ৰমে খৃষ্ট-পূৰ্ব্ব ষষ্ঠ শতাব্দীৰপৰা খৃষ্টীয় প্ৰথম শতাব্দী, খৃষ্টীয় প্ৰথম শতাব্দীৰপৰা খৃষ্টীয় ষষ্ঠ শতাব্দী, আৰু খৃষ্টীয় ষষ্ঠ শতাব্দীৰপৰা খৃষ্টীয় দশম শতাব্দী। বৈয়াকৰণিকসকলে পালিভাষাৰ বাহিৰে অন্যান্য প্ৰাকৃতক কেইবাটাও ভাগত ভগাইছে। যেনে—মহাৰাষ্ট্ৰী শৌৰসেনী, পৈশাচী, মাগধী আৰু অৰ্দ্ধমাগধী। এই প্ৰতি শাখাই এসময়ত ভাৰতৰ বিভিন্ন অঞ্চলৰ কথিত ভাষা আছিল। প্ৰাচীন ভাৰতীয় আৰ্য্যভাষাৰ প্ৰধানকৈ তিনি বিষয়ত,—ধ্বনি, শব্দ-ৰূপ আৰু পদ-প্ৰয়োগত, পৰিবৰ্ত্তন ঘটি, মধ্যযুগৰ ভাৰতীয় আৰ্য্যভাষা বা প্ৰাকৃতৰ জন্ম হয়।

প্ৰাকৃতত প্ৰথমে ধ্বনিক সহজীকৰণ কৰা হ'ল। ইযাত ঋ-কাৰ আৰু ঌ-কাৰ ধ্বনি লোপ পালে। ঋ-কাৰ ঠাইত অ-কাৰ, ই-কাৰ, উ-কাৰ, নতুবা ৰ, ৰি আৰু ৰু-ৰ প্ৰযোগ হ'ল, যেনে শৃগাল>সিয়াল (অ শিয়াল) হৃদয়>হিঅঅ (অ হিয়া)। ঐ-কাৰ আৰু ঔ-কাৰৰ ঠাইত এ-কাৰ আৰু ও-কাৰ হ'ল। যেনে তৈল >তেল্ল (অ তেল), বৈদ্য বেজ্‌জ (অ বেজ), ঔষধ> ওষধ, যৌৱন >জোব্‌বন (অ জোৱান)। এই পৰিবৰ্ত্তন স্বৰতকৈ ব্যঞ্জন ধ্বনিত বিশেষভাৱে দেখা দিলে। অনুস্বাৰৰ বাহিৰে সকলো পদান্ত ব্যঞ্জন ধ্বনিৰ লোপ হ'ল। পদৰ আদিত যুক্ত ব্যঞ্জন থাকিলে তাৰ এটা লুপ্ত হয়, অথবা স্বৰ-ভক্তিৰ নিয়ম অনুসাৰে ব্যঞ্জন দুটা পৃথক হয়। যেনে স্থবিৰ>থেৰ (অ বুঢ়া-থেৰা), স্নেহ >সেনহ (অ চেনেহ)। পদৰ মাজত থকা যুক্ত-ব্যঞ্জন সমীভূত হয়, নহলে স্বৰ-ভক্তিৰ হেতু ব্যঞ্জন দুটা বেলেগ হয়। যেনে, হস্ত>হত্থ (অ হাত), হৰ্ষ >হৰিস (অ হৰিষ)।

পদান্ত-ব্যঞ্জন লুপ্ত হোৱাত শব্দ-ৰূপৰ পৰিবৰ্ত্তন ঘটিল। সকলোবোৰ শব্দই স্বৰান্ত হ'ল। ধাতু-ৰূপত সংস্কৃতৰ বৈচিত্ৰ্য লোপ পালে। সকলো ধাতুকে ভ্বাদিগণীয়ৰ দৰে ৰূপ কৰা হ'ল। অতীত বুজাবলৈ এটি কালৰ প্ৰয়োগহে ৰলগৈ। পদ-প্ৰয়োগতো সহজীকৰণ হ'ল। সম্প্ৰদান কাৰক বা চতুৰ্থী বিভক্তি লোপ পালে, চতুৰ্থীৰ কাম ষষ্ঠীৰ যোগে সম্পন্ন কৰা হ'ল।

মধ্য-ভাৰতীয় আৰ্য্যভাষাৰ শেষ স্তৰক অপভ্ৰংশ বোলা হয়। প্ৰত্যেক প্ৰাকৃতৰে এটি অপভ্ৰংশ ৰূপ আছে বুলি অনুমান কৰা হয়, আৰু সেই-বোৰৰপৰাই আধুনিক ভাৰতীয় আৰ্য্যভাষা-সমূহৰ উৎপত্তি। মাগধী অপভ্ৰংশৰ

পৰা আধুনিক অসমীয়া ভাষাৰ জন্ম হৈছে। প্ৰাকৃতত‌কৈ অপভ্ৰংশ সৰল হ'ল। প্ৰাকৃতৰ সমীকৰণৰ ফলত উৎপন্ন হোৱা দ্বিত্ব ব্যঞ্জনৰ ঠাইত অপভ্ৰংশত এক ব্যঞ্জন হ'ল। যেনে, কৰ্ম্ম >প্ৰা কম্‌ম >অপ কাম (অ কাম), সপ্ত> প্ৰা সত্ত > অপ সাত (অ সাত)। স্বৰবৰ্ণ বিচাৰ-বিহীনভাৱে প্ৰয়োগ হ'ল, হ্ৰস্ব স্বৰৰ ঠাইত দীৰ্ঘ আৰু দীৰ্ঘৰ ঠাইত হ্ৰস্ব স্বৰৰ প্ৰয়োগ হ'ল। পূৰ্ব্বৰ শব্দ-ৰূপ আৰু ধাতু-ৰূপৰ জটিলতা আৰু অনেকৰূপতা ভালেখিনি কমিল। পূৰ্ব্বৰ বিভক্তিৰ ঠাইত অপসৰ্গ ( post-position ) প্ৰয়োগ হ'ল।

তলত কেইটামান অপভ্ৰংশ ভাষাত ৰচিত শ্লোক উদ্ধৃত কৰা হ'ল, তাৰে-পৰাই অসমীয়া আদি কৰি আধুনিক ভাৰতীয় আৰ্য্য-ভাষাৰ লগত অপভ্ৰংশৰ কিমান ওচৰ সম্বন্ধ বুজিব পৰা হব।

জে মহু দিন্না দিঅহড়া দইএং পৱসন্তেণ।
তেন গণন্তিএ অংগুলিউ জজ্জৰিআউ নহেণ॥

অৰ্থাৎ প্ৰিয়জনে প্ৰবাসলৈ যাওঁতে মোক যি দিনৰ লেখ দি গৈছিল, তাক গণোতে নখে মোৰ হাতৰ আঙুলি জীৰ্ণ কৰিলে।

বপ্পীহা পিউ পিউ ভনবি কিত্তিউ ৰুঅহি হয়াস।
তুহ জলি মহু পুণু বল্লহই বিহুঁ ন পূৰিঅ আস॥

অৰ্থাৎ হে চাতক, হতাশ হৈ তুমি আৰু কিমান বাৰ পানী পিউ পিউকৈ চিঞৰিবা? আমাৰ দুয়োৰে আশা—তোমাৰ পানীৰ আৰু মোৰ প্ৰিয়জনৰ, বিভুয়ে পূৰণ নকৰে।

পিয়সংগমি কউ নিদ্দড়ী পিঅহো
পৰোক্‌খহো কেম্ব।
মই বিন্নি বি বিন্নাসিআ নিদ্দ
ন এম্ব ন তেম্ব॥

অৰ্থাৎ প্ৰিয়ৰ সংসৰ্গত নিদ্ৰা কেনেকৈ সম্ভৱপৰ? প্ৰিয়াৰ বিহীনতনো কেনেকৈ নিদ্ৰা হব পাৰে? মই এই দুয়ো অৱস্থাতে নিদ্ৰা হেৰুৱাব লগাত পৰিলো।

নাৰীৰ সৌন্দৰ্য্য বৰ্ণোৱা তলৰ অপভ্ৰংশ পদ-সমূহৰ লগত অসমীয়া বৈষ্ণৱ পদৰ ভাষা আৰু ছন্দৰ সাদৃশ্য বিশেষ মন কৰিবলগীয়া।'

মিউকসিণ-ৰাল সংগয় নিলাড়।
বয়ণাৰবিংদ উৱহসিয় চংদ।
পংকয়-দলচ্ছি নং ভূমণ-লচ্ছি।
কুংডল-বিলোল উজ্জল কৱোল।
বিপ্‌ফুৰিয়-কংতি সিয় দসনপংতি।

বিংবাহ ৰোট্‌ঠ কৰ কংবুকণ্ঠ।
থন-হাৰ-তুংগ তণু তিৱলিভংগ।
বিত্‌থিন্ন ৰমণি মংৰিয়-গমণি।
আয়ংব-হত্‌থ লক্‌খণ পসত্‌থ।
জিয়বালৰংভ পীণোৰু-থংভ।
নৱ-কণয় গোৰি মুনিচিত্ত চোৰি।
সোহগ্‌গথানি নিৰু মহুৰ বাণি।

অপভ্রংশৰ এটা শাখাক অৱহট্ট আখ্যা দিয়া হৈছিল। অৱহট্ট সম্ভৱতঃ অপভ্রষ্ট শব্দৰ বিকৃতি। অৱহট্ট ভাষাত বিদ্যাপতিয়ে কীৰ্ত্তিলতা আৰু কীৰ্ত্তি-পতাকা নামৰ দুখন পুথি ৰচিছিল। এই ভাষাৰ নিদৰ্শন স্বৰূপে কীৰ্ত্তিলতাৰ-পৰা কেইটিমান পদ উদ্ধৃত কৰিলোঁ—

সক্কয় বাণী বহুঅন ভাবই
পাউঁঅ ৰস কো মম্ম ন পাৱই।
দেসিল বঅনা সবজনমিট্‌ঠা,
তং তৈসন জম্পও অৱহট্‌ঠা।
ভৃংগী পুচ্ছই ভিংগ সুন কী সংসাৰেহি সাৰ।
মানিনি জীৱন মানসও বীৰ পুৰুষ অৱতাৰ॥

অৰ্থাৎ সংস্কৃত ভাষা কেৱল বিদ্বানে চৰ্চ্চা কৰে, প্ৰাকৃত ভাষাত ৰসৰ মৰ্ম্ম লাভ কৰিব নোৱাৰি, দেশী বচন সকলোৰে মিঠা লাগে, সেই কাৰণে অৱহট্ট ভাষাত বচন ৰচনা কৰিলোঁ। ভৃঙ্গীয়ে কৈছে—'হে ভৃঙ্গ শুনা, সংসাৰত সাৰতত্ত্ব কি? মানিনীয়ে মানেৰে জীৱন ধাৰণ কৰা আৰু বীৰ পুৰুষৰ জন্ম—এই দুই।'

# ৩। অসমীয়া ভাষাৰ জন্মকথা

প্ৰাকৃত ভাষাৰ শেষ স্তৰ অপভ্ৰংশৰপৰাই আধুনিক ভাৰতীয় আৰ্য্য-ভাষাসমূহৰ জন্ম হৈছে। ঠিক কোন শতাব্দীৰ এই প্ৰাদেশিক ভাষাসমূহে স্বতন্ত্ৰ ৰূপ পালে তাক নিৰ্ণয় কৰা টান। এই ভাষাসমূহৰ সামান্য নিদৰ্শন অষ্টম শতিকাৰ শিলালিপি, তাম্ৰশাসন আদিত পোৱা গৈছে যদিও খৃষ্টীয় দশম-একাদশ শতিকাৰ পূৰ্ব্বে এই শাখাৰ কোনো এটা ভাষাই স্বকীয় ৰূপ লোৱা নাছিল। ইয়াতে এটা কথা মন কৰিবলগীয়া যে আধুনিক ভাৰতীয় আৰ্য্য ভাষাসমূহৰ জন্ম এটাৰ পিছত আনটোৰ, অৰ্থাৎ হিন্দীৰ পিছত বঙ্গলা, তাৰ পিছত অসমীয়া, এনে ধৰণে হোৱা নাই। ৰাজনৈতিক, ধাৰ্ম্মিক, সামাজিক, ভৌগোলিক আদি কাৰণৰ হেতু সম-সাময়িক ভাৱেই এই ভাষাসমূহৰ জন্ম হৈছিল।

প্ৰাচীন অসমীযা ভাষা মাগধী অপভ্ৰংশৰপৰা উদ্ভৱ হৈছে। খৃষ্টীয় দশম শতিকাতে যদিও আধুনিক ভাৰতীয় আৰ্য্য ভাষাসমূহৰ জন্ম বুলি অনুমান কৰা হৈছে তথাপি নিৰ্দ্দিষ্টভাৱে কোন সময়ত অসমীয়া ভাষাই নিজস্ব ৰূপ ল'লে, তাক স্থিৰ কৰা কঠিন। অৱশ্যে সকলো ভাষাৰ জন্ম সম্বন্ধে এই একে মন্তব্যই খাটে। কিয়নো কোনো ভাষাতেই জন্মৰ লগে লগেই সাহিত্য গঢ় লৈ নুঠে। সাহিত্য ভাষাৰ জন্ম-পত্ৰিকা। গতিকে জন্ম-পত্ৰিকা বা লিখিত নিদৰ্শন নহলে জন্মকাল নিৰ্ণয় কৰা সহজ নহয়।

প্ৰখ্যাতকীৰ্ত্তি ভাস্কৰবৰ্ম্মাৰ ৰাজত্ব কালত চীন পৰিব্ৰাজক হিউ-য়েন-চাং কামৰূপলৈ আহিছিল। তেওঁৰ ভ্ৰমণ-বৃত্তান্তত লিখিছে, "তেওঁলোকৰ (কাম-ৰূপৰ মানুহৰ) ভাষাৰ মধ্য ভাৰতৰ ভাষাৰ লগত সামান্য প্ৰভেদ আছে।' চীন পৰিব্ৰাজকৰ এই মন্তব্যৰপৰা আন নহলেও খৃষ্টীয় সপ্তম শতিকাৰপৰাই যে অসমীয়া ভাষাই সুকীয়া প্ৰাদেশিক গঢ় লবলৈ আৰম্ভ কৰিছিল, সেই কথা অনুমান কৰিব পাৰি।

ভাস্কৰবৰ্ম্মা আৰু তেওঁৰ পিছৰ কামৰূপৰ ৰজাসকলে ব্ৰাহ্মণক ভূমিদান দিয়া কেইখনিমান তামৰ ফলি উদ্ধাৰ হৈছে। অসমত এতিয়ালৈকে পোৱা প্ৰাচীন শিলালিপিসমূহৰ ভিতৰত নগাঁৱৰ কপিলী উপত্যকাত পোৱা মহা-ৰাজাধিৰাজ ভূতিবৰ্ম্মাৰ দিনত (৫৫৪ খৃঃ) খোদিত শিলালিপিয়েই প্ৰাচীন। এই শিলালিপি আৰু অন্যান্য শাসনাৱলীৰ ভাষা সংস্কৃত। গতিকে সেই সময়ত অসমত সংস্কৃত ভাষাৰ প্ৰচলন আছিল বুলি সহজে অনুমান কৰিব পাৰি।

কিন্তু এই সংস্কৃত প্ৰশস্তিৰ মাজতো সেই সময়ত জনসাধাৰণৰ মাজত প্ৰচলিত ভাষাৰ দুই চাৰিটি শব্দই অবাধে স্থান পাইছে। সেই শব্দবোৰ মানুহৰ নাম, গাৱঁৰ নাম, নদীৰ নাম, গছৰ নাম বুজোৱাত ব্যৱহৃত হৈছে। ইয়াৰ ভিতৰত কালিযা, ধনি, সনি, অনি, দক্ষিণপাট, শিঙৰি, পাবলি, জান, জোল আদি শব্দ মন কৰিবলগীযা। এই শব্দসমূহে অসমীযা ভাষাৰ জন্মকালৰ সূচনা কৰে। স্বৰ্গীয মহামহোপাধ্যায হৰপ্ৰসাদ শাস্ত্ৰীয়ে ১৯১৭ চনত নেপাল ৰাজদৰবাৰৰ গ্ৰন্থাগাৰৰপৰা "চৰ্য্যা-চৰ্য্যবিনিশ্চয়' (চৰ্য্যাশ্চৰ্য্য-বিনিশ্চয) নামৰ এখনি অতি পুৰণি পুথি সংগ্ৰহ কৰিছিল। অন্য এখন পুথিৰে সৈতে বঙ্গীয সাহিত্য পৰিষদে "হাজাৰ বছৰেৰ পুৰাণ বাঙ্গলা ভাষায বৌদ্ধ গান ও দোহা' নাম দি এই পুথি প্ৰকাশ কৰিছে। চৰ্য্যাশ্চৰ্য্য-বিনিশ্চয পুথিত ২৪ জন কবি বা সিদ্ধাচাৰ্য্যৰ ৰচিত ১৫টা দোহা বা গীত আছে।

গীতিবাচক সিদ্ধাচাৰ্য্যসকলৰ সময় খৃঃ ৯০০-ৰ পৰা ১২০০-অৰ ভিতৰত বুলি অনুমান হয। বঙ্গদেশৰ ভাষাতত্ত্ববিদসকলে চৰ্য্যাপদৰ ভাষাক বিচাৰ বিশ্লেষণ কৰি সি যে প্ৰধানতে আৰু মূলতে বঙ্গলা ভাষা সেই কথা প্ৰতিপন্ন কৰিবলৈ চেষ্টা কৰিছে। ডঃ কাকতিযে চৰ্য্যাপদৰ ভাষাৰ লগত প্ৰাচীন অসমীযাৰ সাদৃশ্য আলোচনা কৰি ইযাৰ ভাষা অসমীযা আৰু বঙ্গলা দুযোৰে পূৰ্ব্বস্তৰ (পূৰ্ব্ব মাগধী অপভ্ৰংশ) বুলি অনুমান কৰিছে। বিশেষতঃ এই দোহাৰ এজন ৰচক সিদ্ধাচাৰ্য্য মীননাথ কামৰূপৰ লোক বুলি প্ৰমাণিত হোৱাত ডঃ কাকতিৰ মত বিশেষভাৱে সমৰ্থনযোগ্য। সিদ্ধাচাৰ্য্য মীননাথে "বাহ্যান্তৰবোধি-চিত্ত-বন্ধো-প্ৰদেশ নামৰ পুথি এখনিও ৰচনা কৰিছিল। বিখ্যাত পণ্ডিত ৰাহুল সাংকৃত্যায়নে এই পুথি তিব্বতৰপৰা সংগ্ৰহ কৰিছিল। "ব্যাহ্যান্তৰবোধি-চিত্তবন্ধো-প্ৰদেশৰ ভাষাৰ লগত প্ৰাচীন অসমীযা ভাষাৰ সাদৃশ্য আছে বুলি ৰাহুলদেৱে মত প্ৰকাশ কৰিছে।

ডঃ কাকতিয়ে দোহাৰ ভাষাৰ লগত অসমীয়া ভাষাৰ ধ্বনি আৰু শব্দ-গঠনৰ ৰীতিতো মিল আছে বুলি দৰ্শাইছে। স্বৰসমীভৱনৰ নিযম অনুযায়ী পৰৱৰ্ত্তী অক্ষৰত (syllable) আ থাকিলে পূৰ্ব্বস্থিত আ-ধ্বনি অ-লৈ সলনি হয়। এই নিযম দোহাত আৰু অসমীয়া ভাষাত পৰিলক্ষিত হৈছে। যথা,— চকা (চাকা) বপা (বাপা) ইত্যাদি। অসমীয়াৰ দৰে সংস্কৃত লাগ্ ধাতুৰপৰা উদ্ভূত—লই চৰ্য্যাপদবো চতুৰ্থী বিভক্তিৰ চিন্। কৃত, কাৰ্য্য, কৰ শব্দৰপৰা সৃষ্টি হোৱা—এৰ, অৰ, ৰ বিভক্তিৰে ষষ্ঠীৰ পদ আৰু সংস্কৃত 'ত্ৰ' (>ও >ত) বা অন্তৰ পৰা উদ্ভূত ত-ৰে সপ্তমীৰ পদ দুয়ো ভাষাতে কৰা হৈছে। কৰ্ত্তৃ, কৰ্ম্ম, কৰণ আৰু অধিকৰণ কাৰক কেতিয়াবা বিভক্তিযুক্ত নোহোৱাকৈ ব্যৱহৃত হয়। যেনে—"কাআ তৰুবৰ পঞ্চ বি ডাল।" অসমীয়াৰ কৰ্ম্মকাৰকত এই লক্ষণ আছে। মুখ্য কৰ্ম্ম অপ্ৰাণিবাচক অথবা অনিৰ্দ্দিষ্ট প্ৰাণিবাচক

হলে অসমীয়াত কৰ্ম্মকাৰকত বিভক্তি যোগ নোহোৱাৰ নিয়ম।—ই, ইল প্ৰত্যযেৰে অতীত কাল আৰু ই-প্ৰত্যয়েৰে ভৱিষ্যৎ কাল কৰা হৈছে।

অসমীয়াৰ দৰে ধাতুৰ পিছত—ই, আৰু তৃতীয় পুৰুষৰ স্বৰূপ ভূত কালত-ইলে প্ৰত্যয় সংযোগ কৰি অসমাপিকা ক্ৰিয়া, আৰু ধাতুৰ আগত ন যোগ দি নঞাৰ্থক ধাতু সধা হৈছে। অসমীয়া সৰ্ব্বনামৰ লগতো দোহাৰ মিল আছে। যেনে—মই, মো, মোহোৰ, (সংস্কৃত ময়া আৰু মমৰপৰা উদ্ভূত), অপনা, অপনে (আত্মন শব্দৰপৰা সৃষ্টি হৈছে) অইসন, জৈসন, কিস, তহি, ইত্যাদি।

চৰ্য্যাগীতসমূহত ভৈৰৱী, কামোদ ধনসী বামক্ৰী, শবৰী মল্লাৰী আদি বিভিন্ন ৰাগৰ উল্লেখ আছে। এই ৰাগসমূহৰ পিছৰ যুগত অসমীয়া গীতত, ঘাইকৈ বৰগীতত সংযোগ হৈছিল। কোনো কোনোৱে অসমীয়া পদ বা পয়াৰ ছন্দও দোহা ছন্দৰপৰা ওলোৱা বুলি অনুমান কৰে। দোহাৰ গীতসমূহ মাত্ৰাছন্দত ৰচিত, চৰণত যোল্ল মাত্ৰা আৰু অষ্টম মাত্ৰাত সাধাৰণতে যতি পৰিছে। অসমীয়া পদ-ছন্দৰ লক্ষণ হৈছে চৈধ্য মাত্ৰা আৰু চৈধ্য আখৰত যতি। অসমীয়া পদ-ছন্দত আখৰৰ সংখ্যা যিমানেই নহওক মাত্ৰাৰ সংখ্যা মুঠতে চৈধ্য হোৱা উচিত। পূৰ্ব্বে কিন্তু দোহাৰ দৰে অসমীয়াৰো মাত্ৰাৰ সংখ্যা যোল্ল আছিল। অসমীয়া উচ্চাৰণত দীৰ্ঘ স্বৰ হ্ৰস্ব হোৱাৰ লগে লগে আৰু দ্বিতীয় যতিৰে বিৰাম স্থলত দুই মাত্ৰাৰ লোপ হৈহে চৈধ্য মাত্ৰাত পৰিছেগৈ।

ওপৰত উল্লেখ কৰা এই নিদৰ্শনসমূহে লাহে লাহে অপভ্ৰংশ ভাষাই কেনেকৈ প্ৰাদেশিক ৰূপ ললে তাৰ আভাষ দিয়ে। পূৰ্ব্ব মাগধী অপভ্ৰংশৰ এই পৰিবৰ্ত্তন-ক্ৰিয়া বহু বছৰ ধৰি চলিছিল, আৰু সম্ভৱতঃ কেইবা যুগো কথ্যভাষা স্বৰূপে চলাৰ পিছতহে ই নিৰ্দ্দিষ্ট সাহিত্যিক ৰূপ লয়।

# ৪। অসমৰ অন্যান্য ভাষা-গোষ্ঠী

ইন্দো-ইউৰোপীয় ভাষা গোষ্ঠীৰ বাহিৰেও অসমৰ অধিবাসীসকলৰ মাজত অন্য গোষ্ঠীৰ ভাষাৰো প্ৰচলন আছে। তাৰে ভিতৰত অষ্ট্ৰিক আৰু শ্যাম-চীন (তিব্বত বা ভোট-চীন) গোষ্ঠীয়েই প্ৰধান।

অষ্ট্ৰিক নামটো প্ৰথমে ব্যৱহাৰ কৰে ভাষাতত্ত্ববিদ Pater W Schmidt-এ (১৯০৬), পণ্ডিতসকলৰ মতে অষ্ট্ৰিক-ভাষীসকল অসমৰ প্ৰাচীন অধিবাসী। কোনো কোনো ভাষাতত্ত্ববিদে অষ্ট্ৰিকসকলক ভূমধ্য-সাগৰীয় জাতি বুলি অনুমান কৰে। তেওঁলোকৰ মতে অষ্ট্ৰিক-ভাষীসকল মেচোপটেমিয়াৰ মাজেদি ভাৰতবৰ্ষলৈ আহে। কিন্তু সৰহ-সংখ্যক পণ্ডিতে চীন দেশৰ দক্ষিণ-পশ্চিম অঞ্চলকহে অষ্ট্ৰিক-ভাষীসকলৰ পূৰ্ব্ব বাসভূমি বুলি নিৰ্দ্ধাৰিত কৰিছে। সেই ঠাইৰপৰা খৃষ্টপূৰ্ব্ব কেইবা হাজাৰ বছৰৰ আগেয়ে অষ্ট্ৰিক-ভাষীসকলৰ কোনো কোনো দল মালয় আৰু ইন্দোনেচীয়ালৈ (সুমাত্ৰা, বলি, যৱ, বৰ্ণিও চেলিবিচ, ফিলিপাইন) যায়। সেই দ্বীপমালাৰপৰা প্ৰশান্ত মহাসাগৰৰ মেলানেচীয় আৰু পলিনেচীয় দ্বীপপুঞ্জত সিঁচৰতি হয়। তেওঁলোকৰ কেইটামান দলে ব্ৰহ্মপুত্ৰ নদীয়েদি ভাৰতবৰ্ষলৈ আহি ব্ৰহ্মপুত্ৰ আৰু গঙ্গানদীৰ উপত্যকাত বাস কৰে। সেই দেখি কোনো কোনোৱে নদী বুজুৱা গঙ্গা নামটি অষ্ট্ৰিক ভাষাৰপৰা আহিছে বুলি অনুমান কৰে। গঙ্গানদীয়েদি উজাই গৈ অষ্ট্ৰিক বাসী সকল মধ্য ভাৰত আৰু পঞ্জাব পায়, তেওঁলোকৰ এটি দলে দক্ষিণলৈ গৈ ত্ৰিবাঙ্কুৰ অঞ্চলত বাস কৰে।

Pater W Schmidt-এ অষ্ট্ৰিক গোষ্ঠীৰ ভাষাক দুই শাখাত ভগাইছে—অষ্ট্ৰ-এচিয়াটিক আৰু অষ্ট্ৰেনেচিয়ান। বৃহত্তৰ ভাৰতৰ প্ৰচলিত এই ভাষা-গোষ্ঠীৰ শাখাক অষ্ট্ৰ-এচিয়াটিক নাম দিয়া হৈছে। এই গোষ্ঠীৰ ভাষাৰ ভিতৰত মনখ্মেৰ (ইয়াৰ ভিতৰত ব্ৰহ্মদেশৰ মোন বা তালৈঙ্গ, কম্বোজৰ খমেৰ আৰু ইণ্ডোচীনৰ কেইটামান ভাষা পৰিছে), ব্ৰহ্মদেশৰ ৱা বা পালোউং, খাচী আৰু কোল মুণ্ডা (ইয়াৰ ভিতৰত চাওতালী, মুণ্ডাৰী, হো, ভূমিজ, খৰিয়া, কোৰকু, শবৰ আদি ভাষা আছে, এই ভাষাভাষীসকল ঘাইকৈ পশ্চিম বঙ্গ, ছোটনাগপুৰ, মধ্যপ্ৰদেশ আৰু মাদ্ৰাজত আছে)।

অষ্ট্ৰেনেচিয়ান শাখাৰ ভিতৰত প্ৰধান হৈছে—মালয়, বলিদ্বীপ, যৱদ্বীপ আৰু মাদাগাস্কাৰত চলিত কেইটামান ভাষা।

তিব্বত বা ভোট-বৰ্ম্মী ভাষীসকল মঙ্গোলীয় জাতিৰ মানুহ। তেওঁলোকৰ আদিম বাসস্থান আছিল চীনদেশৰ উত্তৰ-পশ্চিম অঞ্চলৰ হোৱাং-হো, ইয়াং-

চি-কিয়াং নদীৰ উপত্যকাত। এই নদীৰ বাট ধৰিয়েই খৃষ্টপূৰ্ব্ব প্ৰায় দুহেজাৰ বছৰৰ পূৰ্ব্বে তেওঁলোক চীনদেশৰ বিভিন্ন অঞ্চলত সিচঁৰতি হৈ পৰে। কেইটিমান শাখাই ব্ৰহ্মপুত্ৰ, চিণ্ডুইন, ইৰাৱতী, চালউইন, মেনন মেখং নদীয়েদি ভাৰতবৰ্ষ, ব্ৰহ্ম, শ্যাম, অসম দেশলৈ আহে। সম্ভৱতঃ তিব্বতত থাকোঁতে ব্ৰহ্মপুত্ৰৰ পাৰতে প্ৰায় হেজাৰ বছৰৰ পূৰ্ব্বে তেওঁলোকৰ বিচ্ছেদ ঘটে। তিব্বতত থকা দলটোৱে ভোট বা বেদ্ নাম লয়। ব্ৰহ্মপুত্ৰইদি অসমত সোমোৱা দলটোৰ নাম হয় বড়ো বা বডো। বৰ্ম্মী নামৰ তৃতীয় দলটো ইৰাৱতী আৰু চিণ্ডুইন নদীযেদি ব্ৰহ্মদেশ পায়গৈ।

তিব্বতী-বৰ্ম্মী ভাষাশ্ৰেণী পূৰ্ব্বে উল্লেখ কৰা শ্যাম-চীন (তিব্বত বা ভোট-চীন) ভাষা-গোষ্ঠীৰ অন্তৰ্গত। ভাষাতত্ত্ববিদসকলে শ্যাম-চীন ভাষাক চাৰি শ্ৰেণীত ভগাইছে। চীন, আনামী তিব্বতী, বৰ্ম্মী আৰু শ্যামী বা থাই। তিব্বত-বৰ্ম্মীক আকৌ তিনিটা সুকীয়া ভাগ কৰা হৈছে,—তিব্বত-হিমালয়ী, অসম-বৰ্ম্মী আৰু উত্তৰ-অসম উপশাখা। তিব্বত হিমালয়ী শ্ৰেণীৰ কোনো ভাষা অসমত নাই। অসম-বৰ্ম্মী শাখাৰ ভিতৰত হৈছে—বড়ো, নগা, কুকি-চীন কচিন বৰ্ম্মী, লোলোমচু আৰু সক বা লুই।

বড়ো শাখাৰ ভিতৰত হৈছে, কছাড়ী বা বড়ো, লালুং, ডিমাচা, গাৰো, কোচ, ৰাভা, ত্ৰিপুৰ, চুটীয়া আৰু মৰাণ।

নগা শাখাক পাঁচ ভাগত ভগোৱা হৈছে—নগা-বড়ো, পশ্চিম-নগা শাখা মধ্য-নগা শাখা, পূব-নগা শাখা, নগা-কুকি শাখা।

কুকি-চীনৰ ভিতৰত মেইতেই বা মণিপুৰী, কুকি আৰু লুচাই পাহাৰ বা মিজোৰামৰ বিভিন্ন চীন ভাষা। বাকী তিনিটা ভাষা-ভাষী অসমত নাই। অ'কা (হুচো), আবৰ, মিৰি, ডফলা আৰু মিচিমি ভাষা উত্তৰ-অসম শাখাৰ অন্তৰ্গত।

শ্যাম বা থাই পৰিয়ালৰ ভাষা ভাৰতবৰ্ষ ব্ৰহ্ম, শ্যাম, চীনত বিয়পি আছে। থাই-ভাষীসকল আদিতে ইউনান প্ৰদেশৰ মানুহ আছিল। তেওঁলোকৰ নাম আছিল তাই-লং (শ্ৰেষ্ঠ তাই)। তাৰেপৰা প্ৰায় দুহেজাৰ বছৰৰ পূৰ্ব্বে তেওঁলোক ব্ৰহ্মদেশলৈ যায়। খৃষ্টাব্দ ছয় শতিকাত ইউনানৰ তেওঁলোকৰ কেইটিমান দলে চালউইন নদীৰ উপত্যকালৈ গৈ সুকীয়া ৰাজ্য স্থাপন কৰে। খৃষ্টীয় ত্ৰয়োদশ শতিকাত তেওঁলোকৰ ৰাজধানী আছিল মুংমাও। কালক্ৰমত থাই-সকলৰ ৰাজ্য, দক্ষিণে আধুনিক শ্যামদেশসমূহ, উত্তৰে খামতি অঞ্চল আৰু পশ্চিমে ইৰাৱতী-চিণ্ডুইন উপত্যকাৰপৰা অসমলৈকে বিস্তাৰ হৈছিল। প্ৰায় ত্ৰয়োদশ শতিকাত থাইসকলৰে আহোম শাখা অসম সোমায়েহি। দক্ষিণলৈ যোৱা থাইসকলেই শ্যাম আৰু লাও জাতীত পৰিণত হয়।

ব্ৰহ্মদেশত থকা শ্যানসকলৰ (শ্যাম শব্দৰ বৰ্ম্মী উচ্চাৰণ) ক্ষমতা ত্ৰয়োদশ শতিকাৰপৰা টুটি আহে। ওঠৰ শতিকাৰ মাজ ভাগত ব্ৰহ্মদেশৰ ৰজা

আলোমফ্ৰাই শেষ শ্যাম ৰাজ্য মোগং অধিকাৰ কৰে, আৰু শ্যামসকল বৰ্ম্মাৰ লগত মিলি যায়। আলোমফ্ৰাই মোগং দখল কৰাৰ লগে লগে শ্যানৰ (শ্যাম) কেইটিমান দলে পিতৃভূমি এৰি অসম পায়হি। তেওঁলোকেই হৈছে অসমৰ ফাকিয়াল, তুৰুং (তাই ৰং) নৰা আৰু আইতনীযাসকল।

থাই বা শ্যাম পৰিযালৰ প্ৰধান প্ৰধান ভাগ হৈছে—শ্যামী লাও, লু, দাযে, শ্যান, খামতি আৰু আহোম। ইযাবে ভিতৰত শ্যান, খামতি আৰু আহোম-ভাষী মানুহ অসমত আছে।

# ৫। অসমীয়া শব্দমালা

ভাষাৰ মূল শব্দ। অসমীয়া ভাষাৰ শব্দসমূহ যাইকৈ সংস্কৃত প্ৰাকৃতৰপৰা আহিছে, যদিও প্ৰদেশৰ আৰু প্ৰদেশৰ বাহিৰৰ অন্যান্য ভাষাৰপৰাও ভালেমান শব্দ অসমীয়াত সোমাইছে। এই শব্দসমূহৰ আগমনত অসমীয়া ভাষা শক্তিশালী হৈছে আৰু ই ভাৱ প্ৰকাশৰ প্ৰভূত ক্ষমতা লভিছে। বিভিন্ন উপাদানলৈ লক্ষ্য ৰাখি অসমীয়া শব্দমালাক চাৰি শ্ৰেণীত ভগাব পাৰি—তৎসম, তদ্ভৱ, দেশী আৰু বিদেশী। তৎসম (তৎ অৰ্থ সংস্কৃত) অৰ্থাৎ অবিকৃত সংস্কৃত শব্দ। যেনে- ঈশ্বৰ, বন্ধু, দৰ্শন, কৰ্ম্ম, সত্য ইত্যাদি। কোনো কোনো ক্ষেত্ৰত উচ্চাৰণৰ তাৰতম্য হেতু তৎসম শব্দৰ বিকৃতি ঘটে। এই বিকৃত তৎসম শব্দবোৰক অৰ্দ্ধ-তৎসম বা ভগ্ন-তৎসম বোলে। যেনে—

| তৎসম | অৰ্দ্ধ-তৎসম |
|---|---|
| ভক্তি | ভকতি |
| মৰ্ম্ম | মৰম |
| ৰত্ন | ৰতন |
| যত্ন | যতন |
| সপত্নী | সতিনী |

ভালেমান সংস্কৃত শব্দই প্ৰাকৃতৰ মাজেদি আহি অসমীয়াত নতুন ৰূপ লৈছে। অসমীয়া ভাষাত প্ৰচলিত সৰহ ভাগ শব্দ এই শ্ৰেণীৰ। এই শব্দসমূহক তদ্ভৱ (তাৰপৰা উদ্ভৱ হোৱা) বা প্ৰাকৃতজ বোলা হয়। সংস্কৃত বা প্ৰাকৃতৰপৰা ওলাইছে যদিও এই শব্দসমূহৰ অসমীয়া ৰূপ ইমান পৰিৱৰ্ত্তিত যে ভাষাতত্ত্ব আৰু ঐতিহাসিক তুলনামূলক আলোচনাৰ সহায় নহলে সততকাই ইয়াৰ মূল বিচাৰি উলিওৱা টান। অসমীয়াত ব্যৱহাৰ হোৱা ভালেমান ঘৰুৱা শব্দ মানৱ দেহৰ অঙ্গ বুজোৱা শব্দ, সমাজ, সম্বন্ধ, প্ৰাকৃতিক বস্তু বুজোৱা শব্দ, সাধাৰণ গুণবাচক বিশেষণ, সংখ্যাবাচক শব্দ, সৰ্ব্বনাম, ক্ৰিয়া, অব্যয় আদিক তদ্ভৱ বা প্ৰাকৃতজ বুলিব পাৰি। যেনে—হাত পাৱ, মুখ, নাক, কাণ দাঁত, বামুণ, কেওট কুমাৰ, বিয়া, শহুৰ, ভনী ভাই, মাই, নৈ, তৰা, বিজুলী লোহা, গৰু, ঘোঁৰা, হাতী, সাপ, ভাল, পাতল, শুকান, সঁচা, এক, দুই, তিনি, আধা, মই, আমি, তুমি আৰু অধিকাংশ ক্ৰিয়া, অব্যয় আদি। কোনো কোনো ক্ষেত্ৰত তৎসম শব্দৰ অৰ্থ তদ্ভৱ শব্দৰ অৰ্থৰপৰা পাৰ্থক্য হয়। যেনে—শস্যৰপৰা শাহ, আত্মনৰপৰা আতা, আপা, প্ৰীতিৰপৰা পিৰীতি, কল্পৰপৰা খলপা, পৰ্ব্বৰপৰা পাল, চূৰ্ণৰপৰা চূণ, স্থানৰপৰা থান (-পবিত্ৰ অৰ্থত), গৰ্ভিণীৰপৰা

গাভিনী (কেৱল বস্তুত), ভ্ৰমৰৰপৰা (ভোমোৰা), মৰ্কটৰপৰা মকৰা (আৰু বাঘঃ লতামাকড়ি>মৰ্কট)—এইবোৰত মূল শব্দৰ অৰ্থান্তৰ ঘটিছে।

তৎসম আৰু তদ্ভৱ শব্দৰ উপৰি অসমীয়াত আৰু দুই শ্ৰেণীৰ শব্দাৱলী আছে,—দেশী আৰু বিদেশী। বিদেশী শব্দসমূহ বিচাৰী উলিওৱা সহজ। ইয়াৰ ৰূপ আৰু উচ্চাৰণেই মূল নিৰ্দেশ কৰে। কিন্তু দেশী শব্দবোৰৰ মূল ধৰা টান। প্ৰদেশত প্ৰচলিত অথচ সংস্কৃত বা প্ৰাকৃত আৰু বিদেশী ভাষাৰপৰা যিবোৰ শব্দ অহা নাই, সাধাৰণতে তাক দেশী বা দেশজ শব্দ বোলা হয়। কিছুমান দেশীয় শব্দ যেনে—লাড়ু, খাড়ু, হাড়ী, তেতেলি, তামোল, কদলী আদিৰ ৰূপ সংস্কৃতত আছে, কিন্তু এই শব্দবোৰ দেশীয় ভাষাৰ পৰাহে সংস্কৃতত সোমাইছে বুলি পণ্ডিতসকলে অনুমান কৰে। উদাহৰণ স্বৰূপে তামোল শব্দটিকে ধৰিব পাৰি ভাৰতীয় সামাজিক আৰু ধৰ্ম্ম সম্বন্ধীয় অনুষ্ঠানত তামোল-পাণৰ বিশেষ ব্যৱহাৰ আছে, কিন্তু ভাৰত আৰু ইয়াৰ ওচৰৰ দেশৰ বাহিৰে (প্ৰশান্ত মহাসাগৰীয) ইউৰোপ আদি অন্য ঠাইত তামোল-পাণৰ ব্যৱহাৰ ৰীতি নাই। সেই কাৰণেই মূল আৰ্য্যভাষাত তামোল বুজুৱা কোনো প্ৰতিশব্দও নাই। সম্ভৱতঃ এই শব্দটো মনখ্মেৰ ভাষা পৰিয়ালৰ পৰা আহিছে। ড° কাকতিয়ে তেখেতৰ অসমীযা ভাষাতত্ত্ব পুথিত ( Assamese Its Formation and Development ) দেশজ শব্দৰ বিষযে বহলাই আলোচনা কৰিছে।

ড° কাকতিয়ে দেশজ শব্দৰপৰা ধাৰে লোৱা অসমীযা শব্দসমূহক তিনি শ্ৰেণীত ভাগ কৰিছে—

(১) অষ্ট্ৰ-এচিযাটিক—(ক) খাচি, (খ) কোল আৰু (গ) মালয়।

(২) তিব্বত, বৰ্ম্মী, বড়ো।

(৩) থাই আহোম ভাষাৰপৰা অহা শব্দসমূহ।

ড° কাকতিৰ পুথিৰপৰাই উদাহৰণ স্বৰূপে কেইটিমান শব্দ তুলি দিযা হ'ল। খাচি ভাষাৰপৰা অহা বুলি অনুমান কৰা শব্দৰ ভিতৰত কিংখাপ, খং, ডিঙগা, জে, জপা, জঞ্জাল, জহা (ধান), মেথোন, চোকোৰা, নোদোকা, টোকোনা ইত্যাদি।

কোল-মুণ্ডাৰীৰ লগত সামঞ্জস্য থকা শব্দ—আটোম-টোকাৰি, ভঙগুৰা, জুনা, জুঁতি (চৰাই ধৰা), লাটুম, চিকৰা, ঠেঁটুবৈ, ভোদা, আলাবাদু, টোপ, ঘুটমুট গোহাৰি, তেজপিয়া, গোঙোৰা, ইত্যাদি।

মালয়ৰ লগত মিল থকা শব্দ—আচুসুতা, বগা, বোকা, বেজবেজ, বিলাক, বুটী, চেঙ্গা, চোং, গাহৰি, গেৰেকনি, জহামাল, কোঙা, টেলেকা, লাও-পানী ইত্যাদি।

বড়োৰপৰা অহা শব্দৰ ভিতৰত হৈছে—হাফলু, মাইহাং, হামাহ, জখলা,

জোং, হোজা, হেঙ্গাৰ, কোন্দা, থোকা, হাওফাও, চাং, হোলোঙ্গা, লফা, লামথ, লাওখোলা, শিলিখা, ডাউক ইত্যাদি।

দি-উপসৰ্গ থকা নৈৰ নামবোৰো বড়োৰপৰা হৈছে। যেনে—দিব্ৰু, দিহং, দিবং, দিখৌ, দিগবই, মঙ্গলদৈ ইত্যাদি।

থাই বা আহোমৰপৰা অহা শব্দৰ ভিতৰত উল্লেখ কৰিব পাৰি—পোখা, পুং, ফাং, বাণ (বাতি), বুৰঞ্জী, জান, জেকা, কাবেং, ৰং (ঘৰ), লাং (লাং খাই পৰ), আংমৰা, হাই ইত্যাদি।

অন্য গোষ্ঠী ভাষাৰপৰা বিশেষ্য, বিশেষণ, ক্ৰিয়া আদিৰ সম্পূৰ্ণ ৰূপ ধাৰ কৰাহে ভাষাৰ সাধাৰণ ৰীতি। কিন্তু ওপৰৰ অনাৰ্য্য ভাষাসমূহৰপৰা আৰ্য্য অসমীয়া ভাষাই প্ৰত্যয, সহায়ক ক্ৰিয়া আদিও গ্ৰহণ কৰিছে। ডঃ কাক-তিয়ে অসমীয়া শব্দৰ বলম, পেখম, ৰাংচা, ধেপচা, দ'হেচৗয়া, খৰচৗয়া আদিত যোগ হোৱা—ম, চা, চৗয় আদি অনুসৰ্গ বড়ো ভাষাৰপৰা আহিছে বুলি অনুমান কৰিছে। ভাষাবিদ্‌সকলৰ মতে আধুনিক আৰ্য্য ভাষাত সহায়ক ধাতুৰ ব্যৱহাৰ পদ্ধতিও অনাৰ্য্য ভাষাৰপৰা উদ্ভৱ হৈছে—খাই পেলোৱা, মাৰি পেলোৱা ইত্যাদি।

সাধাৰণতে জীৱন্ত ভাষাক বোৱঁতী নদীৰ লগত তুলনা কৰা হয়। বিভিন্ন ফালৰপৰা বাগৰি অহা বাৰিধাৰাৰ সংযোগত সাগৰ অভিমুখে বৈ যোৱা নদী যেনেকৈ শক্তিশালী হয়, সেইদৰে অষ্ট্ৰিক, তিব্বত, বৰ্ম্মী ভাষাৰ সম্মেলনত অসমীয়াৰ ভাষাৰ দিনক দিনে ঐশ্বৰ্য্য আৰু বৈচিত্ৰ্য বাঢ়িছে।

বিদেশী শব্দবোৰৰ ভিতৰত কিছুমান পোনে পোনেই আহি অসমীয়া শব্দ-মালাত সোমাইছেহি। পৰিৱৰ্ত্তনৰ মাজেদি অহা শব্দৰ ভিতৰত পুথি, পাইক, সুৰুং আদিৰ উল্লেখ কৰিব পাৰি। পুথি শব্দটোৰ মূল হৈছে পহ্লৱি পোস্ত (parchment) পোস্ত শব্দত 'ক' প্ৰত্যয় লগাই পুস্তক কৰা হৈছে। ইৰাণীয় পাইক আৰু গ্ৰীক চুৰিংকচ শব্দৰপৰা ক্ৰমে 'পাইক' আৰু 'সুৰুং -অৰ উদ্ভৱ হৈছে।

অসমীয়াত ব্যৱহাৰ হোৱা বাকীবোৰ বিদেশী শব্দক থাইকৈ দুই শ্ৰেণীত ভগাব পাৰি। ভাৰতৰ ভিতৰুৱা আধুনিক প্ৰাদেশিক ভাষাৰপৰা অহা শব্দ-সমূহ, আৰু অভাৰতীয় ভাষাৰপৰা অহা শব্দসমূহ। ভাৰতৰ অন্যান্য প্ৰদেশৰ আধুনিক আৰ্য্য ভাষাৰপৰা আমাৰ ভাষালৈ ভালেমান শব্দ আহিছে। এই শব্দবোৰৰ তদ্ভৱ শব্দৰ শাৰীত ধৰিব পাৰি।

কিন্তু প্ৰাকৃতৰপৰা নাহি এনে প্ৰাদেশিক ভাষাৰপৰা অহা বাবে ইহঁতৰ পৰ্য্যায় সুকীয়া বুলি ধৰা হৈছে। শিক্ষা, সংস্কৃতি, ব্যৱসায় আদি নানা কাৰণৰ হেতু অসমীয়াৰ লগত হিন্দী, উড়ীয়া, বঙ্গলা আদি ভাষা-ভাষীসকলৰ সংযোগ ঘটিছে। তাৰে ফলত প্ৰত্যেক প্ৰদেশৰ ভাষাৰ কিছুমান শব্দই বিকৃত বা অবিকৃতভাৱে আমাৰ ভাষাত ঠাই পাইছেহি। যেনে—

হিন্দী—লুচিবালা, কাগজৱালা, হাইজা, চাহিদা, মহংগা, আপোচ। বঙ্গলা—ভেজাল, কেলেঙ্কাৰী, বেতাৰ, ৰসগোল্লা আদি নানাবিধ মিঠাইৰ নাম। গুজ-ৰাটী —হৰতাল ইত্যাদি।

ভাৰতৰ বাহিৰৰপৰা অহা বিদেশী শব্দসমূহক আকৌ দুই শ্ৰেণীত ভগাব পাৰি—ফাৰ্চী আৰু ইউৰোপীয। ফাৰ্চীৰ ভিতৰত ফাৰ্চী আৰবী আৰু তুৰ্কী ভাষা পৰিছে। তুৰ্কী শব্দসমূহ ঘাইকৈ ফাৰ্চীৰ মাজেদি অসমীযাত সোমাইছেহি। ফাৰ্চী শব্দসমূহক তলত দিয়া দৰে ভাগ কৰিব পাৰি—

(১) ৰজা, বিষযা, ৰাজ-সন্মান বিষয়ৰ শব্দ—আমিৰ, উজিৰ, বাদচাহ, নবাব, চুলতান, দেৱান, বাহাদুৰ (খাঁ-বাহাদুৰ), তালুকদাৰ, তহচিলদাৰ, জমি-দাৰ, চুবেদাৰ, চৰ্দাৰ, হাকিম, দাৰোগা, খলিফা, মুণ্চি, পেচকাৰ, চাপ্ৰাচি দা'ৰা-যান উকিল, দপ্তৰি, হুজুৰ, মালিক, চাকৰ ইত্যাদি।

(২) শাসন, আইন খাজনা, ব্যৱসায, যুদ্ধ সম্বন্ধীয—তালুক মহকুমা, জিলা, চহৰ, চৰ্কাৰ, আইন-কানুন, আদালত, খত, দলিল দৰ্খাস্ত এজাহাৰ ক্ৰোক, আৰ্জি, জাৰি, নালিচ, মোকৰ্দ্দমা জবান, জামানত, আমানত ফৰিযাদি, আচামী বাজেযাপ্ত, হাজত, বৰখাস্ত, ইস্তফা দফা কৰ্জ্জ কৈফিযৎ ফেৰাৰ, খাৰিজ ফৌজদাৰী এজলাচ থানাতালাচ, ফযচলা হক, খুনি, মজুৰ, দস্তুৰ হাজিৰ, হিচাব-নিকাচ, কযদী, কয়দীখানা বছিদ, খোচামোদ জৰিমনা, প'ৰা-খানা, নজৰবন্দী, আবকাৰি।

খাজানা সম্বন্ধীয় শব্দৰ ভিতৰত—খাজানা, খাজাঞ্চি আবাদ এক্তিযাৰ, ওযাচিল, তহবিল, জমা, নাজিৰ, বাকীদাৰ জৰিপ, বন্দোবস্ত, জমাবন্দি, চিঠাবন্দি, মাচুল, মালখানা, এজমালি, কিস্তি এলেকা, খাৰিজ খালি আদি।

যুদ্ধ সম্বন্ধীয শব্দ হৈছে—ফৌজ, চিপাহি, হাবিলদাৰ, গোলা-বাৰুদ কামান কেল্লা, বন্দুক, তীৰ, টোপ চুচ-কাৱাজ ইয়াৰ লগতে ঘোঁৰাৰ লগত জৰিত শব্দসমূহৰ যোগ দিব পাৰি। এইবোৰ হৈছে—চহিচ, কাচোৱান চাবুক, লাগাম নল, ৰেকাবি, চোৱাৰ, জিন।

দোকান, দোকানদাৰ, খৰিদ খৰিদ্দাৰ, দালাল, জল্লাদ, কচাই কলাই (-কৰা), মিনা (কৰা) মিস্ত্ৰি, চিকাৰি, কাৰিগৰ ৰোজকাৰ, কাৰবাৰ দৰ্জ্জি (দৰ্জ্জিৰ লগত সম্বন্ধ থকা আস্তিন, বসল, জেপ, ইত্যাদি)—শব্দবোৰ ব্যৱসায় সম্বন্ধীয়।

(৩) ইচলাম ধৰ্ম্ম অনুষ্ঠান সম্বন্ধীয়—ইচলাম মুচলমান, আল্লা, আউলিয়া ইদ, ইমাম, নমাজ মচজিদ, কোৰবানি, কবৰ, দিন-ইলাহি, কলমা, কোৰাণ, খোদা খলিফা মহৰম, তাজিয়া, চৈয়দ, চুন্নৎ, তাবিজ, নবী, নিকা, পিৰ, পয়গম্বৰ, মুবাৰক, মানৎ, মৌলবী, ৰোজা ৰচুল। ইচলাম ধৰ্ম্ম-সংস্কৃতিক বুজাবলৈ এই শব্দবোৰ সাধাৰণ গাঁৱৰ মুচলমানেও সদা-সৰ্ব্বদা ব্যৱহাৰ কৰে।

(৪) শিক্ষা, সংস্কৃতি সাহিত্য বিষয়ৰ কথা—কলম, কিতাপ, কাগজ,

চিয়াহি, দোৱাত, মানে (অর্থ), জিল্দ, লেফাফা, খবৰ, হৰফ, তর্জমা, মজলিচ। বাদ্য-যন্ত্র আৰু সংগীতৰ ভিতৰুৱাঃ চেতাৰ, তবলা, ৰবাব, নাসাৰা, দামামা ঢানাই তানপুৰা শৰোদ, কাৱালি, খেয়াল, গজল, ওস্তাদ।

হাকিম (চিকিৎসক), দাৱাই, ইচবগুল, জুলাব, মলম, চিৰিকা, হাইজা, বদ-হজম আদি চিকিৎসা সম্বন্ধীয় শব্দ।

শতৰঞ্জ (Chess), তাচ, কুস্তি, পালোৱান আদি খেল-ধেমালিৰ শব্দ।

গালি-শপণিত প্ৰয়োগ কৰা শব্দসমূহেও সাংস্কৃতিৰ এক দিশ প্ৰকাশ কৰে। যেনে—বদমাইচ, বেইমান, বইজাত, হাৰামখোৰ হাৰামজাদা, পাজি, চযতান, নালাযক। সম্বোধনত প্ৰয়োগ হোৱা আৰে শব্দটোৰ অৰ্থৰ অৱনতি ঘটি গালিত ব্যৱহাৰ হয।

(৫) বিলাসৰ সামগ্ৰী আৰু ব্যবসায বিষয়ৰ শব্দ—আইনা, আতৰ, আবক আতচবাজী চচমা, মেজ, তক্তাপোচ আদি।

কানি-কাপোৰ সম্বন্ধীয়—বোৰ্খা পৰ্দ্দা, গলবন্ধ, লুঙি নিমা, কুৰ্ত্তা, কামিজ চালোৱাৰ জামা, মিৰজাই, ফটুৱাই পাযজামা, মোজা, মখমল, গালিচা, চামিয়ানা।

বদ্না, বোলাৰৰী, ডেক্চি চামোচ, পিয়ালা, আদি—বাচন-বৰ্ত্তন সম্বন্ধীয়। ভোজন আৰু ভোজন বিলাসিতাৰ শব্দ—বাবুৰ্চি, খানচামা খাচি নাস্তা, কোৰ্ম্মা, কালিযা, কোপ্তা, কাবাব, পোলাও, বিৰিয়ানি, হালোৱা, বৰফ, বৰফি, বালুচাহি গজা, জেলেপি, পেৰা, চৰবত্, চজি চাপাতি ময়দা, বেচন, নিমখ মচলা, আঙুৰ, আলুবখৰা, বাদাম, খুৰমা (মূল অৰ্থ খেজুৰ) কিচমিচ, মনক্কা খোবানি, চেপেতা পদিনা চালগোম, পিয়াজ নহৰু তৰমুজ, গাজৰ হোক্কা চিলিম, খামিৰ (-মিহলোৱা ধপাত) ইত্যাদি।

ঘৰ আৰু নিৰ্ম্মাণকাৰ্য্যৰ লগত সম্বন্ধ থকা শব্দ—মহল, মঞ্জিল, দালান, হাউলি বুনিযাদ, মিনাৰ দৰ্জ্জা, বাৰান্দা পুল (দলং) চালামি (Slage)

(৬) বিভিন্ন দেশবাসী নিৰ্দ্দেশক শব্দ—আৰব, ইহুদী ইত্যাদি।

(৭) সাধাৰণ বস্তু আৰু ভাব নিৰ্দ্দেশক শব্দ—কাৰখানা, গবজ, জানোৱাৰ জাহাজ, জিদ, দখল, দৰকাৰ, দোকান, নগদ, নমুনা, নৰম, পছন্দ, বদজাত মজবুত, মুলুক, ৰকম হজম, হাজাৰ, হক, হাউচ, খিয়াল, আপচোচ, কদৰ মৎলব, ফিকিৰ, তাৰিফ বাহাৰ, জোৰ ইচাৰা, ইত্যাদি।

কোনো কোনো শব্দ বিশেষণ স্বৰূপে ব্যৱহাৰ হয়ঃ বাহাদুৰী, বদমাইচী, চালাকী, দাগাবাজী, খুচী, নামাঞ্জৰী, তৈয়াৰী, নকলী, তেজী আদি। অসমীয়াত কিছুমানৰ অৰ্থ সলনি হয়। যেনে—

| মূল শব্দ | মূল অৰ্থ | অসমীয়া অৰ্থ |
|---|---|---|
| বগল | মহান | কাবলাতি<br>(দুই গাৰী বগল দিয়া) |

| মূল শব্দ | মূল অৰ্থ | অসমীয়া অৰ্থ |
| --- | --- | --- |
| চিক | মিহি কাপোৰ | বাঁহৰ পৰ্দা |
| দানা | খাদ্য | জন্তুৰ খাদ্য |
| তামাচা | ঘূৰিফুৰ | ধেমালি |
| জুলুম | আন্ধাৰ | কষ্ট |

ইউৰোপৰপৰা শব্দবোৰ সাধাৰণতে ইংৰাজী বা অন্য ভাৰতীয় ভাষাৰ যোগেদি অসমীয়া ভাষাত সোমাইছে। ইয়াৰ ভিতৰত পৰ্ত্তুগীজৰপৰা অহা শব্দবোৰ ঘাইকৈ বঙ্গলাৰ যোগেদি আমাৰ ভাষালৈ আহিছে। অসমীয়া ভাষালৈ ৰূপান্তৰিত হওঁতে মূল শব্দৰ গঢ় ভালেখিনি লৰিছে। অসমীয়া ভাষাত প্ৰচলিত পৰ্ত্তুগীজৰপৰা অহা শব্দৰ ভিতৰত জানালা, বুটাম, বাল্টি, গীৰ্জ্জা, ফিটা, ফৰ্ম্মা, মিস্ত্ৰী, পাউৰুটি, পিপা বাৰান্দা, কফি, ইস্পাত, পিস্তল, আয়া, বেহেলা, বোমা, মাৰ্কা, চালচা, আলমাৰি, আনাৰস, চাবি, কেৰাণী, বয়স, নীলাম, বিস্তি তাচখেলা, কামিজ ইত্যাদি।

বিদেশীৰপৰা অহা শব্দাৱলীৰ ভিতৰত আধুনিক যুগত ইংৰাজীৰপৰা অহা শব্দৰ তালিকাই দীঘলীয়া। বৃটিছ শাসনৰ লগে লগে ভালেমান ইংৰাজী বস্তু, ভাব, অনুষ্ঠান, আদি অসমলৈ আহিল। এইবোৰ নিৰ্দ্দেশ কৰিবৰ কাৰণে কেতিয়াবা মূল ইংৰাজী শব্দ আৰু কেতিযাবা তাৰ বিকৃত ৰূপ অথবা তাৰ পৰিৱৰ্ত্তিত উচ্চাৰণ ব্যৱহাৰ কৰা হৈছে।

অভাৰতীয় ঠাই আৰু মানুহৰ নাম অসমীয়াত ঘাইকৈ ইংৰাজীৰ যোগে-দিহে পোৱা হৈছে। বিদেশী নামৰ ভিতৰত এৰিষ্টটোল, প্লেটো, ভল্টেয়াৰ, মাৰ্ক্স, এচিয়া, জানুৱাৰী আদি বৰ মহান নাম ইত্যাদি (অসমীয়া ভাষাত ইংৰাজী শব্দমালা আধ্যা)। ইংৰাজী ভাষাৰ যোগে অন্যান্য ভাষাৰ শব্দও অসমীয়াত সোমাইছে—জেব্ৰা, কুইনাইন, বলচেভিক, চাহ, চেনি (চীন), ৰিকচ, হাৰাকিৰি (জাপানী), চাগু, গুদাম (মালয) ইত্যাদি।

ফ্ৰান্সৰপৰা অহা শব্দৰ ভিতৰত কাৰ্ত্তুজ, কুপন, চাবোন, বুৰ্জ্জোৱা, ওলন্দাজ আদি শব্দই প্ৰধান। ওলন্দাজৰপৰা অহাৰ ভিতৰত ইচ্‌ক্ৰুপ আৰু ঘাইকৈ তাচ খেলৰ পাতৰ নামবোৰ, যেনে—হৰ্ত্তন, ৰোহিতন, ইস্কাপন।

ইয়াৰ বাহিৰেও দেশী আৰু বিদেশী শব্দ মিলি, বিদেশী শব্দত দেশী প্ৰত্যয় বা উপসৰ্গ আৰু দেশী শব্দত বিদেশী প্ৰত্যয় বা উপসৰ্গ যোগ হৈ এক নতুন শ্ৰেণীৰ শব্দ গঠিত হৈছে। এনে শব্দসমূহক মিহলি শব্দ ( Hybrid বা Hybrid words ) নাম দিব পাৰি। এনেকৈ গঠিত হোৱা নতুন শব্দ কেইটামানৰ উদাহৰণ দিয়া হল—হেড্‌ পণ্ডিত, হেড্‌-মহৰী, পুলিচ-চাদাৰ, পাঠ্য-কিতাপ, স্কুলপাঠ্য ইত্যাদি। প্ৰত্যয় সংযোগত গঠিত যেনে—মাষ্টৰ+ঈ=মাষ্টৰী, বে (ফাং)+টাইম=বেটাইম, বে+নিয়ম=বেনিয়ম, গড় (ফাং)

+মিল=গড়মিল, বে+ৰসিক=বেৰসিক। ফাৰ্চী শব্দৰ সংযোগত এনে ধৰণৰ ভালেমান সমাসসিদ্ধ মিহলি শব্দৰ সৃষ্টি হৈছে। যেনে—জপ-ঘড়ি, মম্-বাতি, ৰাজ-মহল, ৰং-মহল, বজাৰ-ভাও। অৰ্থ অধিক স্পষ্ট কৰিবলৈ একে অৰ্থৰ দুই ভাষাৰ দুটা শব্দ (এটা ফাৰ্চীৰ) যোগ কৰি কৰা শব্দ হৈছে— ধন-দৌলত, হাট-বজাৰ, খত-পত্ৰ, লাজ-চৰম, ৰাম-ৰহিম, হাল-চাল, তুলা-তৰ্জ্জু। কেতিয়াবা আৰবী-ফাৰ্চী শব্দত অসমীয়া প্ৰত্যয়, শব্দ বা শব্দৰ যোগ কৰি নতুন পদ কৰা হয়। যেনে—বজৰুৱা জেপ-মুৰুকা, চো-হৰ্দ ইত্যাদি।

অসমীয়া শব্দত বিদেশী প্ৰত্যয় অথবা অন্য শব্দ যোগ হৈও মিশ্ৰ শব্দৰ সৃষ্টি কৰিছে। যেনে—গাৰোৱান, কচোৱান, দাৰোৱান, (আছে বা থকা অৰ্থত আন বা ৱান প্ৰত্যয়), ডাক্তৰখানা, ছপাখানা, বৈঠকখানা (স্থান বা দোকান অৰ্থত খানা প্ৰত্যয় সংযোগ) কাৰিকৰ, বাজিকৰ, সদাগৰ (কৰা অৰ্থত গৰ বা কৰ সংযোগ) ঘোচখোৰ, হাৰামখোৰ, সুদখোৰ, (খোৱা অৰ্থত খোৰ), বাবুগিৰি কেৰাণীগিৰি (ব্যৱসায় অৰ্থত গিৰি) গালিচা দলিচা, বাগিচা, নলিচা, খাজাঞ্চি, ডেগচী (আধাৰ অথবা ক্ষুদ্ৰ অৰ্থত চা, চি, চী) ফুলদানী, চাহদানী পিকদানী (আধাৰ অৰ্থত দানী) মৌজাদাৰ, চৌকিদাৰ, অংশীদাৰ (ধাৰক বা কৰ্ত্তা অৰ্থত —দাৰ), নকল-নবিশ, (লেখক অৰ্থত) চিঠা-বন্দী, জবানবন্দী (গৃহীত অৰ্থত বাদ বা বন্দী) মোক্তাৰনামা ওকালতনামা (নাম সংযোগত), দগাবাজ, (-বাজ), ৰঙ্গীন, চৌখীন, (ঈন বা ইন), আৰবী-ফাৰ্চী উপসৰ্গৰ যোগত হোৱা শব্দঃ বদ-নাম ব-কলম, ব-নাম (vursus), বে-ইজ্জত, গৰ-ৰাইজ গৰ-হাজিৰ, গৰ-কাপ্তানি।

ওচৰ-চুবুৰীয়া ভাষাৰ লগত সম্বন্ধহীন হৈ কোনো ভাষা স্বতন্তৰীয়া-ভাৱে থাকিব নোৱাৰে। ৰাজনৈতিক সাংস্কৃতিক আৰু ধাৰ্ম্মিক-প্ৰভাৱৰ হেতু এটা ভাষাই আন এটা ভাষাৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰা স্বাভাৱিক নিয়ম। কিন্তু এইখিনিতে এটা বিশেষত্ব মন কৰিবলগীয়া। সাধাৰণতে মানুহে বিদেশী ভাষা শিকি সেই ভাষাত কথা-বাৰ্ত্তা কওঁতে তাৰ মাজত নিজ ভাষাৰ শব্দ যাতে ব্যৱহৃত নহয়, সেই বিষয়ে বিশেষ সতৰ্ক আৰু সজাগ হয়, কিন্তু নিজভাষা কওঁতে এই ৰীতিৰ বিপৰীত ঘটে, অৰ্থাৎ অসমীয়া মানুহে ইংৰাজী কথোপকথনৰ মাজত অজ্ঞাতসাৰেও অসমীয়া শব্দ বা জতুৱা খণ্ড-বাক্য ব্যৱ-হাৰ নকৰে। কিন্তু অসমীয়াত কথা-বতৰা হওঁতে বাধাহীন আৰু নিঃসঙ্কোচ-ভাৱে ইংৰাজী ভাষাৰ শব্দ প্ৰয়োগ কৰি নিজৰ বিদ্যা আৰু শিক্ষাৰ পৰিচয় দিয়ে।

এটা ভাষাই অন্য এটা ভাষাৰপৰা বাইকৈ প্ৰয়োজনৰ বশৱৰ্ত্তী হৈ শব্দ ধাৰ কৰে। কোনো এখন দেশত নতুনকৈ এটা বস্তু উৎপন্ন হলে, অথবা অন্য দেশত নেদেখা বা নোহোৱা পশু, পক্ষী, গছ-লতা আদি প্ৰাকৃতিক বস্তু আৱিষ্কাৰ হলে তাৰ নাম প্ৰথমে সেই দেশৰ ভাষাত ৰখা হয়, অন্য ভাষাই

পিছত সেই শব্দকে গ্ৰহণ কৰে। কলা-বিজ্ঞানৰ কোনো শাখাৰ বিশেষ চৰ্চাৰ হেতু কোনো এক ভাষাত কিছুমান প্ৰয়োজনীয় শব্দ-সংকেত বা শব্দ-মালাৰ সৃষ্টি হয়। নিজ ভাষাৰ সাংস্কৃতিক উন্নতিৰ অৰ্থে অন্য ভাষাই এই শব্দ-মালাৰ যথাযথভাৱে ধাৰ কৰিবলে বাধ্য হয়। ইউৰোপীয় ভাষাসমূহে অংক আৰু জ্যোতিষ শাস্ত্ৰৰ বহুখিনি শব্দ এই হেতুকে আৰবী ভাষাৰপৰা গ্ৰহণ কৰিব লগা হৈছিল। Alphabet শব্দটোৰেই আৰবীৰপৰা উদ্ভৱ হৈছে। জ্ঞান-বিজ্ঞানৰ চৰ্চা বহল হোৱাত আধুনিক অসমীয়া ভাষাই এই কাৰণে বৰ্ত্তমান ভালেমান ইউৰোপীয় শব্দ গ্ৰহণ কৰিছে।

কিন্তু প্ৰয়োজনেই ধাৰ কৰাৰ সৰ্ব্বপ্ৰধান কাৰণ নহয়। কেতিযাবা মানুহে নিজক মাৰ্জ্জিত ৰুচিসম্পন্ন বুলি পৰিচয় দিবলৈও কথা-বাৰ্ত্তা কওঁতে প্ৰচুৰ পৰিমাণে অপ্ৰয়োজনীয় বিদেশী শব্দ ব্যৱহাৰ কৰে। এলাহ আৰু মাতৃভাষাত সম্যক ব্যুৎপত্তি নথকা হেতুকেও বিদেশী ভাষাৰপৰা ধাৰ কৰিবলৈ মানুহৰ প্ৰবৃত্তি জন্মে। ইংৰাজী ভাষা-সাহিত্যৰ যোগে লব্ধ জ্ঞান সহজ মাতৃভাষাত অনুবাদ কৰি প্ৰকাশ কৰিবলৈ এলাহ কৰি নতুবা অসমৰ্থ হৈ কোনো কোনো শিক্ষিত মানুহে নিজৰ অজ্ঞাতসাৰেই এই ৰীতি অনুসৰণ কৰে। নিজৰ মাতৃভাষাৰ শব্দাৱলী আৰু গঠনৰ লগত বিশেষ পৰিচয় নথকা অনুবাদসকলৰ অৱহেলা আৰু ত্ৰুটিৰ হেতুও বিদেশী শব্দৰ আগমন হয়।

বিদেশী ভাষাৰপৰা প্ৰধানতে বিশেষ্য, বিশেষণ, ক্ৰিয়া আদিৰ সম্পূৰ্ণ ৰূপহে ধাৰ কৰা হয় সৰ্ব্বনাম, উপসৰ্গ, অব্যয, সহায়ক ক্ৰিযা আদি গ্ৰহণ কৰা নহয়। প্ৰতি ভাষাৰে ব্যক্তিসূচক আৰু নিৰ্ণযসূচক সৰ্ব্বনামসমূহ ভাষাৰ শৈশৱ অৱস্থাৰপৰা তাৰ লগত ওতঃপ্ৰোতভাৱে জড়িত থাকে। নতুন শব্দ যিমানেই সুশ্ৰাব্য আৰু সুন্দৰ নহওঁক এই চিৰপৰিচিত সৰ্ব্বনামসমূহক দূৰ কৰিবলৈ তাৰ শক্তি নাই। বিদেশী সংখ্যাবাচক শব্দসমূহৰো অন্য ভাষাত প্ৰৱেশ অধিকাৰ নাই।

এই ধাৰ কৰা শব্দত সাধাৰণতে মূল ভাষাৰ প্ৰত্যয বা বিভক্তি সংযোগ নহয়। যি ভাষালৈ আহে সেই ভাষাৰ সাধাৰণ প্ৰত্যয় আদিয়ে তাৰ লগত যোগ হয। বিদেশী ভাষাই অন্য ভাষাৰ ব্যাকৰণৰ ওপৰত নিচেই সামান্য প্ৰভাৱ বিস্তাৰ কৰিবলৈহে সমৰ্থ হয়। বিদেশী শব্দসমূহৰ উচ্চাৰণৰ নতুন ভাষাত বিকৃতি ঘটে। কোনো কোনো ক্ষেত্ৰত বিদেশী ভাষাই অন্য ভাষাৰ বাক্য-ৰীতি আৰু জতুৱা খণ্ড-বাক্যৰ ওপৰত ক্ৰিয়া কৰে। উদাহৰণ স্বৰূপে কব পাৰি যে আমেৰিকান বেপ্‌টিষ্ট মিছনেৰী সকলৰ প্ৰভাৱত আধুনিক অসমীয়া ভাষাৰ গদ্যৰীতিৰ ভঙ্গিমা বাইবেলৰ ইংৰাজী বাক্য-ৰীতিৰ সাঁচত গঢ় লৈ উঠিছে।

# ৬। অসমীয়া শব্দ গঠনত জীৱ-জন্তুৰ নাম

অসমীয়া ভাষাত জীৱজন্তুৰ নামৰপৰা ভালেমান শব্দ, বাক্যৰীতি (idioms and phrases) আৰু বাক্যাংশ—ঘাইকৈ উপমা, উদাহৰণ, দৃষ্টান্ত অথবা অৰ্থ-প্ৰসাৰত ব্যৱহৃত হয়। এই শব্দ-সৃষ্টিৰ ৰীতি আৰু জন্তুৰ নামেৰে গঠিত শব্দৰ লগত ভাষা আৰু জাতিৰ প্ৰাচীন ইতিহাসৰ বহু তথ্য জড়িত হৈ আছে। এই শব্দ আৰু বাক্যসমূহ—ঘাইকৈ সাধাৰণ লোকৰ বহুদিনীয়া প্ৰজ্ঞাৰ ওপৰত প্ৰতিষ্ঠিত। এই শ্ৰেণীৰ শব্দসমূহ প্ৰকৃতি আৰু মানুহৰ মাজত থকা পূৰ্ব্বৰ নিবিড়তম সম্বন্ধৰ পৰিচয়জ্ঞাপক। জাতিৰ মনস্তত্ত্বৰ প্ৰাচীন স্মৃতি ইয়াৰ মাজত মচ নোখোৱাকৈ স্থায়ী হৈ আছে। পুৰণি কালত মানুহে শিশুৰ দৰে জীৱ-জন্তু আৰু নিজৰ মাজত পাৰ্থক্যৰ প্ৰাচীৰ ৰচিব নোজানিছিল। তেওঁলোকৰ মনত আদিম মানুহ আৰু জীৱ-জন্তু একে শ্ৰেণীৰ আছিল। কোনো কোনো বিষয়ত তেওঁলোকে মানুহতকৈ অন্য জীৱ-জন্তুক অধিক গুণবান আৰু বুদ্ধিমান বুলি বিবেচনা কৰিছিল। এনে বিশ্বাসৰ ওপৰত ভেটি কৰিযেই জীৱ জন্তু সম্বন্ধীয় অলেখ সাধু-কথা সকলো জাতিৰ পুৰণি সাহিত্যত গঢ়ি উঠিছে। জাতক, পঞ্চতন্ত্ৰ, হিতোপদেশৰ সাধুবোৰে এই তত্ত্বকেই প্ৰকাশ কৰে। যুগে যুগে মানুহৰ পাৰিপাৰ্শ্বিক অৱস্থাৰ পৰিৱৰ্ত্তনৰ হেতু আজিৰ মানুহৰ মনত এই সাধু-কথা সমূহৰ ৰস আৰু মৰ্ম্মত নতুনত্ব আৰু চমৎকাৰিত্ব ভালেখিনি হ্ৰাস পাইছে। তথাপি সাধু-কথাৰ সংক্ষিপ্ত বাক্যসংস্কৰণে নিজৰ অজ্ঞাতসাৰেই আমাৰ দৈনন্দিন ব্যৱহাৰৰ ভাষাত সততে দেখা দিয়ে। ফেঁচু ৰজা হোৱা, মেনী মহ খীৰোৱা চিলনী আই শিয়াল পণ্ডিত, ইন্দুৰ সভাত ফেঁচাৰ কুৰুলি কলথোকা বাদুলিয়ে খালে - সাধু-কথাৰ ওপৰত গঢ় লোৱা এই প্ৰবাদ-বচনাসমূহ বক্তব্য প্ৰাঞ্জল কৰিবলৈ আমি সদা-সৰ্ব্বদায় ব্যৱহাৰ কৰোঁ।

অৱস্থা বিশেষে শব্দৰ অৰ্থ বিস্তাৰ, সংকোচ বিকৃতি ঘটা ভাষাৰ সাধাৰণ ৰীতি। অসমীয়াত বিভিন্ন অৰ্থত জন্তুৰ নামৰ ব্যৱহাৰ বিশেষ মন কৰিব লগীয়া। সাধাৰণতে জন্তুৰ দোষ-গুণ মানুহৰ গাত আৰোপ কৰিবলৈ এই নামবোৰৰ সহজ প্ৰয়োগ হয়। শিক্ষকে পঢ়াশালিত পঢ়া নোৱাৰা ছাত্ৰক গোট-গৰু, বলধ (কাণকটা), গাধ, শ্ৰেণীত কথা পাতি থকা লৰাক ছাগলী, বহুৱালি কৰাজনক, বান্দৰ, হাই-উৰুমি কৰা কেইজনক কাউৰী (কাউৰী বাঁহত জুই লগা), চুলি-মূৰ নাচোৱাকৈ অহা ছাত্ৰক জপৰা ভালুক বুলি সম্বোধন কৰা নিত্য-নৈমিত্তিক কথা। শকত মানুহক হাতী, পেট-পেৰেলাক গাভিনী শিয়াল,

লৰচৰ নকৰাজনক অজগৰ (অজগৰ পৰা দি পাৰি থকা) বুলি সাধাৰণতে ইতিকিং কৰা হয়। তলে তলে অনিষ্ট-সাধনৰ চেষ্টা কৰা জনে কালসাপ (গাখীৰ খুৱাই কাল-সাপ পোহা) আখ্যাৰে গৰিহণা পায়।

এই খিনিত শাও-শপনি আৰু গালিত ব্যৱহাৰ হোৱা শব্দমালাৰ উল্লেখ প্রয়োজন। শাও-শপনি আৰু গালিত সততে প্রয়োগ হোৱা শব্দসমূহত জাতিৰ মনস্তত্ত্ব আৰু ধৰ্ম্ম-ধাৰণাৰ পৰিচয় প্রকাশ পায়। সাধাৰণ মানুহে গালি-শপনিত প্রয়োগ কৰা—ৰৌ-ৰৌ নৰকত পচিবি, জহনীত যাবি, ভেটিত তিতা লাও গজিব (বংশ-নাশ), মাৰ-বাপেৰ-পোৱেৰৰ মূৰ-খাবি (নিঃসহায় অৱস্থা), হতচিৰি হবি, কণা হবি—বাক্যবোৰ বিশ্লেষণ কৰিলে অসমীয়া মানুহে কোনোবোৰ বিষযক অতি গৰ্হিত, অমঙ্গল আৰু দুৰ্ভাগ্যৰ বুলি বিবেচনা কৰে, সেই কথা বুজিব পাৰি। জন্তু-যোনিত জন্ম নিকৃষ্ট বুলি পৰিচয ওলাইছে—কুকুৰৰ পোৱালি, গাহৰিৰ পোৱালি, আদি বাক্যাংশত। ইয়াৰ বিপৰীত অৰ্থ প্রকাশ হৈছে সিংহৰ পোৱালি, বাঘৰ বেটা, আদি বাক্য-ৰীতিত।

জীৱ-জন্তুৰ নাম জড়িত কেতবোৰ লোকপ্রিয় বাক্য-ৰীতিয়ে সাধাৰণ মানুহৰ জীৱন-দৰ্শন সম্বন্ধীয ভাৱ ব্যক্ত কৰে। উদাহৰণ—কুকুৰ-ধুলি জীৱ (মূল্যহীন জীৱন), শূকৰৰ জীৱন (সংসাৰৰ ভোগত আসক্ত), বৈচৰ গৰু (বিষয়-জৰ্জ্জৰিত) ইত্যাদি। প্রাচীন ধ্যান-ধাৰণা, আচাৰ-ব্যৱহাৰৰ উল্লেখ থকা জন্তুৰ নাম সন্নিহিত বাক্যাংশ হৈছে—কুকুৰা কাটি শপত খোৱা, শেনৰ এজাত (আহোম দিনৰ শেষ উৰুৱা প্রথা), বগে নিৰামিহ খোৱা, অষ্টমীৰ ছাগ, আদি।

বিশেষ অৰ্থ প্রকাশৰ উপৰিও জন্তুৰ নাম সংযোগ থকা কেতবোৰ বাক্যাংশই অসমীযা মানুহৰ প্রাণীজগত সম্বন্ধীয় ধাৰণা আৰু অভিজ্ঞতাৰ সংকেত দিয়ে। বগা কাউৰী, বগা হাতী, হাইঠা মাটিত পৰা, হাতীয়ে ওদাল-গুৰিত কন্দা, শিয়ালৰ শিং গজা, বাঘে-ঘোঙে যুঁজ, সাপে-নেউলে যুঁজ, উদক ভেটা-ৰথীয়া পতা, সাপে সাপৰ ঠেং দেখা, সাপে ককালৰ কোব নাপাহৰা, গোম সাপৰ কণী, সম্পদীয়া পাৰ, বাক্যাংশ এই পৰ্য্যায়ৰ।

দৈনন্দিন জীৱনত ব্যৱহৃত হোৱা কেতবোৰ আহিলা-পাতি, সাজ-সৰঞ্জাম, আদি জীৱ-জন্তুৰ নামৰ অনুকৰণত গঢ় লৈ উঠিছে। যেনে—সিংহদুৱাৰ, সিংহাসন, কেঁকোৰা-দোলা, ঘোৰা-পাট (কুঁহিয়াৰ শালৰ), ঘোৰাশলকা, ঘোৰা (বন্দুকৰ), বাঘ-জৰী, বাঘ-ঢাল (খেল), বাঘ-গুটি (খেল), ছাগলী খুটি (যঁতৰৰ), ছাগলী-শিঙীয়া (বেঙেনা), গাহৰি-পাট (কুঁহিয়াৰ শালৰ), গাহৰি-খুটি (চিতাৰ), কুকুৰ-নোম (কণ্ডুৱা নোম), বান্দৰী (তাঁত শালৰ), হাতী খুজীয়া বাতি ইত্যাদি। বাঘিনী-প্রসূতা, বাঘমুই, পৰুৱাই পোৱা, কুকুৰী-কণা, শিয়ালগলা, ভোটগুটি, মকৰাই চোহা আদি ৰোগৰ নাম জন্তুৰ পৰাই আহিছে।

মানৱ দেহৰ সৌন্দৰ্য্য অথবা কুৰূপতা বুজাবলৈ প্রাচীন কালৰেপৰা মানুহে

জন্তুৰ ৰূপ-গুণৰ উপমা সংগ্ৰহ কৰি আহিছে। এই সম্বন্ধে জাৰ্মান সমালোচকে ( R M Meyer ) লিখিছে:—"The older similies are borrowed chiefly from the animal world, and further also from the vegetable kingdom, the younger, on the contrary, are taken from human life, these younger similies are more intensifying and less illustrating than the older বক্তব্য স্পষ্ট কৰিবলৈ অপ্ৰমাদী প্ৰাচীন অসমীয়া কবি মাধৱ কন্দলীৰ ৰামায়ণৰ পৰা কেইটিমান পদ উদ্ধৃত কৰি দিয়া হল। সীতাৰ দেহৰ বৰ্ণনাত আছে—

ৰাজহংস দেখা সীতা তোমাৰ সমান।
চক্ৰবাক যুগল তোমাৰ দুই তন।
কলহংস ৰৱে কান্দি নূপুৰৰ নাদ।
বদন কমল তোৰ দেখাত আহ্লাদ।
বদন উপৰে তোৰ নয়ন যুগল।
খঞ্জন দুতৰ যেন চলয় কমল॥

কুঁজীৰ কুৰূপ দেহ-বৰ্ণনাত উল্লেখ কৰিছে—

গ্ৰীৱা গোট নলখিৰা পেচা হেন গাল।

হয়মুখী নিশাচৰীৰ বৰ্ণনাত কোৱা হৈছে—

মোৰাস যেন ওলমিল পেট গোট।

আকাৰ-প্ৰকাৰ, গুণ-দোষ, অৱস্থা-পৰিমাণ, বুজাবলৈ ভাষাত সততে জীৱ-জন্তুৰ নামৰ সহায় গ্ৰহণ কৰা হয়। যেনে—গাইমুৰা, পেটকুলি (বাহিৰে অজলা ভিতৰে টেঙৰ), শামুকৰ সাহ, নিবুকা গৰু, অকলশৰীয়া পহু, অলপ পানীৰ মাছ কাউৰী শগুনে নোখোৱা, কুকুৰ মৰণেৰে মৰা, ফৰিং ছিটিকা দিয়া হাতীৰ খাৱন, হাতীৰ পৰ দিয়া, ঘোঁৰাৰ টোপনি, বাঘ-ঢকা, বাঘ-চকু ইত্যাদি। সময় বুজোৱাত ব্যৱহৃত হোৱা ফেঁহুজালি, প্ৰথম কুকুৰাৰ ডাক, কাউৰীয়ে কা-নকৰোঁতেই, ফৰিং ফুটা (জোনাক) আদি পদ সমষ্টি জন্তুৰ নামৰ পৰা অহা।

জীৱ-জন্তুৰ নাম আৰু কাৰ্য্য-কলাপৰপৰা অলেখ ক্ৰিয়া, নামধাতু, বিশেষ্য আৰু বিশেষণ পদৰ উদ্ভৱ হৈছে। বান্দৰালি বান্দৰী নচুৱা, কুহুলিওৱা, পাখিগজা, খুটি খাব পৰা, টোপ পৰিবলৈ নিদিয়া, পহু খেদা, কুকুৰ পিটা, কাৰৈ মাছ বছা দিয়া, বাঘ ঢকা, বাঘ তেলে ধৰা আদি শব্দ এই শাৰীৰ।

অসমীয়া অসংখ্য প্ৰবাদ বচন জীৱ-জন্তুৰ স্বভাৱ-চৰিত্ৰৰ নিৰীক্ষণত গঢ় লৈ উঠিছে। অসমীয়াৰ প্ৰাচীনতম প্ৰবচন—'আপন মাংসে হৰিণ বৈৰী' (চৰ্য্যাপদ) পদৰো সৃষ্টি জীৱ-জন্তুৰ সম্বন্ধতে! পূৰ্ব্বেই উল্লেখ কৰা হৈছে

যে জীৱ-জন্তুৰ নামৰ ওপৰত গঢ়ি উঠা প্ৰৱচনসমূহ যথা—কুকুৰে কাইট নোখোৱা, অধিক মাছত বগলী কণা সাতঘাটৰ চেঙেলি, হাঁহৰ ওপৰত শিয়াল বজা, বৰলৰ বাঁহত জুই দিয়া—প্ৰাণীজগতৰ লগত ঘনিষ্ঠ সম্বন্ধৰ পৰিচায়ক। জন্তুৰ নামৰ লগত জড়িত এই প্ৰৱাদসমূহে সাহিত্যিক মৰ্য্যাদা লাভ কৰি প্ৰাচীন অসমীয়া কাব্যত বাক্যালংকাৰ স্বৰূপে শোভা পাইছে। কেৱল অত্যন্ত পৰিচিত বুলিয়েই নহয় প্ৰাণী জগতৰ অপৰিৱৰ্ত্তনীয় স্বভাৱেও জীৱ-জন্তু সম্বন্ধীয় উপমা দৃষ্টান্ত সৃষ্টিত কৰিবৰ যথেষ্ট সামগ্ৰী যোগাইছে।

প্ৰাচীন অসমীয়া সাহিত্যক জীৱ-জন্তু বিষয়ক উপমা-পটন্তৰে কি দ'ৰ সমৃদ্ধিশালী আৰু ভাবৰ স্পষ্টতাত সহায় কৰিছে তাৰে দৃষ্টান্ত স্বৰূপ প্ৰাক শংকৰী যুগৰ অপ্ৰমাদী কবি মাধৱ কন্দলিৰ ৰামায়ণৰপৰা বিভিন্ন জীৱ-জন্তুৰ নাম সংযোগ থকা কেতবোৰ বাক্যাংশ উদ্ধৃত কৰি দিয়া হল। সিংহ হৰিণ শিয়াল বিষয়ক শব্দ সমষ্টি—

সিংহৰ ভাৰ্য্যায়ে ছাগ প্ৰসৰিল (ৰামে বনলৈ যোৱাৰ পূৰ্ব্বে কৈছে) ক্ষুদ্ৰ মৃগ হুয়া মত্ত সিংহক জগাইলি সিংহৰ ভাৰ্য্যাক তই শৃগালে বাঞ্ছস (দুৰ্যাটা বাক্য ৰামে বিৰাট ৰাক্ষসক কৈছে) সিংহৰ কাৰ্য্যাক মৃগে কৰিব কমনে (ৰামৰ লগত নিজৰ তুলনাত ভৰতে কৈছে) কেশৰী খেদিল কুঞ্জৰে তেজিল যেন'হ গিৰি কন্দৰ (ৰামৰ বনবাসত) সিংহৰ লাঙুল ধৰিবাক হাত মেলে (ৰাৱ'ণ ৰামৰ অৰ্থে) ক্ষুদ্ৰ হৰিণক যেন সিংহে ধাইলন্ত (ৰামে ত্ৰিশিৰাক আক্ৰমণ কৰাত), ক্ৰোধ কৰি শৃগালে সিংহৰ ভৈল আগ (শূৰ্পণখাৰ নাক-কাণ কটাত খৰে কৈছে), শিয়ালীক লাগি যেন কেশৰী কিটাইল (শূৰ্পণখাক আক্ৰমণ কৰিবলৈ যোৱা লক্ষ্মণ) সিংহৰ মহিষী হৰে নিশাচৰ ছাগ (সীতা হৰণত) পাপমৃগ পলায় যেন সিংহ দৰশণে (ৰামায়ণ শ্ৰৱণত), হস্তীক লাগিয়া যেন সিংহয়ে কিটাইল (বালী দুন্দুভিৰ যুদ্ধ) সিংহৰ আগত যেন শৃগালৰ টালি (বালিয়ে সুগ্ৰীৱক) মৃগযুথে পলাই যেন কেশৰীৰ ডৰে (ৰামৰ আক্ৰমণত অংগদৰ সৈন্যৰ পলায়ন) সিংহৰ ভাৰ্য্যাক শৃগালৰ অভিলাষ শিয়াল সিংহৰ হোৱে যেহেন অন্তৰ গাধক ভজিবে তেনে সিংহক এৰিয়া (সীতাই ৰাৱণক কৈছে)। বিশেষ লক্ষ্য কৰিবলগীয়া যে অসমৰ জন্তু নোহোৱা সত্ত্বেও প্ৰাচীন অসমীয়া সাহিত্য আৰু ভাস্কৰ্য্যত সিংহৰ অলেখ চিত্ৰ পোৱা গৈছে। সেই অনুপাতে বাঘ সম্বন্ধীয় পদ কম, যদিও অসমদেশ বিচিত্ৰ বাঘৰ বিহাৰ ভূমি। বাঘতকৈ বাঘিনী সম্বন্ধীয় উপমাৰ সংখ্যা অধিক আৰু এইবোৰ বিশেষ মনোযোগী।

বাঘিনীক দেখি যেন মৃগ চমকিল (কৈকেয়ীৰ বচনত দশৰথ), বাঘে যেন ধৰিলে হৰিণ নহে থিৰ (বিৰাট ৰাক্ষসে সীতাৰ আক্ৰমণত) হৰিণীক নিতে যেন বাঘিনীয়ে জাম্পে (কৌশল্যাই কৈকেয়ীৰ সম্বন্ধত), খিৰাইল বাঘিনী সমে

কৰ পৰিহাস (সীতাই ৰাৱণক কৈছে) মৰিবাক লাগি কোনে বাঘে হাল বাই (ৰাৱণ ৰামৰ বিষয়ত) দশগ্ৰীৱে খেদয় মৃগক যেন বাঘ (ৰামৰ সেনাৰ পলায়নত)।

হাতী বিষয়ক উপমাৰ ভিতৰত হৈছে—হস্তিনী আছয় যেন পৰিয়া নৈৰাশ মহাগজ সম বজ্ৰ চাপিলন্ত পাশ (কৈকেয়ী দশৰথৰ মিলনত), হস্তী মদ যেহেন হস্তীৰ অন্ত গৈল (ৰামৰ উপদেশত লক্ষ্মণৰ কোপ উপশমত) হস্তীক অংকুশ যেন পলটাই টানি (মন্দোদৰীয়ে ৰাৱণক বাধা প্ৰদানত), পলৱৰ চাৰত দিগগজ বন্দী ভৈল (দশৰথ সত্যত বন্দী হোৱাত) প্ৰমত্ত গজৰ দন্ত আজুৰিতে চায় (ৰাৱণে ৰামৰ বিষয়ত), প্ৰমত্ত হস্তীৰ যেন দান্ত কাঢ়ি লৈল (দূষণ ৰাক্ষস বধত)।

সাপ নেউল গৰুই মৃগক মেকুৰী বিষয়ৰ অলেখ বাক্যৰীতি আছে। গোমসাপসম্বন্ধীয় একাধিক পদসমষ্টিৰ উল্লেখ আছে। যেহেন সৰ্পৰ বিষ শিখাগ্ৰক গৈল। নমাই আনি গৰুড়ী নিষ্প্ৰভ কৰি থৈল (ৰামৰ কথাত লক্ষ্মণৰ কোপ উপশমত) সৰ্পিনীৰ আগত যে মণ্ডুকীৰ গতি (কৌশল্যাই কৈকেয়ীৰ বিষয়ত) সৰ্পক ধৰিয়া যেন গৰুড়ে উৰন্ত (বালীয়ে ৰাৱণক শাস্তি দিয়া বিষয়ত) এক থানে আছে সাপ-নেউল ছাগে-বাঘে। মূষিকে চাৰ্চাৰি কৰে বিৰালীৰ আগে। ঘোটকে মহিষে সিংহে গৰ্জ্জে একঠায়ে (ৰাৱণৰ প্ৰভাৱৰ বিষয়ত) গৰুড়ে যাহন্ত বেগে যেন সৰ্প খেদি (লক্ষ্মণৰ শেলে ইন্দ্ৰজিতক খেদি যোৱাত) এনি সাপ হইয়া ভই পৰ্ব্বত গিলস (সীতাই ৰাৱণক) কংহাল গোমৰ সঙ্গে পৰিহাস খেলে (ৰাৱণে ৰামক) ক্ষুদ্ৰ পশু হুয়া কোনে জম্বালকে হাতী খণ্ডাল গোমৰ কংকালত দিলে লাথি (খৰদূষণে ৰামৰ বিষয়ত) মোহোৰ লঙ্কাত আসি সোণগুই পশিল (ৰাৱণে সীতাক) মাংসক লাভিয়া যেন লাই যায় হেশ্গাল (সীতা হৰণত) বিড়ালীক যদি দোষক ধৰিয়া নিৰ্ত্তোহ হান্তী পেলাই।

মাতৃ-স্নেহৰ চিত্ৰ স্বৰূপে গৰুৰ উল্লেখ থকা কেইবাটাও স্বভাৱানুগত পদ কৱিয়ে ৰচনা কৰিছে। যেনে ধেনু বৎস পাইয়া যেন বিবিধ হৰিষ (ৰামৰ সাক্ষাতত কৌশল্যা), ধেনু যেন বৎসৰ পাছত কৰে গতি (কৌশল্যাই ৰামৰ লগত বনবাসলৈ যাবলৈ ওলোৱাত) বৎসক নপায়া যেন ধেনু হাম্বালয়ে (পুত্ৰ শোকত কৌশল্যা আৰু সুমিত্ৰা)। ছাগলীৰ বিষয়ে এটি মনোমোহা পদ আছে —কোপ কৰি ছাগে গজ কটাৰ ঘৰায় (খাৰ ৰামৰ বিষয়ত কৈছে)।

চৰাই-চিৰিকতিৰ নাম জড়িত কেইটিমান বাক্য—টিপাচিৰ বাৰে মেৰু পৰ্ব্বত উভিলা (কৈকেয়ীৰ হেতু বিভ্ৰাট ঘটাত) শেণীৰ আগত যেন কম্পে কপোৱতী (কৌশল্যাই কৈকেয়ীৰ সম্বন্ধত), পিপিৰা চটকে পৰ্ব্বতক লৱে তুলি (সীতাই হনুমন্তক), চম্পক-কলিকা যেন মোৰ কমলৰ ভৃঙ্গি ধৃঙ্গি আছিলাহা যেহেন

ভ্ৰমৰ (সীতাই ৰামক), ৰাম-মুখ-পদ্ম মোৰ নয়ন ভ্ৰমৰ (কবিৰ উক্তি), হংসী কেলি কৰে যেন সৰোবৰ মাজে (কুম্ভীৰ প্ৰসংগত), ঢোল যেন ডিম্বা পাবে চুংগাৰ বাদুলি (সীতাই হনুমন্তক) ক্ষুদ্ৰ পক্ষী হুইয়া ধৰে দেহ গৰুড়ক (সীতাই ৰাৱণক), গৰুড়ৰে কাকৰে যেহেন পটন্তৰ (সীতাই ৰাৱণক)।

ভেকুলী, পোক-পৰুৱাৰ নাম সংযোজিত হৈয়ো ভালেমান বাস্তৱধৰ্ম্মী উপমাৰ সৃষ্টি হৈছে। যেনে—বেঙ হুইয়া তেৰণ্ডৰ আগত মিলস (সীতাই ৰাৱণক) গুণ্ডকুৰি পৰুৱাই হাতীগোট গিলে (সীতাই হনুমন্তক), ঢোলৰ ভিতৰে যেন নিগনিয়ে পশি (হনুমন্তৰ লংকা প্ৰৱেশত) পতংগক যেন মতে অগনি ভূঞ্জিল (ৰাৱণে ৰামৰ শৰ ছেদনত) বহ্নিকুণ্ড মাজে যেন পতংগৰ জাস (সীতাই ৰাৱণক ককৰ্থনাত)।

মাছ কাছ মগৰ, কুম্ভীৰৰ নাম সংযোগত বহু বাক্য-ৰীতি গঠিত হৈছে। এইবোৰত প্ৰকাশ পোৱা চিত্ৰই জলচৰ প্ৰাণী সম্বন্ধে প্ৰত্যক্ষ জ্ঞানৰ পৰিচয় দিয়ে। যেনে—অলপ জলত মৎস্য যেন মত ৰাহুৱে সূৰ্য্য প্ৰভাৱে (ভৰতে ৰামক) প্ৰজা মৎস্য কচ্ছপ তৰত পৰি মৰে, ৰাম শোকে মৎস্যৰঙ্গে খোদি খোদি ধৰে (অযোধ্যাৰ প্ৰজাৰ বিষয়ত), দোংকা দোংকা পৰে বুঢ়া হাতৰ চেঙেলি (বালিয়ে ৰাৱণক) সাগৰত যেন মৎস্য মাৰিল মগৰে (হনুমন্তই ৰাৱণৰ সেনা ধ্বংসত) তপত খোলাত দিলে যেন মৎস্য মৰে (হনুমন্তৰপৰা সীতাই পঠোৱা মণি পাই ৰামৰ অৱস্থা), মৎস্যসব পলাই যেন কুম্ভীৰৰ ঘাৱে (ৰামৰ আক্ৰমণত)।

জাতীয় জীৱন, জাতিৰ ৰস গ্ৰহণৰ ক্ষমতা আৰু বাস্তৱ অনুভূতিক মূল কৰিয়েই জাতিৰ ভাষাই স্বকীয় ৰূপ গ্ৰহণ কৰে। এই কাৰ্য্যত বিচিত্ৰ বাক্য-ৰীতিসমূহৰ অমূল্য দানো বিশেষ লক্ষ্য কৰিবলগীয়া। জীৱ জন্তুৰ নামে অসমীয়া ভাষাৰ কেৱল শব্দ-সম্পদকে বঢ়োৱা নাই ভাষাৰ প্ৰকাশ ভংগিমাৰ স্বতঃস্ফূৰ্ত্ত কৰি সহজে উপলব্ধি কৰিব পৰা কৰি তুলিছে।

# ৭। অসমীয়া শব্দ-গঠনত নামবাচক শব্দ

জীৱ-জন্তুৰ বাহিৰে ব্যক্তি, স্থান আৰু অন্যান্য প্ৰাকৃতিক বস্তুৰ নামেও ভাষাৰ শব্দমালা আৰু বাক্য-ৰীতি সমৃদ্ধিশালী কৰি ভাৱব্যঞ্জনা আৰু অৰ্থ স্পষ্টীকৰণত বিশেষ সহায়ক হয়। এই বিষয়ত দেৱ-দেৱী আৰু পুৰাণ, আখ্যানৰ নামসমূহৰ বিশেষ প্ৰাধান্য আছে। মধুসূদন (ত্ৰাহি—), বাসুদেৱ (বেৰ্তানিত ঔ পৰিল বাসুদেৱায় নমঃ), ভগৱন্ত (ভয়ত—পলায়) হৰিহৰ (—আত্মা), হৰ-পাৰ্ব্বতী ( -বসতি হওক) ভোলানাথ (—মানুহ), যম (-ৰ যাতনা) সূৰ্য্য (-ৰ মুখত সোপা) কানাই (কোলাৰ-), দৈৱকী (-ৰ গভুৰা লৰা), ঊষা (-পটেশ্বৰী), ৰাৱণ (-ৰ চিতা জ্বলা) ৰাম (ৰাজা ৰামে মাৰিলেও মৰা ৰাৱণে মাৰিলেও মৰা), সীতা সাবিত্ৰী (-সতীত্ব অৰ্থত), সীতা ( হে মাতোতা নাই) বলি-বাসৱৰ যুদ্ধ গ্ৰহ-গজেন্দ্ৰৰ যুদ্ধ শিশুপাল খেদা জয়দেৱ কাকুতি, হনুমন্ত জাপ, কুম্ভকৰ্ণ (—পৰা দিয়া), নাৰদ (টুটকীয়া—) যুধিষ্ঠিৰ (ধৰ্ম্ম—), ভীম (—দৰ্পে -প্ৰহাৰ) ধনঞ্জয় (—ঢোল), কৃষ্ণাৰ্জ্জুন (বন্ধুত্বত) শকুনি (কূট বুদ্ধিত), বৃহস্পতি (বুদ্ধিত—, একাদশত—), শনি (গাত—), অগ্নি (খণ্ডত অগ্নিশৰ্ম্মা), হুতাশন (সৰ্ব্বভক্ষ—) জামদগ্নি (খণ্ডত—)। অজামিল (দুষ্ট—), দৈত্যকুলত প্ৰহ্লাদ, কালফুৰা সফুৰা (ভয় লগা) আদি নাম সংযুক্ত বাক্য-ৰীতি সমূহ ব্যাপক অৰ্থত ব্যৱহৃত হৈছে। বৰ্ত্তমান যুগত সৃষ্ট হোৱা কৃপাৰৰ, ভেৰাৰাম, ঘটিৰাম, বাতিৰাম নামসমূহেও বিশেষ অৰ্থ প্ৰকাশ কৰে।

স্থানবাচক নামৰ ভিতৰত কামৰূপ নামটো অতি প্ৰাচীন কালৰপৰা তন্ত্ৰ-মন্ত্ৰ অথবা যাদু বিদ্যাৰ পৰিবৰ্ত্তে প্ৰয়োগ হৈ আহিছে। দশম-দ্বাদশ শতাব্দীত ৰচিত বৌদ্ধ চৰ্য্যাপদ সমূহত কামৰূপ নামটো এই অৰ্থতে ব্যৱহাৰ কৰা হৈছে। অৱধী ভাষাত ৰচিত ষোল শতিকাৰ মালিক মহম্মদ জায়সীৰ পদুমাৱতী কাব্যতো যাদুৰ দেশ অৰ্থত কামৰূপ নামটি প্ৰয়োগ কৰা হৈছে (তুং কাৱেৰ পৰা বম লোনা)। গড়গাওঁ (গৰগঞ্জী মিৰিৰ,—ৰ কথা শুনি ভল ঘোৰা), গুৱাহাটী (গা গুৱাহাটী হেৰুৱা) ৰঙা মাটি (নাই ৰঙা মাটি, নাই গুৱাহাটী), জলাহ-যমুনা, মালোৰ চাৰ (গাধীৰৰ উদ্দেশ্যে) আদি এশ এটা বাক্য-ৰীতি ঠাইৰ নামৰ সংযোগত গঢ়ি উঠিছে। স্থান সম্বন্ধীয় প্ৰাচীন প্ৰবাদৰ ভিতৰত 'কিবিগুতিৰপৰা খাণ্ডৱ দাহ', 'ৰামো নাই অযোধ্যাও নাই' আদি উল্লেখযোগ্য।

গছ-গছনি ফল-মূলৰ নামেও কিছুমান বিশেষ অৰ্থ প্ৰকাশক ভাৱেমান প্ৰবচন আৰু বাক্য-ৰীতি সৃষ্টি কৰিছে। যেনে, তুলসীৰ তলত কলপতুৱাৰ মূৰ্তি,

ধোদৰ এচলা, ঢোকাতে কল বোৱা, ভুকুতে কল পকা খাই পাত ফলা, পচলা কটা দিয়া, পটুৱা চিৰা (কল গছৰ লগত সম্বন্ধ) তামোল পাণকটা, তামোল-পাণৰ শৰাই আগবঢ়োৱা, থুৰীয়া তামোল দিয়া নলগা তামোলত জেং বন্ধা, (তামোলৰ লগত সম্বন্ধ) অকাল কুম্মাণ্ড চিকুটি লাও বুঢ়া কৰা, যিমান লাও বৰ নহওক তেও পাতৰ তল লাওপাত কচুপাত পথালি কোমোৰা বাৰীত তিতা লাও গজা (লাওৰ লগত সম্বন্ধ) কোমল ধুন্দুলি উৰাহি গছৰ ওৰ ঔৱে গল খজুৱা (আপদ কালত—), ঔ পৰা (পিঠিত—) কচুপাতৰ পানী, ঢেৰুৰা ঠাঁৰি সিজুৱা বাৰবি ফুল বছা (পিঠিত—) যি মুলা বাঢ়িব তাৰ দুপাততে চিন আদি সদা সৰ্ব্বদা ব্যৱহাৰ কৰা বাক্য ৰীতি আৰু পটন্তৰ সাধাৰণ ফলমূলৰ নামৰপৰা উদ্ভৱ হৈছে। এই শাৰী শব্দমালাৰ ভিতৰত উলুৰ লগত বগৰি গছত কঠাল ওঠত তেল উভলা গছত বাগি কুঠাৰ হলা গছ গছত তুলি গবি কটা চোতালৰ আগৰ দবৰি আঁচন কাঠৰ থোৰা পানিয়াল পিটিকা দিয়া গাত চোবাত মেলা নিলাজী বন জৰ যোৱা দুপতীয়াতে জয় পৰা পকাধানে বাট দিয়া মাহৰ মাৰ দেখি তিলি বেত মেলা তৰা নৰা ছিঙা তৰাৰ ফৰ্ম্মুটি আদি প্ৰবাদ-বচন সমূহো পাব। পৰিমাণ বুজোৱাত বেল তিল (বেল পৰিমাণ বাঢ়ে তিল পৰিমাণ টুটে) মাহ বাঁহ (বাঁহৰ আগ তল যোৱা পানী) আদিৰ বিশিষ্ট অৰ্থ দ্যোতক স্বৰূপ প্ৰয়োগ আছে। বৰণ বুজোৱাত পকা থেকেৰা (—মুখ) সুমথিৰা কলপাত (কলপতীয়া) কেঁচবাজ আদি ফল-পাতৰ নাম সততে ব্যৱহাৰ হয়।

প্ৰাচীন অসমীয়া সাহিত্যত এই নামবাৰে বিচিত্ৰ বাক্য ৰীতি আৰু অনাবম উপমা সৃষ্টিত যোগান ধৰিছে। এই প্ৰবন্ধত তাৰে কিছু উদাহৰণ উদ্ধৃত কৰা হব। উদাহৰণ সমূহ মাধৱ কন্দলিৰ ৰামায়ণৰপৰা চয়ন কৰা হৈছে। কন্দলিৰ ৰামায়ণক অধিক নিৰ্ভৰ কৰাৰ কাৰণ হৈছে সংস্কৃতৰ দৰে অসমীয়া ভাষাতো এইখনি আদি কাব্য। এই কাব্যক প্ৰাচীন অসমীয়া শব্দৰাজিৰ প্ৰয়োগ বচনা বিশিষ্ট অভিধান বুলিও আখ্যা দিব পাৰি। শঙ্কৰদেৱ আদি পৰৱৰ্ত্তী কবি সকলে এই অফুৰন্ত শব্দ ভাণ্ডাৰৰ পৰা স্বৰ্ণোজ্জ্বল শব্দৰাজি আহৰণ কৰি নিজ কাব্য সৌন্দৰ্য্য মহীয়ান কৰি গৈছে। কন্দলিৰ ৰামায়ণৰ সৰহ ভাগ উপমা সংস্কৃতৰ প্ৰভাৱত গঢ়ি উঠিছে যদিও অপ্ৰমাদী কবিয়ে তাত দেশ-ভাষাৰ সাজ-পাৰ পিন্ধাই জাত পাতে অসমীয়া কৰিবলৈ সক্ষম হৈছে।

প্ৰাচীন সাহিত্যত ব্যৱহৃত হোৱা উপমা আৰু প্ৰবচনসমূহ ঘাইকৈ চাৰি শ্ৰেণীত ভাগ কৰিব পাৰি-প্ৰথম দেৱ-দেৱী গ্ৰহ-নক্ষত্ৰ ঋষি-মুনি পুৰাণ-আখ্যানৰ ব্যক্তি দ্বিতীয় প্ৰাকৃতিক জগতৰ বস্তু (পৃথিৱী পৰ্ব্বত সাগৰ নদ নদী গছ গছনি ইত্যাদি) তৃতীয় জীৱ-জন্তু সম্বন্ধীয় চতুৰ্থ মানৱ জগত। দেৱ-দেৱী, ঋষি-মুনি সম্বন্ধীয় আখ্যান-উপাখ্যান সমাজৰ মাজত

বিশেষভাৱে সমাদৃত হোৱাৰ হেতু তেওঁলোকৰ ৰূপ-গুণ বল-পৰাক্ৰমৰ বিষয়ে সাধাৰণৰ মনত কিছু ধাৰণা কল্পনা পূৰ্ব্বৰেপৰা আছে। বৰ্ণনীয় বিষয় বস্তুৰ উপলব্ধি সহজ কৰিবলৈ প্ৰাচীন কবিসকলে সেই নামবোৰ উপমা স্বৰূপে গ্ৰহণ কৰে। এই সম্বন্ধে ৰামায়ণৰপৰা উদ্ধৃত কৰি দিয়া হল।

সুৱৰ্ণখাটত বহি থকা ৰাম আৰু তেওঁৰ কাষতে শ্বেত চামৰ ধৰি থকা সীতাৰ লগত কৰিয়ে তুলনা কৰিছে।

যেৰু গিৰি শিখৰত যেন বাসুদেৱ।
ধৱল কমল ধৰি লক্ষ্মী কৰে সেৱ।

বনবাসৰ আজ্ঞা শুনি ৰামৰ ওচৰত সীতা থিয় দি থকাৰ বৰ্ণনা একাধিক আখ্যানৰ সহায়ত ফুটাই তুলিবলৈ চেষ্টা কৰা হৈছে—

বিষাদে মনত শিৱৰ আগত
যেহেতু দেৱী পাৰ্ব্বতী।
যেহেন মহাদেৱ শহেলা কামক
বিলাপ কৰন্ত ৰতি॥

বনলৈ যাবলৈ ওলাই সীতাই কৈছে, তেওঁ বনত ৰামৰ লগত ভ্ৰমণ কৰিব যেহেন স্বৰ্গত শচী দেৱী দেবৰাজ। কৈকেয়ী আৰু কৌশল্যা দুয়ো দশৰথৰ দুই কাষে আছে কপশ্যাক বেঢ়ি যেন দিতি যে আদিতি।

কৈকেয়ীয়ে 'ছল পাশ কৰিলেক নৃপতিক বন্দী। বামন বলিক যেন নানা বোলে ছন্দি।'

শূৰ্পণখাই সীতাক আক্ৰমণ কৰিবলৈ খেদি আহিল 'ৰাহুৰ ভাৰ্য্যায় যেন ৰোহিণীক ধাইল। সতী তিৰোতাৰ কৰ্ত্তব্যৰ বিষয়ে অনসূয়াক সীতাই দৃষ্টান্ত দিছে—'সত্যৱতী ৰমণী সাবিত্ৰী যেন সতী। চন্দ্ৰৰ ৰোহিণী বশিষ্ঠৰ অৰুন্ধতী।

সূৰ্য্য শক্তি আৰু প্ৰভাৱ, চন্দ্ৰ কমনীয়তা আৰু স্নিগ্ধতাৰ প্ৰতীক। হেম-সিংহাসন স্থিত ৰজা দশৰথ উদয়াগিৰিত যেন জ্বলন্ত আদিত্য। উজ্জ্বলতাত অযোধ্যাৰ ৰমণীসকলৰ কুণ্ডল যুগল সুবলিত দিনকৰ সীতাৰ দুই কুণ্ডলৰ জ্যোতি যেন সূৰ্য্যৰ উপমা। সূৰ্য্যৰ প্ৰচণ্ড তাপে নদীৰ পানী শোহা দশাৰ লগত ৰামৰ বনবাসত দশৰথ কৌশল্যাৰ অৱস্থা তুলনা কৰা হৈছে—শোক সৰ্ব্বক্ষণ ৰবিৰ কিৰণে যেন শোষে সৰোবৰ। অযোধ্যা নদীত দশৰথ জল, কৈকেয়ী ৰবিজাল (অযোধ্যা নদীত ভৈলা দশৰথ জল কৈকেয়ী ৰবিজালে শুষিল সকল)। অন্য এটি পদত কৈকেয়ীক প্ৰচণ্ড সূৰ্য্যৰ লগত বিজোৱা হৈছে—কৈকেয়ী প্ৰচণ্ড সূৰ্য্য জ্বলিল তৰাস পুত্ৰ হৰু ছাঁয়াত কৰিলো বৰ আশ। (দশৰথে কৈছে)। ৰামৰ বনবাসত দশৰথৰ মুখ ৰাহুগ্ৰস্ত সূৰ্য্যৰ দৰে অন্ধকাৰ হল (ৰাহুগ্ৰস্ত হৈলে, নজ্বলয় অতি কিমল যেন সূৰ্য্যৰ)। বিবাহৰ

পিছত ৰাম আৰু সীতাই অযোধ্যাৰ প্ৰাসাদত আৰোহণ কৰা দৃশ্য—'ভাৰ্য্যা সমে সূৰ্য্য যেন থিত অস্তগিৰি। বনবাসৰ আজ্ঞাত ৰামৰ মুখ 'গধূলি কালৰ দিনকৰ প্ৰভায়ে ভৈলা বিহীন'। যুদ্ধ ক্ষেত্ৰত ৰাম লক্ষ্মণ দুয়োৰে মাজত ৰাৱণক চন্দ্ৰ সূৰ্য্য কোলে যেন দেখিলন্ত ৰাহু।

গ্ৰহ-নক্ষত্ৰৰ ভিতৰত চন্দ্ৰই প্ৰাচীন কালৰেপৰা মানুহৰ মনক আকৰ্ষণ কৰিছে। সেই দেখিয়েই সকলো দেশৰ পুৰাণ উপকথা, লোকগীত, প্ৰৱচনত চন্দ্ৰৰ উল্লেখ আছে। অসমীয়াতে জোনবায়ে তৰা এটি দিয়া'—নিচুকনি গীত-টিয়েই এই কথাৰ পৰিচায়ক। প্ৰাচীন ভাৰতীয় সাহিত্যত কমনীয় আৰু ৰমণীয়ৰ দৃষ্টান্ত স্বৰূপে সততে চন্দ্ৰক উপমা লোৱা হয়। নাৰীৰ সৌন্দৰ্য্যৰ দৃষ্টান্তত চন্দ্ৰৰ নামৰ অধিক প্ৰয়োগ আছে। অযোধ্যানগৰৰ 'ৰমণীৰ বদন নিৰ্ম্মল শশধৰ।' বিবাহৰ পিছত ৰামৰ লগত সীতাৰ অযোধ্যা প্ৰৱেশ 'চন্দ্ৰৰ উদয়ে যেন কুমুদ প্ৰকাশ। সীতাৰ সমুখত অযোধ্যাৰ পুৰনাৰীসকলৰ সৌন্দৰ্য্য ম্লান পৰিল যেন, পূৰ্ণচন্দ্ৰ উদয়ে নজ্বলয় তাৰা'। ৰামে সতীত্বত সন্দেহ কৰাত সীতাৰ 'শ্ৰীহানি ভৈলা মুখ মলিন চন্দ্ৰ। উৰ্ম্মিলাৰ শৰীৰৰ কান্তিয়ে চন্দ্ৰতো কৰি ৰালে আৰু মুখৰ সৌন্দৰ্য্যই পূৰ্ণিমাৰ সৌন্দৰ্য্যক জয় ক'ৰে (পূৰ্ণ চন্দ্ৰ জিনি মুখ পদ্ম সমসৰ)।

কোনো কোনো ক্ষেত্ৰত পুৰুষৰ ৰূপৰ লগতো চন্দ্ৰৰ পটন্তৰ দিয়া হয়। অযোধ্যাৰ প্ৰাসাদৰপৰা ৰাম ওলাই অহা দৃশ্যটো তিমিৰ কাৰিবা শ্বেত মেঘহন্ত যেন পূৰ্ণ শশধৰ। নিকুম্ভ নিশাচৰৰ ৰূপ "শৰত কালৰ যেন সম্পূৰ্ণ চন্দ্ৰক সম। বনবাসৰ নিৰ্ম্মম আজ্ঞায়ো ৰামৰ মুখ মলিন কৰিব নোৱাৰিলে—ৰাত্ৰি যেন চন্দকান্তি নকৰে মলিন। খৰ-দূষণক বধ কৰি শত্ৰুৰ কৱলৰপৰা ৰাম অধিক দীপ্তিত মুক্ত হল ৰাহুত মুকুত যেন পূৰ্ণিমাৰ শশী'। অনুসৰণ কৰা মায়া মৃগ মাজে মাজে গছ-গছনিৰ হেতু ৰামৰ চকুৰ অগোচৰ হোৱা দৃশ্য —'খণ্ড খণ্ড মেঘে যেন চন্দ্ৰক ঢাকিল'। বনলৈ যাবলৈ ওলাই লক্ষ্মণে প্ৰতিজ্ঞা কৰিছে—জিনিবে শত্ৰুক চন্দ্ৰক যেন ৰাহু'। আপদ কালতো চন্দ্ৰই নিজৰ গুণ ত্যাগ নকৰে সেই কথা ৰামৰ বনবাসৰ শোকতো দশৰথৰ মুখৰপৰা মধুৰ বাণী প্ৰকাশ হোৱাৰ লগত তুলনা কৰা হৈছে—'ৰাহুগ্ৰস্ত হুয়া পূৰ্ণচন্দ্ৰে অমৃত তেজে দুধাৰ'।

সৌন্দৰ্য্য সম্বন্ধীয় উপমাত তৰা আৰু বিজুলীৰ প্ৰয়োগ আছে। ৰামৰ বনবাসৰ পূৰ্ব্বে 'বসিলা ৰাজাক (দশৰথক) বেঢ়ি ৰমণীসকলে। চন্দ্ৰক বেঢ়িয়া যেন তৰাগণ জ্বলে'। সীতাৰ বন গমনত পুৰনাৰী-সকলৰ ক্ৰন্দন—'যেন হিম-গিৰিত পৰিল তৰাগণ। ৰাম বনলৈ যোৱাত অযোধ্যাৰ প্ৰজাসকল—'দিবসৰ তৰা যেন দীপিত বিহীন'। প্ৰখৰ উজ্জ্বলতা বুজোৱাতো তৰা উপমান। কৈকেয়ীৰ প্ৰতি ক্ৰোধত লক্ষ্মণৰ—'তৰা যেন ৰক্ত নয়ন দুই জ্বলে'।

উজ্জ্বল আৰু ক্ষণপ্ৰভা বুজাবলৈ সাধাৰণতে বিজুলীৰ উদাহৰণ দিয়া হয়। দৃশ্য অথবা কাৰ্য্যৰ যথোচিত প্ৰকাশ কৰিবলৈ সক্ষম নহলে এনে ধৰণৰ উপমা গ্ৰহণ কৰা হয়। উপমা বিষয়ৰ আলোচনাত সেই কাৰণে এজন সমালোচকে মন্তব্য কৰিছে—

Quite usual is a simile when things are described in a vague and inexact way, either because a short indication may be sufficient or on account of the speaker's inability to say more accurately what he has, in view Bhasa s Pratima Laksaman has, অয়ে বিদ্যুৎসম্পাতো ইব দৃশ্যতে।

অসমীয়াত বিজুলী সঞ্চাৰে গল, ধুমুহাৰ দৰে আহিল আদি বাক্যাংশ এই পৰ্য্যায়ত পৰে। ৰামৰ বনবাস আজ্ঞা নগৰত মুহূৰ্ত্তে প্ৰচাৰ হল— উল্কা সঞ্চাৰিল যেন বাজ ভৈল কথা। ৰাৱণে আকাশেদি হৰি লৈ যোৱা সীতাৰ ৰূপ বৰ্ণনা প্ৰসংগত আছে— বিজুলী চটক যেন গোসানীৰ কান্তি, তাৰা যেন জিকি পাৰে অলংকাৰে পান্তি'। ৰাৱণৰ ভিত্তিত সাৰ্বটি থকা মন্দোদৰী কাল পৰ্ব্বতক বেঢ়ি যেন বিজুলী আচাৰে জ্বলে।

ৰামায়ণত ৰাক্ষস-বানৰ ৰাম-ৰাৱণ, লক্ষ্মণ-ইন্দ্ৰজিতৰ মাজত হোৱা যুদ্ধৰ বৰ্ণনাই বহু স্থান আগুৰি আছে। এই বৰ্ণনা প্ৰসংগত দেৱতা-অসুৰৰ জালেমান আখ্যান উল্লেখ কৰা হৈছে। ৰামে কুম্ভকৰ্ণৰ শিৰচ্ছেদ কৰিলে ৰাসৱৰ বজ্ৰে যেন বৃত্ৰ অসুৰৰ। ৰাৱণক আক্ৰমিবলৈ ৰাম আগ বাঢ়ি গ'ল ত্ৰিপুৰ দহিতে যেন মহাদেৱ আইল। ৰাম-ৰাৱণৰ তুমুল সংগ্ৰামৰ বৰ্ণনা দিওঁতে কৱিয়ে জালেমান আখ্যানৰ সহায় লৈছে—

ঘোৰ যুদ্ধ ভৈল যেন অনুৰাধ ৰাম।
অন্ধকাৰ যুদ্ধ যেন মহাদেৱ সমে॥
নাৰায়ণ সমে যেন কালনেমি দৈত্যে।
তাৰকাৰ যুদ্ধ যেন কাৰ্ত্তিকে সহিতে॥
ত্ৰিপুৰক যেন মাত্ত বধিল শংকৰে।
তেনয় ৰাৱণে যুদ্ধেঁ ৰাম ৰাৱণৰে॥

অগ্নি সৰ্ব্বগ্ৰাসী আৰু সংহাৰৰ প্ৰতিমূৰ্ত্তি। শত্ৰুক সমূলে ধ্বংস কৰা বীৰৰ লগত অগ্নিক তুলনা কৰা হয়। খণ্ডৰ লগাতো অগ্নিৰ তুলনা আছে। ৰামৰ শক্তিয়ে বনৰ বিপদক ভয় নকৰে, এই কথা কৌশল্যাক বুজাবলৈ ৰামে কৈছে—এক্ৰে আৰো অগ্নি মই লক্ষ্মণ পৱন। বিপদ অৰণ্যক কৰিবোহো পুৰি ছন'। অগ্নি আৰু বায়ুৰ বন্ধুত্ব কাব্য-প্ৰসিদ্ধ—এই উক্তিত সেই কথাও ব্যক্ত হৈছে। কোনো কোনো ক্ষেত্ৰত ধ্বংসৰ মূৰ্ত্তিস্বৰূপে প্ৰলয়-অগ্নি, প্ৰলয়-বৈশ্বানৰ আৰু কালাগ্নিৰ উল্লেখ আছে। (প্ৰলয়ৰ অগ্নি যেন প্ৰজ্বা জ্বলন্ত, প্ৰলয়ত

বৈশ্বানৰে সমস্তকে দগ্ধ কৰে।) তুলা ঘিউ শুকান-বাঁহবনৰ সংযোগত অগ্নিৰ শক্তি বাঢ়ে, সেই বিষয়েও উপমা আছে। শূৰ্পণখাৰ লগনীয়া কথাত ৰাৱণৰ ক্ৰোধ বৰ ভৈল যেন ঘৃত পাই অগ্নি জ্বলি গৈল। ৰামৰ শোকত কৌশল্যাৰ সন্তাপ পোৰন্ত যেন তুলাত অগ্নি। অন্য প্ৰসংগত আছে—বিস্তৰ তুলাত যেন অগ্নি লাগিল। বিভীষণৰ সত্য পৰামৰ্শত ৰাৱণৰ খণ্ড চাৰিল, যেন, শুকান তৃণত অগ্নি লাগিয়া গৈলা। অগ্নিত পতংগৰ জাহ আৰু বাঁহবনত জুই লগা সাধাৰণ চিত্ৰ। ৰামৰ শৰৰ সমুখলৈ খৰ ৰাক্ষস আগ বাঢ়ি অহা দৃশ্য যেন—'জ্বলন্ত অগ্নিত পতংগৰ ঝাস। ৰামৰ শৰে খৰক সমূলে ধ্বংস কৰিলে 'যেহেন বহ্নি লাগি পৰিল বাশবন।

প্ৰাকৃতিক বিষয়াৰ ভিতৰত মেঘক লৈ অলেখ উপমা আৰু কাব্য-ৰীতিৰ সৃষ্টি হৈছে। ৰামায়ণৰ কবিয়ে মেঘৰ সৌন্দৰ্য্যৰ উল্লেখ বহু ক্ষেত্ৰত কৰিছে। অযোধ্যাৰ ৰাজ প্ৰাসাদৰ সীতা শ্বেত মেঘ শিংসপা বৃক্ষৰ মূলত ৰাক্ষসিনী-সকলে বেঢ়ি থকা সীতা যেন মেঘে ঢাকি থকা সৰ্ব্বোত্তম তৰা। মেৰু পৰ্ব্বত মেঘৰ আশ্ৰয় স্থান। সুবৰ্ণমণ্ডিত ৰথত আৰোহণ কৰা খৰৰ তুলনা—মেৰুৰ শিখৰে যেন কাল মেঘখন অথবা কাল পৰ্ব্বতত চলা মেঘখন। খৰ দূষণ ৰামক আক্ৰমণ কৰাৰ প্ৰসংগত আছে মেৰুক বেঢ়িয়া যেন বাৰিষাৰ মেঘ। বিভিন্ন ঋতুত মেঘৰ বিবিধ ৰূপ আৰু বিচিত্ৰ বৰণ সেই বিষয়েও নানা উপমা আৰু বাক্য-ৰীতি গঢ়ি উঠিছে। ৰাৱণৰ বাণ-বৰ্ষণৰ তুলনা সূৰ্য্যক ঢাকিলা যেন শ্ৰাৱণৰ মেঘ। হনুমন্তৰ আগত ধুম্ৰাক্ষৰ তৰ্জ্জন গৰ্জ্জন শৰতকালৰ মেঘৰ মিছা গৰ্জ্জন। মেঘ আৰু ময়ূৰৰ প্ৰণয় প্ৰণয়িনী সম্বন্ধীয় বাক্য ৰীতি হৈছে মেঘৰ গৰ্জ্জন শুনি মৈৰা কৰে নাদ।

ঋতু আৰু মাহৰ নামেও উপমাৰ সৃষ্টিত যোগান ধৰিছে। হাতত ধনুৰ্ব্বাণ ধৰি যুদ্ধ যাত্ৰাৰ ৰাৱণৰ ভয়ংকৰ মূৰ্ত্তিক গ্ৰীষ্মকালৰ ত্ৰৰ দুপুৰীয়াৰ প্ৰচণ্ড সূৰ্য্যতাপৰ লগত তুলনা কৰা হৈছে।

যেন গ্ৰীষ্মকালৰ দুতয় প্ৰহৰে
প্ৰচণ্ড ৰবিৰ জ্যোতি।
চক্ষু মেলিয়া নয়ন ভৰিয়া
চাহিবাক অশকতি।

ৰাম-লক্ষ্মণক আক্ৰমণ কৰিবলৈ অহা শূৰ্পণখাৰ নিশাচৰবৰ্গই শ্ৰাৱণৰ মেঘে যেন ঢাকিল গগন। ৰাম-ৰাৱণৰ শৰ সন্ধানত যুদ্ধস্থান কুহুৰি ঢাকিল যেন পৌষ যে মাসৰ।

প্ৰাচীন অসমীয়া সাহিত্যত সাগৰ-বৰ্ণনাৰ প্ৰাচুৰ্য্য নাই। অসম দেশৰ ভৌগলিক পৰিস্থিতি আৰু কবিৰ প্ৰত্যক্ষ পৰিচয়ৰ অভাৱেই ইয়াৰ কাৰণ। সাগৰ সম্বন্ধীয় উপমাসমূহ আইকৈ সংস্কৃত সাহিত্যক অনুকৰণ কৰিয়েই

ৰচিত হৈছে। প্ৰাচীন কবিৰ কল্পনাত সাগৰ স্বামী আৰু নদীসমূহ স্ত্ৰী। কুব্জীয়ে কৈকেয়ীক কৈছে দশৰথ সাগৰ বন্দী নদী তই। সাগৰ গাম্ভীৰ্য্যৰ নিদৰ্শন। গতিকে বীৰ পুৰুষক গম্ভীৰ সাগৰৰ লগত তুলনা কৰা হয়। তীৰে সাগৰক নিজৰ মৰ্য্যাদা ত্যাগ কৰিবলৈ নিদিয়া কথাৰ লগত বীৰ পুৰুষে শত্ৰুৰ গতিৰোধ কৰাৰ মনোৰম চিত্ৰ কবিয়ে উল্লেখ কৰিছে। খৰ ৰাক্ষসৰ তুমুল কোলাহলেৰে আগবাঢ়ি অহা সৈন্যই ৰামক হঠাতে দেখি থমকি ৰৈ যোৱাৰ প্ৰসংগত আছে

তীৰক পাইলেক যেন সাগৰৰ জল।
থমকিয়া থাকি গৈল ৰাক্ষসৰ দল॥
* * *
সাগৰ স্তম্ভিল যেন কাষৰক পাই।

চন্দ্ৰৰ লগত সাগৰৰ সম্বন্ধ আৰু পূৰ্ণিমাত সাগৰৰ পানী বৃদ্ধি পোৱা চিত্ৰৰ ওপৰত নিৰ্ভৰ কৰিও উপমা গঢ়ি উঠিছে। জন্মৰ লগে লগে হনুমন্ত বীৰৰ কলেৱৰ বাঢ়িল পূৰ্ণিমা দিবসে যেন সম্পূৰ্ণ সাগৰ। হনুমন্ত আৰু কুম্ভ বীৰৰ মাজত হোৱা ঘোৰ সমৰধ্বনিয়ে যেন 'আকাশ লংঘিলা ঢেউ কল্লোল সাগৰ।

নদী আৰু নদীৰ লগত সম্বন্ধ থকা বস্তুৰ নামৰ সংযোগত কেতবোৰ প্ৰবচনৰ সৃষ্টি হৈছে। দশৰথৰ মৃত্যুৰ বাৰ্ত্তা শুনি নদীৰ তীৰত বৃক্ষ যেনমতে পৰিলন্ত ৰাম খসি। গঙ্গা নদীৰ প্ৰসঙ্গত নাচক নদীৰ ঢৌ আৰু সচকিত হাঁহৰ ফেনৰ লগত কল্পনা কৰা হৈছে। নাভি সৰোবৰ প্ৰাচীন সাহিত্যত সাধাৰণ উপমা। প্ৰবাহমান জীৱন-যৌৱনৰ লগত নদীৰ সোঁতৰ সাদৃশ্য যথাৰ্থ। দণ্ডকাৰণ্যত শূৰ্পণখাই এই উপমা লক্ষ্মণৰ সন্মুখত দাঙি ধৰিছে—যেহেন নদীৰ জল নথাকয় বহি। সেহিমতে নৰৰ যৌৱন যাই বহি।

বীৰত্ব বৰ্ণনাত পৰ্ব্বত যথাৰ্থ উপমান। শত্ৰুৰ আক্ৰমণত অচল অটল বীৰ পুৰুষক পৰ্ব্বতৰ লগত সাদৃশ্য দিয়া হয়। অসাধাৰণ আকৃতি আৰু শক্তিৰো পৰ্ব্বত দৃষ্টান্ত। ছায়াগ্ৰাসী ৰাক্ষসীৰ গৰ্ভত সোমাই হনুমন্তই শৰীৰ বঢ়াইল যেন পৰ্ব্বত মন্দাৰ। সীতাৰ সন্মুখত ৰাৱণৰ কালবৰ্ণ দেহা যেন অঞ্জন পৰ্ব্বত। অঙ্গদৰ শৰীৰত পৰি নৰান্তক ৰাক্ষসৰ শৰ 'পৰ্ব্বতত পৰি যেন দলি ভৈলা দৰ। চিত্ৰকূট বৰ্ণনাত পৰ্ব্বতক নাৰীৰ (পৃথিৱীৰ) স্তন বুলি কল্পনা কৰা হৈছে। এই এক বৰ্ণনাতে গিৰি নদীক বস্ত্ৰাঞ্চল বোলা হৈছে।

বাঢ়িল নিৰ্ম্মল যেন পৃথিৱীৰ স্তন।
* * *
শিখৰ উপৰে মন্দাকিনী শুক্ল জল।
স্তনক ঢাকিয়া যেন বস্ত্ৰৰ অঞ্চল॥

প্ৰাচীন অসমীয়া কাব্য-কানন ফুলৰ নামেৰে সুশোভিত। (অসমীয়া মানুহৰ ফুলৰ প্ৰীতিৰ বিষয়ে অন্য প্ৰসংগত আলোচনা কৰা হৈছে।) যেনে চকুৰে সাৰিয়হ ফুল দেখা পদুম পাতৰ পানী (ক্ষণস্থায়ী) থেকেবাৰ ফুল (দুষ্প্ৰাপ্য) চেচুকৰ ডামডেউকা। কেৱল ফুলৰ নাম সংযোগ কৰিও কৰিয়ে শৰীৰৰ লাৱণ্য আৰু সৌন্দৰ্য্য প্ৰকাশ কৰিবলৈ সক্ষম হৈছে। এনে শাৰীৰ কেইটামান বৰ্ণনা তলত উদ্ধৃত কৰা হ'ল। অৱশ্যে এই আটাইবোৰ বৰ্ণনা গতানুগতিক আৰু সংস্কৃত পদাশ্ৰয়ী।

ৰামৰ সৌন্দৰ্য্যৰ বৰ্ণনাত আছে—

কমল নয়ন দীৰ্ঘ বাহু মনোৰম।
*　　*　　*
সুন্দৰ নাসিকা সম নোহে তিল ফুল।
বন্দুলি অধিক শোভে অধৰ ৰাতুল॥
*　　*　　*
ভুজযুগ মৃণাল কোমল সুললিত।
*　　*　　*
হস্ত পদ্ম শোভে আৰকত নখচয়॥
উৰু ৰামকমল সুললিত জংঘা দুই।
চৰণৰ কান্তি পদ্মকোষো সম নুই॥

সীতাৰ বৰ্ণনা—

নীলোৎপলদল সম নয়ন যুগল।
*　　*　　*
নাসা তৈল তিলফুল বন্দুলি অধৰ।
*　　*　　*
মনোহৰ অধৰ অধিক বিম্বফল।
*　　*　　*
বাহু দুইখান তোৰ মৃণালত শাৰ।
*　　*　　*
সুকুমাৰ উৰু ৰাম কদলীৰ সম
নৱ কিশলয়দল সদৃশ স্বভাৱ।

(অযোধ্যাকাণ্ড)

আৰু অৰণ্যকাণ্ডত আছেঃ

সুপক্ক দাড়িম্ব বীজ দশনক পান্তি॥
*　　*　　*
বান্ধুল কমল যেন পদতল তোৰ॥
*　　*　　*
বলিত জন্দুলি যেন চম্পকৰ কোল।

লক্ষ্মণৰ দেহ বৰ্ণনাত আছেঃ—

প্ৰফুল্ল কমল জিনি প্ৰকাশ নয়ন।
* * *
নাসা তিল ফুল জিনি চিবুক সুন্দৰ॥
* * *
মৃণাল সদৃশ সুবলিত দুই ভুজ।
* * *
নৱ পদ্মকোষ সম দুখানি চৰণ।

উৰ্ম্মিলাৰ বৰ্ণনাতঃ—

মৃণাল যুগল বাহু কৃশ মধ্যদেশ।
কমল নয়নী নীল আকুঞ্চিত কেশ॥
বন্দুলিকো জিনিয়া অধৰ মুচিকৰ।
পূৰ্ণচন্দ্ৰ জিনি মুখ পদ্ম সমসৰ॥
* * *
জঙ্ঘা মনোহৰ উৰু যেন ৰামকল।
* * *
চম্পাৰ পাৰ্কাৰ সম আঙ্গুলিৰ পাঁন্তি।
* * *
আৰকত পদ হস্তে প্ৰকাশে কমলে॥

উদ্ধৃত পদসমূহৰপৰা পদুমেই সকলো ফুলতকৈ কবিৰ হৃদয় অধিক আকৃষ্ট কৰিছিল বুলি বুজিব পাৰি। দাৰ্শনিক তত্ত্ব বুজাবলৈ হলেও প্ৰাচীন কবিয়ে পদ্ম পত্ৰ নীৰ আদি বাক্য-ৰীতি প্ৰয়োগ কৰিছিল। পদ্ম আৰু সূৰ্য্যৰ প্ৰণয় ইংগিত কৰিও উপমাৰ সৃষ্টি হৈছে (কমল সংকোচ যেন সূৰ্য্য অস্ত গৈল)।

মানৱ জীৱন আৰু মানুহৰ কাৰ্য্য কলাপৰ লগত জড়িত থকা বাক্য ৰীতি আৰু উপমাৰ সংখ্যা কম। যি দুই চাৰিটা পোৱা গৈছে তাৰ লগত প্ৰৱাদবচন ওতঃপ্ৰোতভাৱে মিহলি হৈ আছে। সাধাৰণ জনশ্ৰুতিক কাব্যত ব্যৱহাৰ কৰি প্ৰাচীন কবিসকলে সেইবোৰক আভিজাত্য প্ৰদান কৰি গৈছে। ৰামৰ বনবাসত কৌশল্যাই আৰু সুমিত্ৰাই খেদ কৰি কৈছে—দুই আন্ধলীৰ লাঠি কাহি লাগি যায়। শত্ৰুঘ্নে কুঁজীক শাস্তি দিয়াৰ দৃশ্য—

ধাৰে ধৰি কুঁজীক ফুৰাইল বহু পাক।
মথৰা ঘূৰয় যেন কুমাৰৰ চাক॥
কতোবেলি পেলাইল আচাৰি হাতৰ।
হিয়া মাটি পাইল যেন কুম লাঙ্গলৰ॥

সীতাক হৰণ কৰিবলৈ বাট চাই থকা ৰাৱণৰ বিষয়ে কোৱা হৈছে—'বৰশীয়া ৰাৱণৰ পুঙ্খানুপুঙ্খ দৃষ্টি'। সৰমাৰ কোলাত সীতাৰ শোক দূৰ হল যেন

খৰ লগা ধান বৰিষণ জলে'। ৰামে সীতাক উদ্ধাৰ কৰিবলৈ আদেশ দিয়াত কোনো কোনো বান্দৰে সেই কাৰ্য্য পালন কৰিবলৈ ইচ্ছা নকৰি দ্বীপ-দ্বীপান্তৰলৈ পলাই যাবলৈ ইচ্ছা কৰিলে। হনুমন্তই তেওঁলোকৰ বিচাৰক নিন্দা কৰি কৈছে—ছৰালৰ ঠান ভৈল চৰিত্ৰ তোমাৰ। অঙ্গদেও হনুমন্তক সমৰ্থন কৰিলে কিয়নো খড়ায়েকে অঙ্গদ বধ কৰিবলৈ ছল ছান্দি আছে এতিয়া ৰামৰ আদেশ অমান্য কৰিলে সুগ্ৰীবে সিন্ধি খুজি ফুৰন্তে দুৱাৰে পাইল পথ।

ইন্দ্ৰজিতৰ বধত ৰাৱণে সীতাক কাটিবলৈ ওলোৱাত মন্ত্ৰী অৰবিন্দই বাধা দিলে। এই প্ৰসঙ্গত কেইবাটাও ঘৰুৱা চিত্ৰৰ উল্লেখ আছে—

শুকান ঘাৱত ঘষা আকন্দৰ আঠা।
ইন্দ্ৰজিত মৰিল সীতাক কেয় কাটা॥
গাৰ্ভ ধান খাইলেক তান্তিৰ বাটে ৰাটি।
আনে চুৰি কৰিলেক আনৰ চুল কাটি॥

জন অপবাদৰ আশঙ্কাত সীতাক পুনৰ গ্ৰহণ কৰিবলৈ স্বীকাৰ নকৰি ৰামে তেওঁক ভৰত অথবা লক্ষ্মণক ভজিবলৈ নিৰ্দ্দেশক দিয়াত সীতাই ক্ৰোধ কৰি উত্তৰ দিলে আমাক ইতৰ নাৰী সম দেখিলাহা। নটৰ নটিনী যেন আনক বিলাহা॥ প্ৰাচীন কালত ধন লৈ নিজৰ তিৰোতাক নটে আনত ভজিবলৈ দিয়া সমাজ ইতিহাসৰ কথা এই প্ৰবাদত প্ৰকাশ পাইছে। গতিকে ভাষাৰ সম্পদ বঢ়োৱাৰ বাহিৰেও উদ্ধৃত পদসমূহে প্ৰাচীন সামাজিক বিধি-ব্যৱস্থা জন-সাধাৰণৰ বিস্তৃত জীৱন পদ্ধতি বিলুপ্ত গাৰ্হ্যৰ চিত্ৰৰ পৰিচয় দিয়ে।

# ৮। শৰীৰৰ অঙ্গ প্ৰত্যঙ্গৰ লগত সম্বন্ধ থকা অসমীয়া শব্দ

শৰীৰৰ অংগ প্ৰত্যংগৰ লগত মানুহৰ ঘনিষ্ঠ সম্বন্ধ। সেই হেতু মানুহৰ অংগ-প্ৰত্যংগৰ ওপৰত নিৰ্ভৰ কৰি বহু জতুৱা ঠাচ বা বাক্যাংশ অসমীয়া ভাষাত গঢ়ি উঠিছে। অংগহীন শৰীৰৰ দৰে সেইবোৰৰ অবিহনে অসমীয়া ভাষাও বিকলাংগ হব। সাধাৰণতে প্ৰচলিত এই শ্ৰেণীৰ খণ্ডবাক্য কিছুমানৰ বৰ্ণানুযায়ী তালিকা এটি তলত দিয়া হ'ল।

আঙুলিৰ লগত সম্বন্ধ থকা শব্দ—আঙুলি মুলোৱা আঙুলিয়া আঙুলি (জোখ বিশেষ) আঙুলি চেপা (পোক) আঙুলিকতপা আঙুলি ফুটাই শাও দিয়া। উশাহ সম্বন্ধীয় শব্দ হৈছে -উশাহ পোৱা, উশাহ বন্ধ।

ওঠৰ লগত জড়িত শব্দ ওঠ চোলকা ওঠ পাতল দাঁতে ওঁঠে লগা ওঠৰ তলৰ হাঁহি গছত কঠাল ওঠত তেল।

কংকাল শব্দৰ সংযোগত হোৱা বাক্যাংশ হৈছে- কংকাল পৰা কংকাল ভগা কংকাল বন্ধা কংকালী (কংকালত বন্ধা কাপোৰ)।

কপালৰপৰা—কপাল ফুটা, কপাল-ফুলা কপালত জুই লগা কপালহীন কপালী কপালীয়া ঢাটকপাল কপালৰ গাঠি খোপা কৰা কপাল জেঠী (অলঙ্কাৰ বিশেষ) আদি শব্দ হৈছে।

কাণ আৰু কৰ্ণ শব্দৰ লগত যোগ হৈ গঢ়ি উঠিছে -কাণ কটা কাণ কৰা কাণ দিয়া কাণ চোৱা, কাণে কাণে কাণ তাল মৰা কাণ টাহ মৰা কাণ সহাবি কাণ মুৰ ঠিয় কৰা, কাণে কাণ মাৰি, কৰ্ণফুল (অলঙ্কাৰ), কৰ্ণপাত, কৰ্ণধাৰ, কৰ্ণগোচৰ ইত্যাদি।

গাৰ লগত সম্বন্ধ থকা শব্দৰ ভিতৰত গা দে, গা এৰা, গা উঠা গা টঙা, গা জোকাৰ গা জুৰোৱা গা জোৰা গা ডগা গা চোৱা, গা বন্ধ হোৱা গা অহা গা কৰা গা সৰা গা জিলিকা গা পাতল গা-ধন গা-ভাৰী গাভী (মানুহ) গামোচা গাগুটীয়া, গাত গোঁসাই নোহোৱা গাৰ নোম শিয়ৰি উঠা গা মুৰ ধোৱা গা-চোৱা, গা সাতখন কৰা ইত্যাদি।

গৰ্ভ, গোঁফ গল আদি অঙ্গৰপৰা উদ্ভৱ হোৱা শব্দ হৈছে,—গৰ্ভকোষ, গৰ্ভকেশৰ, গৰ্ভনাবেণ্যা, গৰ্ভাঙ্ক, গৰ্ভাগ্নি, গৰ্ভৱতী, গোঁফাল, গোঁফীয়া, গলহেঁকাৰি, গলাবন্ধ গলাগলি, গলহেঙুৰা (ৰোগ) প্ৰভৃতি।

চকুৰপৰা—চকুৰ কুটা, চকু গজা, চকু চৰহা, চকুত পৰা, চকু দিয়া, চকু পকোৱা, চকু ফুৰোৱা, চকু জুৰোৱা, চকু মুদা, চকু মেলি চোৱা, চকুত লগা, চকুত বালি মৰা, আদি বাক্যাংশৰ উৎপত্তি হৈছে।

চৰ্ম্ম আৰু চামৰাৰপৰা চৰ্ম্ম-ছেদন, ডাঠ চামৰা, আদি শব্দ হৈছে। চুলিয়া-চুলি, চুলিৰ আগে ধাতু যোৱা, মুৰৰ চুলিৰ সমান আয়ুস আদিৰ সম্বন্ধ চুলিৰ লগত। জিভা বা জিভাৰপৰা—জিভা কটা, জিভাৰ পানী পৰা, জিভাৰ লৰক-ফৰক্ আদি বাক্যাংশ হৈছে।

টেটু আৰু ডিঙিৰপৰা,—টেঁটুৱা টেঁটু ফলা, ডিঙিৰ মণি, ডিঙি ছিঙা আদি বাক্যাংশৰ উৎপত্তি হৈছে। তেজৰ লগত জড়িত শব্দ হৈছে—তেজ খা তেজস্বী, তেজাল, তেজগোড়া, তেজোময়ী, তেজৰঙা, তেজেমুখে ফুটা, তেজপানী কৰা তেজ মঙহৰ সম্বন্ধ আদি। দাঁত উঠা, দাঁত কামোৰা, দাঁত কৰচা দাঁত নিকটা, দাঁতৰ শল, দাঁতে ওঁঠে লগা আদি শব্দ দাঁতৰ সংযোগত গঢ়ি উঠিছে।

দেহ-লাও, দেহ প্ৰাণ দেহ ভংগা দেহে-কেহে লগা, দেহ তত্ত্ব, দেহ-বিচাৰ আদি খণ্ডবাক্য দেহৰপৰা জন্মিছে। ধাতুৰপৰা হৈছে,—ধাতু বাজ হোৱা অলপ-ধাতুৱা আদি জতুৱা বাক্য। নাই নাভি নাক নাড়ী নখ আদিৰ সংযোগত সৃষ্টি হোৱা শব্দ হৈছে—নাইত তেল দিয়া নাভি কমল নাভি পদ্ম, নাক-কটা নাক কোচোৱা, নাকী লগোৱা নাকফুল, নাকৰ তলে গোজা নখচন্দ্ৰ, নখমণি ইত্যাদি।

পেট শব্দৰ লগত সংযোগ হৈ পেট পোৱা, পেট ভাটৌ, পেট দিয়া, পেট মোচা, পেট হোৱা, পেটুলী, পেটুৱা পেটে ভড়ালে, পেটে-ভাতে খোৱা, পেটে-কঁকালে লগা আদি বাক্যাংশ গঢ়ি উঠিছে। প্ৰাণ শব্দৰ পৰা প্ৰাণ টাকি প্ৰাণবায়ু প্ৰাণাধিক প্ৰাণান্ত আদি শব্দ হৈছে।

বাহু আৰু বুকুৰ নামৰপৰা - বাহুবল বাহুযুদ্ধ বাহুৰ্ত্তি (এবিধ কৰচ) বাহু ঢেকেৰা (মাছ) বুকু ডাঠ বুকু ফিন্দা, বুকু পাতল বুকুৱা, বুকুচোলা বুকুত কাপোৰ লোৱা ইত্যাদি হৈছে। ভৰিৰপৰা সৃষ্টি হোৱা খণ্ডবাক্যৰ ভিতৰত ভৰি পথান, ভৰিত ধৰা, ভৰিত পৰা পেটতে হাত ভৰি লুকুৱা আদি বিশিষ্ট অৰ্থ বুজুৱা শব্দ গঢ়ি উঠিছে। ইয়াৰ লগতে পদসেৱা, পদাতিক পদানত শব্দৰ উল্লেখ কৰিব পাৰি।

মঙহ আৰু মুৰ শব্দৰপৰা মঙহ খোৱা মঙহ ধৰা, মঙহ গাঁঠি মঙহাল, আৰু মুৰ খা মুৰ পৰা মুৰ মৰা মুৰ ডণ্ডা মুৰ পুতি লগা মুৰে কপালে হাত দিয়া আদি বাক্যাংশৰ সৃষ্টি হৈছে।

মুখ শব্দৰপৰা হোৱা শব্দ—মুখলৈ চোৱা, মুখ ওকোলোৱা, মুখৰ কথা, মুখা মুখাল মুখস্থ মুখিয়াল মুখা-মুখি মুখশুদ্ধি, মুখ-ভেংচুচালি,

মুখচন্দ্ৰিকা, মুখখেকেচা খোৱা, মুখ পাতি লোৱা, মুখ মাৰি থোৱা, মুখতে ধৰা, মুখ দেখুৱা প্ৰভৃতি।

হাড়ভংগা, হাড়-ছাল-ছিগা, হাড়-শুচি কৰা, হাড়ত বন গজা, হাড়ত খোৱা, হাড়ে হাড়ে চিনা আদি বাক্যাংশৰ হাড়ৰ লগত সম্বন্ধ।

শৰীৰৰ অংগৰ ভিতৰত হাতৰ প্ৰয়োজন অধিক। সেই দেখিয়েই হাতৰ সংযোগত অধিক-সংখ্যক খণ্ড বাক্য গঢ়ি উঠিছে। যেনে, হাত-দীঘল, হাত লৰ, হাত-ধোৱা, হাত সৰা, হাত ছিগা, হাত উজা, হাত বাউল দিয়া, হাত খৰচ হাত ধৰি চলা, হাত তোলা, হাত পতা, হাতৰ মলি, হাত বুলা, হাত জোৰ, হাত সাৱটি থকা, হাতে-ভৰিয়ে ধৰা ইত্যাদি।

অংগ প্ৰত্যংগ বুজুৱা শব্দৰ সহায়ত প্ৰায় সকলো ভাষাতে জোখ-নিৰিখ বুজুৱা শব্দৰ সৃষ্টি হয়। এহাত, এমুঠন, এমুঠি, আঙুলি আদি তাৰে দৃষ্টান্ত।

# ৯। ধ্বন্যাত্মক শব্দ

স্বাভাৱিক ধ্বনিৰ অনুকৰণতে শব্দৰ উৎপত্তি আৰু অৰ্থৰ সৃষ্টি বুলি কোৱা হয়। কিন্তু প্ৰত্যেক ভাষাতে এনেকিছুমান অনুকৰণজাত আৰু বৰ্ণনা-সূচক শব্দ আছে যিসমূহে ভাষাৰ অভিধানত ঠাই নোপোৱাকৈ থাকে অথচ সেইবোৰ শব্দৰ প্ৰয়োগ আৰু প্ৰচলন নহলে লিখিত আৰু কথিত দুয়ো ভাষাৰে প্ৰকাশ-সৌন্দৰ্য্য ভালেখিনি নষ্ট হয়। ৰবীন্দ্ৰনাথ ঠাকুৰে এই শব্দবোৰক ধ্বন্যাত্মক শব্দ আখ্যা দিছে। ৰামেন্দ্ৰসুন্দৰ ত্ৰিবেদীয়ে তেওঁৰ ধ্বনি বিচাৰ প্ৰবন্ধত ধ্বন্যাত্মক শব্দসমূহৰ বিষয়ে আলোচনা কৰি এই শব্দসমূহক দেশজ শব্দৰ ভিতৰুৱা বুলি ধৰিছে। তেখেতে কয় যে—অ আ আ ই, ঈ, ঈ আৰু উ ঊ ঊ হ্ৰস্ব দীৰ্ঘ আৰু প্লুত—এই নটা ধ্বনিৰ ভিন ভিন প্ৰযোগেই ধ্বন্যাত্মৰ শব্দসমূহৰ বিভিন্ন অৰ্থ প্ৰকাশ কৰে।

অন্যান্য ভাষাৰ দৰে অসমীয়া ভাষাতো এই শব্দসমূহক ব্যাকৰণত অনুবাব শব্দ (Echo-words) বুলি ধৰা হৈছে। ইহ'ত বিশেষণ আৰু ক্ৰিয়া ৰূপে বহুল পৰিমাণে ব্যৱহৃত হয়। এই ধ্বন্যাত্মক শব্দসমূহে ধ্বনি-বৈচিত্ৰ্যৰ কাৰ্য্য বা ঘটনাৱলীৰ মনোৰম বৰ্ণনা আমাৰ মনৰ আগলৈ আ'নে। প্ৰতি'টা ধ্বন্যাত্মক শব্দই যি চিত্ৰ অনুভূতি উচ্ছ্বাস মনৰ ভাব প্ৰকাশ কৰিব কোনো প্ৰতিশব্দই তেনে ভাব ব্যক্ত কৰিবলৈ সমৰ্থ নহয। যেনে কচাকচ কাটি'ছে কচ্ কচকৈ কাটিছে কুচ কচকৈ কাটি'ছে। স্বৰ ধ্বনিৰ হ্ৰস্ব দীৰ্ঘ পাৰ্থক্যতেই ইযাত প্ৰতিটো শব্দই বিভিন্ন চিত্ৰ দাঙি ধৰি'ছে।

ভালেমান ধ্বন্যাত্মক শব্দৰ সৃষ্টি হৈছে পশু পক্ষীৰ মাতৰপৰা যে'নে কাউৰী (কা কা) কুলি (কু-কু), কেকা (ময়ূৰ) হোৱা (শিয়াল)। দুগদুগী জুনুক আদি অলংকাৰ আৰু দুন্দুভী ভেৰী, ডঙ্কা পে'পা আদি বাদ্যযন্ত্ৰৰ নাম ধ্বনিৰ পৰাই আহিছে। গুৰগুৰি সুৰসুৰি টমটম্ ফটক আদি বস্তুৰ নামো ধ্বনিৰপৰা উদ্ভূত।

যিবোৰ বৰ্ণনাৰ ধ্বনিৰ লগত সম্বন্ধ আছে সেইবোৰত ধ্বন্যাত্মক শব্দ প্ৰয়োগৰ কাৰণ নিৰ্দ্দেশ কৰিব পাৰি। কিন্তু ধ্বনিৰ লগত সম্বন্ধ নথকা বা অতি দূৰ সম্বন্ধ থকা বৰ্ণনাতো এনে শব্দ ব্যৱহাৰ হয়—জিকজিকীয়া জোক ফিৰ্ফিৰীয়া চুৰিয়া লিংলিঙীয়া গছ, লেংলেঙীয়া গছ। কেতিয়াবা ৰঙকো ধ্বন্যাত্মক শব্দেৰে প্ৰকাশ কৰা হয়—চক্চকীয়া বগা ঢকঢকীয়াকৈ বগা, টিক-টিক কৰে ৰঙা মেচ মেচ্ কৰে ক'লা।

আমাৰ শৰীৰ প্ৰায়বোৰ অসুস্থতাকে সুকীয়া ধ্বনিৰে প্ৰকাশ কৰা হয়।

যেনে—গা খাই-জাই কৰা, গা চম চম কৰা বুকে ঢিপ ঢিপ কৰা হাত-ভৰি টনটনোৱা, গা কুটকুটৱা জিন জিনোৱা।

শূন্যতা নিস্তব্ধতা আন কি নিঃশব্দতাকো ধ্বনিৰে বুজুৱা হয়। গম গম জম জম ঘিট-মিটিয়া আন্ধাৰ। স্বৰবৰ্ণৰ দৰে ধ্বন্যাত্মক শব্দত থকা ব্যঞ্জন বৰ্ণয়া বিশিষ্ট ধ্বনি নিৰ্দ্দেশ কৰে। এই বিষয়ে ৰামেন্দ্ৰসুন্দৰ ত্ৰিবেদীৰ ধ্বনি বিচাৰ প্ৰবন্ধ উল্লেখনীয়। তেওঁৰ মতে ক' বৰ্গৰ বাহিৰে বাকী চাৰি বৰ্গৰ ধ্বনিৰ লগত চাৰি প্ৰকাৰৰ বিশিষ্ট ধ্বনিৰ সংযোগ আছে। চ বৰ্গৰ ধ্বনিৰ লগত তৰল পদাৰ্থৰ সম্পৰ্ক ট বৰ্গৰ লগত কঠিন পদাৰ্থৰ ত বৰ্গৰ সৈতে কোমল পদাৰ্থৰ আৰু প'ৰ লগত বায়ুৰ সম্বন্ধ আছে। অন্য এজন ভাষা তাত্ত্বিকৰ মতে 'liquid consonants, labials and open vowels are used for smoothness, aspirats and dentals for force gutturals for strength sibilants for flavour, as a cook uses salt"

তলত কেইবাৰ ধ্বন্যাত্মক শব্দৰ দৃষ্টান্ত দিয়া হল:—

ক বৰ্গ কচাকচ কচকচ কচকুচ কৰকৰ কেৰাকৰ কেৰমেৰ কিৰকিৰ কিলকিল কিৰকিলা কুলকুলি কুৰকুৰ কুটকুট কেটকেট খটখট খদমখদম খমখম খমখমা খটখট খৰখৰ গৰগৰ গেলাগেলা গোঁ গোঁ ঘৰঘৰ ঘোঁটঘাট খৰখৰ।

চ বৰ্গ চিৰ চিৰ চপ চপ চিৰিক-চিৰিক চল-চল চম চম জল জল চট চট চেবেকা চেৰেক ছট বটা, ছট ফট জম জম ছিট-ছিট ঝৰ ঝৰ। চ বৰ্গৰ এনেবোৰ শব্দই সাধাৰণতে আকস্মিকতা দ্ৰুততা তীব্ৰতা আদি ভাব প্ৰকাশ কৰে।

ট-বৰ্গ—টক-টক টপ টপ টগ বগ টক-টাক, টং টাং ঠক ঠক ঠুক-ঠাক ঠং-ঠং ঠনৰ ঠনৰ ডগ মগ ঢাক ঢাক ঢপ ঢপ।

ত বৰ্গ—কোমল বস্তুৰ লগত কোমল বস্তুৰ আঘাত অথবা কোমলৰ লগত কঠিনৰ আঘাতত এই ধ্বনিৰ সৃষ্টি হয়। কোমলতা ত বৰ্গৰ ধ্বনিৰ বিশিষ্ট ভাব। তিৰবিৰ তুল তুল থপ থপ থৰ-থৰ থম থম থল-থল থক থক্ থাক-থাক থুপ্-থাপ দম-দম ধুম ধাম ধৰ-ফৰ।

প-বৰ্গ—প ফ ব ভ ম—এই পাঁচ বৰ্ণৰ উচ্চাৰণত মুখৰ বায়ু দুই ওঁঠৰ মাজেদি ওলায়। ফোপোলা কঠিন বস্তুৰ মাজত আবদ্ধ থকা বায়ু বাহিৰলৈ আহিলে এনে ধ্বনি হয়। পেক পেক ফাঁচ-ফাঁচ ফিচ ফিচ ফুচ-ফুচ, ফিট-ফিট ফৰ-ফৰ ফট্-ফট, ফুৰ-ফুৰ, ফিৰ-ফিৰ বক-বক বিৰ্-বিৰ্ বিজ-বিজ ভন্ ভন্ ভেঁ-ভেঁ ভচ-ভচ, ভোঁ-ভোঁ, ভক-ভক্, ভম-ভম্।

প-বৰ্গৰ পঞ্চম বৰ্ণৰ লগত এই ভাবটো বিশেষভাবে নেথাকে, 'ম'ৰ অনুনাসিকতাই প-বৰ্গৰ এই বিশিষ্ট ভাবটো ঢাকি থয়। অনুনাসিক বৰ্ণৰ বিশেষ লক্ষণ হৈছে মৃদু বা কোমল কৰা। ই কঠোৰক কোমল কৰে। ম-কাৰে এনে ধ্বনিকে প্ৰকাশ কৰে, মচ্-মচ্, মুক্-মুক্, মট্-মট, মিট-মিট, মেও-মেও, মল-মল, মৰ-মৰ, মুৰ-মুৰ।

অন্তস্থ বৰ্ণ আৰু উষ্মবৰ্ণ—য, ৰ, ল, ব, এই চাৰিটা অন্তঃস্থ বৰ্ণ। য় আৰু ৱ এই দুই বৰ্ণ স্বৰ লক্ষণযুক্ত। সাধাৰণতে য় আৰু ৱ অসমীয়াত শব্দৰ আদিত নবহে। ৰ মূৰ্দ্ধণ্য বৰ্ণ। গতিকে ই কঠোৰতা আৰু কৰ্কশতা প্ৰকাশ কৰে। ৰুনু-জুনু, ৰম-ৰম, ৰে-ৰে। 'ল—ই কোমল আৰু চঞ্চল ভাব প্ৰকাশ কৰে, ই দন্ত্য বৰ্ণৰে গুণ। লক-লক, লিক-লিক লিচ-পিচ লট-পট, লৰ চৰ, লপ-জপ্, লোমা-লোম, লুৰ লুৰ, লিং-লিং, লেপ-লেপীয়া লেৰ লেৰীয়া।

উষ্মবৰ্ণই বিশেষকৈ বায়ুৰ চলাচল বুজায়। বায়ুৰ লগত ইয়াৰ ওচৰ সম্বন্ধ। কণ্ঠৰ পৰা ওলোৱা বায়ু জিভাৰ গাতে গা লগাই বাহিৰ ওলালে উষ্ম ধ্বনিৰ উচ্চাৰণ হয়। সোঁ-সোঁ, সুৰ সুৰ, সোপ-সোপা, সুৰ-সুৰ সন্-সন্, শোটোৰা শোটোৰ।

হ-বৰ্ণক ব্যঞ্জনৰ ভিতৰত নধৰি মহাপ্ৰাণ অ-কাৰ বুলি ধৰিব পাৰি। হকাৰ আদি শব্দত মহাপ্ৰাণ বৰ্ণৰ বেগৱত্তা (বলৱত্তা) স্থূলতা প্ৰকাশ পায়। হি হি, হুৰু-হুৰু হুৰুক-হুৰুক হুদ্-হুদ্ হৈ-হৈ হো-হো, হেৰ ফেৰ, হন হান হিজি-বিজি।

# ১০। যুৰীয়া শব্দ

একেটা শব্দকে দুই বা ততোধিক বাৰ ব্যৱহাৰ কৰিলে পুনৰাবৃত্তি দীৰ্ঘ-কালবৰ্ত্তিতা, ব্যাপকতা প্ৰগাঢ়তা, দ্বিধা আদি ভাব প্ৰকাশ হয়। পৰস্পৰ সংযোগ বুজাবলৈ আৰু লাগি থকাৰ ভাৱ প্ৰকাশ কৰিবলৈও কেতবোৰ যুৰীয়া শব্দ অসমীয়াত প্ৰয়োগ হয়। এই শব্দবোৰ বিশেষ্য, বিশেষণ, সৰ্ব্বনাম, ক্ৰিয়া, ক্ৰিয়াবিশেষণ আদি ৰূপে ব্যৱহৃত হয়। এই নিয়মে সৃষ্টি কৰা পদসমূহ বহু সময়ত সমাসৰ দ্বাৰা সাধিত বুলি বিবেচিত হয়।

যুৰীয়া শব্দ সাধাৰণতে চাৰিপ্ৰকাৰে গঠিত হয়—(১) একেটা শব্দকে দুই বা ততোধিক বাৰ ব্যৱহাৰ কৰি—যেনে, ঘৰে-ঘৰে, মুখে মুখে। 'কেতিয়াবা শব্দটোৰ মাথোন অংশমাত্ৰ দ্বিৰুক্তি আৰু কোনো এটা স্বৰৰ পৰিবৰ্ত্তন কৰা হয়ঃ ৰজনজনা। (২) শব্দৰ লগত একে অৰ্থবাচক আন এটি শব্দ সংযোগ কৰি—যেনে ৰংধা বঢ়া হাট বজাৰ ইত্যাদি। (৩) এটি শব্দৰ লগত অন্যাৰ্থ বা অনিৰ্দিষ্টবাচক দ্বিতীয় এটি শব্দ সংযোগ কৰি—যেনে, ঔষধ-পাতি বিচনা-পাটী কান্দি-কাটি আপদ-বিপদ ভাবনা-চিন্তা, ধাৰ-ধুপাল, কাঁজিয়া-পেচাল ইত্যাদি। কোনো কোনো ঠাইত দ্বিতীয় শব্দটো অৰ্থহীন আৰু তাৰ স্বতন্ত্ৰ প্ৰয়োগ নাই। (৪) অনুকাৰ আৰু অনুৰূপ শব্দসংযোগত যেনে—টুক টাক, টন-টন কাঁহী-বাটি ভাত-চাত ধাৰ ধুৰ ইত্যাদি।

পুনৰ আবৃত্তিবাচক অৰ্থত—পুনৰাবৃত্তি সম্পূৰ্ণতা সংযোগ, নিশ্চয়তা আদি অৰ্থ বুজাবলৈ শব্দৰ দ্বিৰুক্তি কৰা হয়, অৰ্থাৎ যুৰীয়া শব্দ ব্যৱহাৰ হয়।

মাজে-মাজে বাৰে-বাৰে ঘৰে-ঘৰে কথাই-কথাই, দেশে-দেশে কি-কি এই যুৰীয়া শব্দসমূহ পুনৰাবৃত্তি অথবা variety বুজোৱাত ব্যৱহাৰ হয়।

মুখে-মুখে, চকুৰে-চকুৰ পাথৰে পাথৰে, কাঠে কাঠে মানুহে-মানুহে হাতে-হাতে, নিজে-নিজে এই যুৰীয়া শব্দবোৰ পৰস্পৰ সংযোগ বাচক অৰ্থত ব্যৱহৃত হৈছে।

মনে-মনে তলে তলে, ভিতৰি ভিতৰি পেটে-পেটে এইবোৰ যুৰীয়া শব্দই লাগি থকাৰ অৰ্থ প্ৰকাশ কৰিছে।

বহু সময়ত বিশেষ্য নাইবা বিশেষণক দ্বিৰুক্তি কৰি বিশেষ্যৰ বহুবচন অৰ্থত ব্যৱহাৰ কৰা হয়। যেনে—বনে বনে, ভাই ভাই, ঠাই ঠাই, ৰঙা ৰঙা ফুল, ডাঙৰ ডাঙৰ গছ ইত্যাদি। নতুন নতুন ঘন ঘন, থালে থালে, বিধে বিধে, আদি শব্দই বহুলতাবাচক অৰ্থ প্ৰকাশ কৰিছে।

সচো সচো ভালে ভালে আদি শব্দই নিশ্চয়তাৰ অৰ্থ প্ৰকাশ কৰিছে।

সৰু সৰু লৰাবিলাক আহিবা (ডাঙৰবোৰ নহয়) বাটে বাটে যাবা (অবাটে নহয়)—ইয়াত যুৰীয়া শব্দই পাৰ্থক্যৰ অৰ্থ সূচাইছে।

আহক আহক, বহক বহক, ৰাম ৰাম, হাঁয় হাঁয় যুৰীয়া শব্দই অনুভূতিৰ আতিশয্য বুজাইছে।

বিভিন্ন শব্দৰ সংযোগত সৃষ্ট যুৰীয়া শব্দ—সম্পূৰ্ণতা আৰু শব্দৰ অৰ্থ বিস্তাৰ বুজাবলৈ কেতিয়াবা সমান অৰ্থ বুজোৱা দুটা শব্দ একেলগে ব্যৱহাৰ কৰা হয়। যেনে—বন্ধু বান্ধৱ জন-মানৱ, জাক-জমক চিঠি-পত্ৰ চাল-চলন ঘৰ-গৃহস্থালি, মামলা মোকৰ্দ্দমা, মাথা-মুণ্ড মাল-মচলা, হাঁহি ধেমালি ধৰা-বন্ধা। যুৰীয়া শব্দৰ এনে এক শ্ৰেণীক সমাৰ্থ-বাচক যুগ্ম শব্দ (Translated Compound) বোলা হয়। দেশজ শব্দৰ লগত একে অৰ্থ বুজোৱা অন্য এটি প্ৰতিশব্দ ব্যৱহাৰ কৰি Translated Compound বা সমৰ্থবাচক যুগ্ম শব্দ কৰা হয়। যেনে - হাট বজাৰ মেল-দৰবাৰ দৰা কন্যা (দৰা শব্দটোৰ মূল অষ্ট্ৰিক আৰু ইযাৰ অৰ্থ হৈছে কন্যা) আকৌ লৰা ছোৱালী (ছোৱালী শব্দৰ মূল ছৱাল শব্দৰ অৰ্থ হৈছে বালক) দাম দৰ চাকৰ-বাকৰ, দোকান-পোহাৰ হাৱা পানী মান ইজ্জত। এনে ধৰণৰ যুৰীযা শব্দৰ যোগ দ্বন্দ্ব সমাসৰো অৰ্থ প্ৰকাশ হয়।

কেতিয়াবা একে অৰ্থৰে দুটি শব্দৰ যুৰীযা ব্যৱহাৰ অপপ্ৰয়োগ হয়। যথা- সমতুল বিবিধ প্ৰকাৰ স্বত্বাধিকাৰী বহু বৈচিত্ৰ্য গুণ-যুক্ত স্থূল-তন অশ্বমেধ যজ্ঞ ইত্যাদি।

দুটা শব্দৰ প্ৰত্যয় বেলেগ হ'লে ধ্বনি মাধুৰ্য্যৰ কাৰণে এটা শব্দৰ অনুকৰণত আন এটি শব্দ গঢ়ি যুৰীয়া শব্দ সৃষ্টি কৰা হয়- ছিগা ভগা (ছিন্ন ভগ্ন)।

দ্বিধাভাৱ বাচক কিছুমান যুৰীয়া শব্দই দ্বিধা, হ্ৰাস মৃদুতা অসম্পূৰ্ণতাৰ ভাৱ প্ৰকাশ কৰে। যেনে -যাওঁ-যাওঁ জ্বৰ জ্বৰ জাৰ-জাৰ শিৰ শিৰ হাঁহো হাঁহো কান্দো কান্দো ভাগো ভাগো মানে মানে ভয়ে-ভয়ে ইত্যাদি।

লাগ বা কৰ ধাতুৰ সংযোগত এনে প্ৰকাৰৰ যুৰীযা শব্দই আগ্ৰহ বা ইচ্ছাৰ ভাৱ প্ৰকাশ কৰে যেনে যাওঁ যাওঁ লগাইছে খাওঁ খাওঁ কৰিছে ইত্যাদি।

অনুকাৰ যুৰীয়া শব্দ—অনুকাৰ অনুৰূপ শব্দসমূহকো যুৰীযা শব্দৰ ভিতৰত ধৰিব পাৰি। অনুৰূপ শব্দবোৰ সাধাৰণতে 'ইত্যাদি'ৰ অৰ্থ বুজায়। মূল শব্দৰ আদি আখৰ চ লৈ পৰিৱৰ্ত্তন কৰি অসমীয়াত অনুৰূপ শব্দ গঢ়া হয়। যেনে—ভাত চাত কিতাপ-চিতাপ কাঠ চাঠ খৰি-চৰি, গছ-চছ। কিন্তু মূল শব্দৰ প্ৰথম বৰ্ণ চ হ'লে অনুৰূপ শব্দৰ প্ৰথম বৰ্ণ সাধাৰণতে ত হয় যেনে চুলি তুলি চাকি-তাকি চাহ তাহ ইত্যাদি। এই শব্দসমূহে ইত্যাদি অৰ্থৰ বাহিৰেও কওঁতাৰ মনৰ অন্য ইচ্ছাও প্ৰকাশ কৰে। 'ভাত-চাত বা চাহ তাহ দিয়া' বুলিলে ভাত বা চাহৰ সলনি অন্য বস্তু দিলেও হব—এই ভাৱো বুজায়।

# ১১। অসমীয়া ভাষাত ইংৰাজী শব্দ

যুগে যুগে বিভিন্ন ভাষা-ভাষীৰ সংস্পৰ্শত আহি অসমীয়া ভাষাই অজস্ৰ নতুন শব্দৰে নিজক সমৃদ্ধিশালী কৰিছে। বড়ো-কছাৰী, থাই-শ্যাম, ফাৰ্চী আৰবী ভাষাৰপৰা অসমীয়াই কেনে ধৰণৰ শব্দ গ্ৰহণ কৰিছে সেই কথা পূৰ্ব্বৰ অধ্যায়ত উল্লেখ কৰা হৈছে। ইংৰাজসকলে আমাৰ দেশত ছকুৰি বছৰ শাসন কৰিলে গতিকে ইংৰাজী ভাষাৰ অলেখ শব্দ অসমীয়া ভাষাত প্ৰচলন হোৱা স্বাভাৱিক। কেৱল শাসনৰ হেতুৱেই নহয় ইংৰাজ আৰু ইংৰাজী ভাষাৰ যোগেই আমাৰ দেশলৈ য়ুৰোপীয় সভ্যতা সংস্কৃতি চিন্তা-দৰ্শন আদি আহিছে। সেই কাৰণে অসমীয়ালৈ অহা ইংৰাজী শব্দসমূহ দুই শ্ৰেণীত ভগাব পাৰি। প্ৰথমতে অহা শব্দসমূহ হৈছে শাসন সম্বন্ধীয়। দ্বিতীয় শ্ৰেণী শব্দমালা সাহিত্য সংস্কৃতি বিষয়ক। পিছৰ শাৰীৰ শব্দৰ অসমীয়াত প্ৰবেশ ইংৰাজ যোৱাৰ পিছতো বন্ধ হোৱা নাই। য়ুৰোপ আৰু বহিৰ্জগতৰ লগত অসমৰ ঘনিষ্ঠতা বঢ়াৰ লগে লগে ইংৰাজী শব্দৰ প্ৰয়োগ অসমীয়াত বাঢ়িব বুলি অনুমান কৰিব পাৰি।

সাধাৰণতে এটা ভাষাই অন্য ভাষাৰপৰা প্ৰয়োজনৰ বশৱৰ্ত্তী হৈহে শব্দ ধাৰ কৰে। কোনো দেশত নেদেখা বা নোহোৱা পশু পক্ষী, গছ-লতা আদি প্ৰাকৃতিক বস্তু আবিষ্কাৰ হলে তাৰ নাম প্ৰথমে সেই দেশৰ ভাষাতে ৰখা হয় অন্য ভাষাই পিছত সেই নামক গ্ৰহণ কৰে। কলা বিজ্ঞানৰ বহুল চৰ্চ্চাৰ হেতু কোনো এক ভাষাত কিছুমান প্ৰয়োজনীয় শব্দমালাৰ সৃষ্টি হয়। নিজৰ ভাষা সংস্কৃতিৰ উন্নতিৰ অৰ্থে অন্য ভাষাই এই শব্দমালা নিঃসংকোচে ধাৰ কৰে। সম্ভৱত এইবোৰ সকলো ভাষাৰে উমৈহতীয়া সম্পদত পৰিণত হয়। কিন্তু প্ৰয়োজনেই ধাৰ কৰাৰ সৰ্ব্বপ্ৰধান কাৰণ নহয়। মানুহে কেতিয়াবা নিজৰ উচ্চ ৰুচিৰ পৰিচয় দিবলৈ মাতৃ-ভাষাত কথা বতৰা কওঁতে বিদেশী শব্দ ব্যৱহাৰ কৰে। এই একে কাৰণেই ইংৰাজসকলে নিজ মাতৃ-ভাষাৰ ৰচনাত ফৰাচী শব্দ প্ৰয়োগ কৰে। এলাহ বা মাতৃভাষাত ব্যুৎপত্তি নহলেও বিদেশী ভাষাৰ পৰা মানুহে শব্দ ধাৰ কৰে। ইংৰাজী ভাষা-সাহিত্যৰ যোগেদি লব্ধ জ্ঞান সহজ মাতৃ-ভাষাত প্ৰকাশ কৰিবলৈ অসমৰ্থ হৈ শিক্ষিত লোকে এই ৰীতি অনুসৰণ কৰে। নিজৰ মাতৃ-ভাষাৰ সমগ্ৰ শব্দাৱলী আৰু শব্দ গঠনৰ নিয়ম নজনাত আৰু অনুবাদকসকলৰ অৱহেলা আৰু ত্ৰুটিৰ হেতু ইংৰাজী শব্দৰ প্ৰৱেশ অসমীয়াত সহজ হৈছে। নিচেই কম সময়ৰ ভিতৰতে ইংৰাজীত

অহা খবৰ নিজ ভাষাত অনুবাদ কৰিব লগা হোৱাত অসমীয়া বাতৰি কাকতৰ পাতত সাধাৰণতে ইংৰাজী শব্দই দেখা দিয়ে।

এই খিনিতে এটা কথা মন কৰিবলগীয়া যে সাধাৰণতে মানুহে বিদেশী ভাষা শিকি সেই ভাষাত কথা বতৰা পাতোঁতে তাৰ মাজত নিজ ভাষাৰ শব্দ যাতে ব্যৱহাৰ নহয় তালৈ বিশেষ চকু দিয়ে। কিন্তু নিজ ভাষা কওঁতে এই ৰীতিৰ বিপৰীত আচৰণ কৰা দেখা যায়। অৰ্থাৎ অসমীয়া মানুহে ইংৰাজী কথোপকথনৰ মাজত অসমীয়া শব্দ ব্যৱহাৰ নকৰে। কিন্তু অসমীয়া কওঁতে বাধাহীনভাৱে ইংৰাজী শব্দ প্ৰয়োগ কৰে। ফৰাচী ভাষা জনা ইংৰাজী লোকৰ কথা-বতৰাতো এনে দোষ দেখা যায়।

ইংৰাজীৰপৰা অহা শব্দবোৰ কেতিয়াবা মূল ৰূপত আৰু কোনো ক্ষেত্ৰত বিকৃত ৰূপত ব্যৱহাৰ হয়। সৰহ-সংখ্যক ইংৰাজী শব্দ যাইকৈ শিক্ষিত সম্প্ৰদায়ৰ মাজত প্ৰচলিত। কিন্তু কিছুমান ইংৰাজী শব্দ সাধাৰণ মানুহেও সদা-সৰ্ব্বদা ব্যৱহাৰ কৰে, আৰু সেইবোৰে লাহে লাহে মানুহৰ মুখৰপৰা সাহিত্যৰ ভাষাতো স্থান পাইছে। অসমীয়াত প্ৰৱেশ কৰা ইংৰাজী শব্দ-মালাক তলৰ দৰে শ্ৰেণী বিভাগ কৰিব পাৰি।

পূৰ্ব্বে উল্লেখ কৰা প্ৰথম স্তৰৰ ভিতৰত পৰে শাসন সম্বন্ধীয় শব্দসমূহ। বৃটিছৰ লগে লগে শাসন সম্বন্ধীয় ভালেমান অনুষ্ঠান আমাৰ দেশলৈ আহিল। প্ৰথম অৱস্থাৰপৰাই এই অনুষ্ঠানাদিৰ অসমীয়া নামকৰণ নকৰি অসমীয়া মানুহে ইংৰাজী শব্দকে গ্ৰহণ কৰিলে, অৱশ্যে কোনো কোনো ক্ষেত্ৰত ইংৰাজীৰ লগতে অসমীয়া প্ৰতিশব্দও চলোৱাৰ চেষ্টা কৰা হৈছিল। শাসন-সংক্ৰান্ত শব্দৰ ভিতৰতে গৱৰ্ণমেণ্ট, ডিপাৰ্টমেণ্ট, অফিচ, কাউঞ্চিল, পাৰ্লিয়ামেণ্ট, কৰ্ট, হাইকৰ্ট ট্ৰেজাৰী লোকেলবোৰ্ড, মিউনিচিপালিটি, পি-ডব্লিউ-ডি (ৰাস্তা) ৰেভিনিউ (চিৰস্তাদাৰ) আদি। অফিচৰ লগত সম্বন্ধ থকা সদায় ব্যৱহাৰ কৰা ইংৰাজী শব্দঃ ফৰম, ফাইল, ৰেকৰ্ড, টেক্স, ছিল (Seal) নটিচ ইত্যাদি। পদৱী, সম্মান আদিৰ বিষয়ত গৱৰ্ণৰ লাট (লৰ্ড), মিনিষ্টাৰ, ছাৰ, ডিপুটি, ডিৰেক্টৰ, কলেক্টৰ, ইঞ্চপেক্টৰ, কমিছনাৰ, ৰেজিষ্ট্ৰাৰ, চেয়াৰমেন, ভাইচ-চেয়াৰমেন ইত্যাদি।

আদালতত ইংৰাজী ভাষাৰ প্ৰচলন আৰু আইন-কানুন ইংৰাজী ভাষাত প্ৰণয়ন আৰু বিধিবন্ধ হোৱাত এই বিষয়ৰ ভালেমান ইংৰাজী শব্দ সচৰাচৰ প্ৰয়োগ হয়। আইন-কানুন, বিচাৰ সম্বন্ধীয় শব্দৰ ভিতৰত জজ, জুৰি, জুৰাৰ, ডিক্ৰী, ফাইন, এৰেষ্ট, ওৱাৰেণ্ট, গাৰদ (lock-up), জেইল, জেইলৰ, বেইল, তৰণী, ভেণ্ডৰ (ষ্টাম্প) আদি উল্লেখনীয়।

বৃটিছৰ শাসনৰ প্ৰথম অৱস্থাত দেশ ৰক্ষাৰ ভাৰ প্ৰধানকৈ ইংৰাজ বিষয়াৰ অধীনত আছিল। সামৰিক আৰু নৌ-বিভাগতো ইংৰাজৰ প্ৰাধান্য আছিল।

বৃটিছৰ দিনৰ যুদ্ধ-প্ৰণালী পূৰ্ব্বতকৈ বেলেগ, অস্ত্ৰ-শস্ত্ৰৰ নাম ইংৰাজীত আছিল। পদ-মৰ্য্যাদা অনুসৰি বিষয়াসকলৰ বাবেো সুকীয়া নাম আছিল। গতিকে এই বিষয়ত ব্যৱহৃত হোৱা ইংৰাজী শব্দই সহজতেই ভাৰতীয় ভাষাত প্ৰৱেশ-লাভৰ সুযোগ পাইছিল। কৰ্ণেল, কেপ্টেইন, লেফ্‌টেনেণ্ট, ছাৰ্জ্জন, পুলিচ, ৰিজাৰ্ভ, কনিষ্টবল, গাৰ্ড (হোমগাৰ্ড), মিলিটেৰি, ৰিভলভাৰ, পিষ্টল, টেঙ্ক্‌ বোমা আদি এই শাৰীৰ শব্দ।

ইংৰাজৰ দিনত বিজ্ঞানৰ বিশেষ উন্নতি ঘটে, বিজ্ঞান সম্বন্ধীয় জ্ঞান প্ৰচলনৰ লগে লগে, যন্ত্ৰ-পাতি, কল-কাৰখানা দেশলৈ আমদানী হয়। ইয়াৰ হেতু অলেখ ইংৰাজী শব্দই সহজভাৱেই অসমীয়াত প্ৰৱেশ লভে। যান-বাহন সম্বন্ধীয় শব্দমালা এই বিষয়ে বিশেষ উল্লেখযোগ্য। যেনে—ৰেল, ফেৰী, ষ্টেশ্যন, ষ্টেশ্যন-মাষ্টৰ, গাৰ্ড, চেকাৰ, পইণ্টমেন, ক্ৰছিং, জংচন, ছিগ্‌নেল, টিকট, পাছ, ইঞ্জিন, ট্ৰাক, লৰী, মটৰ, বাইচাইকেল, বেল, টায়াৰ, পাম্প, টিউব, বেটেৰি, হেণ্ডেল, পেট্ৰল ইত্যাদি। এই শাৰীৰ অন্যান্য শব্দৰ ভিতৰত—টেলিগ্ৰাম, টেলিফোন, চিনেমা, বায়স্কোপ টকি, ৰেডিও আদি। প্ৰিণ্টিং প্ৰেছ আৰু তাৰ লগৰ শব্দ প্লেট, ট্ৰেডেল, লিনটাইপ, পাইকা, স্মল-পাইকা, কম্পোজিং, ফৰ্মা ডিমাই ডবল ক্ৰাউন, প্ৰুফ কম্পজিটৰ আদি শব্দ ইংৰাজীৰ যোগে আহিছে। আধুনিক শিক্ষা আৰু সাংস্কৃতিক জীৱনৰ লগত এইবোৰ শব্দৰ ওতঃপ্ৰোত সম্বন্ধ।

বিজ্ঞানৰ ভিতৰত চিকিৎসা বিদ্যাৰ লগত সাধাৰণ মানুহৰ বিশেষ পৰিচয় ঘটিছে। গতিকে ডাক্তৰ, চিভিলচাৰ্জ্জন, এম-বি, হোমিওপেথি, হস্পিটেল, চেনিটেৰিয়াম, ফাৰ্মাচী, এক্স ৰে আদি শব্দ সকলো শ্ৰেণীৰ মানুহে ব্যৱহাৰ কৰে। বেমাৰ আৰু কেতবোৰ ঔষধৰ নামো অসমীয়ালৈ ইংৰাজীৰপৰাই আহিছে। প্লেগ, কলেৰা, কেন্সাৰ, মেলেৰিয়া জণ্ডিছ, ডিপথেৰিয়া, কুইনাইন পেনিচিলিন, ইন্‌জেকশ্যন, বাৰ্লি, ভাৰ্বাপন, ফেনাইল, বটল, পাউডাৰ, মিক্সাৰ, পেটেণ্ট, স্পিৰিট আদি শব্দ সদা-সৰ্ব্বদা ব্যৱহাৰ হয়।

ইংৰাজী শিক্ষা প্ৰচাৰ, ইংৰাজী বাতৰি-কাকতৰ প্ৰচলন আৰু ইংৰাজী কিতাপ-পত্ৰ অধ্যয়নৰ ফলত শিক্ষা সম্বন্ধীয় অলেখ ইংৰাজী শব্দ অসমীয়ালৈ আহিছে। আমাৰ ল'ৰা-ছোৱালীয়ে অসমীয়া আখৰ চিনাৰ পূৰ্ব্বে ইংৰাজী লিপি লিখিবলৈ আৰু পঢ়িবলৈ শিকে। তদুপৰি বৃটিছৰ দিনতে আমাৰ দেশত যুৰোপীয় পদ্ধতিত শিক্ষা অনুষ্ঠান স্থাপন হৈছে। সেই কাৰণে শিক্ষানুষ্ঠানৰ নাম—স্কুল, কলেজ, নৰ্ম্মাল, মাইনৰ, এম্ ভি, প্ৰাইমেৰি, বেচিক (স্কুল), মিউজিয়াম, লেবৰেটৰি শব্দ ইংৰাজীৰ পৰা অহা। এনট্ৰেন্স, আই. এ, বি এ, এম এ, বি এল, বি টি, ইঞ্জিনিয়াৰিং, মেডিকেল, ভেটেৰিনাৰি,

টেক্নিকেল, পাছ, ফেল, ডিভিজন এইবোৰৰ অৰ্থ সকলো শ্ৰেণীৰ মানুহেই বুজে।

ইয়াৰ বাহিৰেও টুৰ্ণামেণ্ট, মাষ্টাৰ লাইব্ৰেৰী হল, ক্লাছ, বেঞ্চ, ডেস্ক ব্লেক'বাৰ্ড, চক, ছিলট, পেন (ফাউণ্টেনপেন) পেঞ্চিল, স্কেল ইঞ্চি, কপি (বুক) আদি শব্দ একেবাৰে ঘৰুৱা হৈ পৰিছে। ইংৰাজী মাহৰ নাম (জানুৱাৰী আদি) কেলেণ্ডাৰ টাইপ আদিকো এই শ্ৰেণীৰ লগতে ধৰিব পাৰি।

বৰ্তমান দিনতে ফুটবল ক্ৰিকেট বেডমিণ্টন টেনিছ টেবুল-টেনিছ ভলি ব্ৰীজ (তাচ) ৰেচ (race) আদি খেল আমাৰ দেশলৈ আহে। খেলবোৰৰ লগত ব্যৱহাৰ হোৱা ভালেমান ইংৰাজী শব্দৰ এতিয়ালৈকে প্ৰতিশব্দ অসমীয়াত গঢ় লৈ উঠা নাই। গতিকে এই বিষয়ৰ বহু শব্দ ইংৰাজীৰপৰা গ্ৰহণ কৰা হৈছে।*

সুকুমাৰ কলা আৰু সাহিত্য বিষয়ৰ ভালেমান ইংৰাজী শব্দ অসমীয়া সাহিত্যত সহজভাৱেই চলিছে। ট্ৰেজেডি কমেডি নাভেল চনেট ষ্টাইল ফেশ্যান আদি ইংৰাজী শব্দ অসমীয়া প্ৰতিশব্দতকৈ অধিকভাৱে প্ৰচলিত। হাৰমনিয়ম অৰগেন আদিৰ প্ৰতিশব্দ সৃষ্টিৰ চেষ্টাই হোৱা নাই। সাংস্কৃতিক জীৱনৰ লগত জড়িত থিয়েটাৰ ষ্টেজ চিন ড্ৰপচিন প্ৰগ্ৰাম ফটো, ফটোগ্ৰাফ মেটিনি আদি শব্দৰ বিশেষ প্ৰচলন।

সকলো দেশতে শাসক আৰু উচ্চ শ্ৰেণীৰ লোকৰ মাজত প্ৰচলিত খোৱা পিন্ধা পোচাক পৰিচ্ছদ সাজ সৰঞ্জাম আদি বিলাসৰ সামগ্ৰীক সাধাৰণ মানুহে আহৰি কৰি লয়। আজিকালি অৱশ্যে চলচ্চিত্ৰৰ অভিনেতা-অভিনেত্ৰীসকলৰ কানি কাপোৰ চাল চলনে সমাজৰ ডেকা গাভৰুক বিশেষভাৱে আকৃষ্ট কৰিছে। ইংৰাজী অনুকৰণত উদ্ভৱ হোৱা কানি-কাপোৰৰ নামৰ ভিতৰত গাউন (উকীলৰ) গেঞ্জি কেপ হেট কোট পেণ্ট (হাফ পেণ্ট) কলাৰ টাই বুট (জোতা) চেণ্ডেল বুটাম ফ্ৰক জেকেট চেমিজ ব্লাউজ পেটিকোট অভাৰকোট ছুৱেটাৰ মাফলাৰ টাৱেল লেচ এমব্ৰইডাৰি মাৰ্কিন (American)

---

* বিদেশী ভাষাৰপৰা শব্দ ধাৰ কৰাৰ কাৰণ দুটা বুলি এজন ভাষাবিদে নিৰ্ণয় কৰিছে—
'The chief of these reasons are two in number First the term taken over represents a concept or thing previously unknown (at least consciously) among the people borrowing it Second, a word is very frequently taken over because the people from whom the loan is made are felt to possess a superior civilisation, with the result that their vocabulary is regarded as more elegant'
– Louis H Gray *Foundations of Languages*

চাটিন, লংক্লথ আদি শব্দ উল্লেখযোগ্য। ইয়াৰিং টপ, নেকলেচ ব্ৰেচ'লট পেণ্ডেণ্ট, ব্ৰচ, ছেপ্তিপিন আদি অলংকাৰ-পাতিৰ নাম এই শাৰীৰ শব্দ। খোৱা-বস্তুৰ নামৰ ভিতৰত বাৰ্লি বিস্কুট জাম, জেলি লজেন্স টফি কেক চডা (পানী) লেমনেড ছিগাৰেট কবি (cabbage), আপেল ইত্যাদি। আহ ব তেয়াৰ আৰু গ্ৰহণ কৰা বাচন-বৰ্ত্তনৰ নাম—ছচপেন কেটলি গিলাছ টিন কাপ প্লেট ইংৰাজীৰপৰা অহা। ঘৰুৱা জীৱনৰ আৰু সামাজিক উৎসৱ অনুষ্ঠানত সততে ব্যৱহাৰ হোৱা কিছুমান বস্তু বাহানিৰ নামো ইংৰাজীৰ যেনে -লেম্প মাইক পেট্ৰমাক্স কেৰাচিন টৰ্চ্চলাইট ত্ৰিপাল (tarpaulin) বাকচ বুৰুজ (brush) ইত্যাদি।

লৰা ছোৱালী আৰু কুকুৰৰ নাম কোনো কোনোৱে ইংৰাজীত ৰাখে। সাধাৰণতে ছোৱালীৰ নামত ইংৰাজী শব্দ অধিক প্ৰয়োগ হয়। মাক বাপেক ইংৰাজ ছোৱালীৰ দৰে নিজৰ ছোৱালীৰ বঙ বগা কল্পনা কৰাযে ইয়াৰ প্ৰধান কাৰণ। লিলি মেৰি ডলি ক্ৰিম কুইন বিউটি বক্স ৰীতা জুৱেল আদি ইংৰাজী নামৰ অসমীয়া ছোৱালী কামৰূপে গৃহে গৃহে।

বেহা-বেপাৰ আৰু পৰিবহনৰ উন্নতি হেতু নানা দেশৰ লগত অসমীয়াৰ সংযোগ ঘটিছে। ভাবৰ আদান-প্ৰদানে যেনেকৈ ইংৰাজী শব্দ গ্ৰহণ কৰিবলৈ বাধ্য কৰাইছে সেইদৰে বিদেশী বস্তু বাহানিৰ ব্যাপক আমদানীয়ে ইংৰাজী শব্দ ব্যৱহাৰ সচল কৰিছে। ইংৰাজী বস্তুৰ লগত ইংৰাজী শব্দ সহজভাবেই আমাৰ ভাষালৈ আহিছে। বেহা বেপাৰ আৰু অৰ্থনৈতিক অৱস্থা সম্বন্ধীয় শব্দৰ ভিতৰত ক অপাৰেটিভ ইন্সিঅৰেন্স কোম্পানী পেটেণ্ট কনট্ৰেক্ট ট্ৰেডিং ষ্টোৰ ফাৰ্ম বেংক চেক নট (টকীয়া) ৰেচন কণ্ট্ৰল ব্লেকমাৰ্কেট (পাছৰ শব্দকইটা যোৱা মহাসমৰৰ দান) শব্দৰ বিশেষ প্ৰচলন। সংখ্যা আৰু পৰিমাণ বুজোৱা ডজন গ্ৰোচ পাউণ্ড হণ্ডৰ শব্দও কিনা-বেচাত ব্যৱহাৰ হয়।

ৰাজনৈতিক আন্দোলনৰ লগে লগে কংগ্ৰেছ কমিউনিষ্ট ছছিয়েলিষ্ট বলছেভিক পাৰ্টি মিটিং মেম্বৰ, ভোট বেলট আদি শব্দ ঘৰুৱা অসমীয়াত পৰিণত হৈছে।

খৃষ্টান ধৰ্ম্মই সাধাৰণ মানুহৰ ওপৰত বিশেষ প্ৰভাৱ বিস্তাৰ কৰিব পৰা নাই। সেই হেতুকেই এই বিষয়ত ইংৰাজী শব্দৰ প্ৰচলন কম। তথাপি খৃষ্টান ক্ৰছ চাৰ্চ (ফিণ্ড) বেপ্টিষ্ট বাইবেল মিছন মিছনাৰীৰ শব্দৰ ব্যৱহাৰ আছে।

অসমীয়া ভাষাত কোন কোন বিষয়ত ইংৰাজী শব্দৰ প্ৰয়োগ হৈছে তাৰ বৰ্কিঞ্চিৎ আভাসহে ওপৰত দিয়া হ'ল। সাধাৰণতে সকলো শ্ৰেণীৰ মাজত প্ৰচলিত শব্দ-সমূহহে দৃষ্টান্ত স্বৰূপে দিয়া হৈছে। শিক্ষিত আৰু চহৰ-বাসীয়ে তেওঁলোকৰ দৈনন্দিন ভাৱৰ আদান প্ৰদানত ইয়াতকৈ বহু বেছি শব্দ

ব্যৱহাৰ কৰে। ইংৰাজী ভাষা জনা মানুহৰ সংখ্যা বৃদ্ধি হোৱাৰ লগে লগে এই শব্দবোৰ অধিক ব্যাপক আৰু বহুলভাৱে প্ৰচাৰ হব বুলি আশা কৰিব পাৰি। সাহিত্যৰ ভাষাত সময়ত হয়তো এই শব্দবোৰ বৰ্জ্জন হব, কিন্তু সাহিত্যৰ ভাষাই জাতিৰ সম্পূৰ্ণ ভাষা নহয়। মানুহৰ মুখৰ ভাষা, উপভাষা, সকলো মিলিহে জাতীয় ভাষা সম্পূৰ্ণ হয়।

এই খিনিতে আৰু আন এটি কথা মন কৰিবলগীয়া যে বৃটিছৰ যোগেদি য়ুৰোপ আমেৰিকা, চীন-জাপান, মালয় আদি অন্যান্য ভাষাৰ শব্দও অসমীয়ালৈ ইংৰাজীৰ যোগেই আহিছে। যেনে—জেব্ৰা, কুইনাইন, ছাগু, বিস্কুট, হাৰ্বাকিৰি, চাবোন ইত্যাদি।

মূল ইংৰাজী শব্দৰ বাহিৰেও ইংৰাজী শব্দৰ লগত অসমীয়া বা অন্য ভাষাৰ শব্দ যোগ হৈ অথবা ইংৰাজী শব্দৰ লগত অসমীয়া বা অন্য ভাষাৰ উপসৰ্গ আৰু প্ৰত্যয় যোগ হৈ কেতবোৰ মিহলি শব্দৰ (Hybrid) সৃষ্টি হৈছে। সেই কথা অন্য অধ্যায়ত আলোচনা কৰা হৈছে।

ইংৰাজী সংযোগত অসমীয়াত সমাৰ্থবাচক এক শ্ৰেণীৰ যুৰীয়া শব্দৰ সৃষ্টি হৈছে। যেনে—চিল (seal) মোহৰ, ছুঁড়া খাৰ আদি। লোক-ব্যুৎপত্তিৰ নিয়ম অনুসৰি অৰ্থাৎ পৰিচিত দেশী শব্দৰ ধ্বনিৰ লগত সামঞ্জস্য থকা ইংৰাজী শব্দক দেশী শব্দৰ অনুৰূপে গঢ়ি নতুন শব্দ সৃষ্টি কৰাৰ উদাহৰণো আছে (আগৰ অধ্যায়ত আলোচিত)।

বিদেশী ভাষাৰপৰা সাধাৰণতে ধাতুৰূপ প্ৰত্যয় আদি ধাৰ কৰা নহয়। কিন্তু ইংৰাজীৰ পৰা দুই চাৰিটা এনে ৰূপো, যেনে—ৰিপিট (rivet) গিলিট আদি লোৱা হৈছে।

ইংৰাজী শব্দ আৰু ইডিয়মো অসমীয়াত যথাযথভাৱে অনুবাদ হৈছে। ডাগৰ নাও উৰা জাহাজ বেতাৰ সুবৰ্ণ সুযোগ, বিহঙ্গম দৃষ্টি সিংহভাগ আদি অনুবাদত সৃষ্টি হোৱা শব্দ।

ভাষাৰ পবিত্ৰতা ৰক্ষাৰ্থে অসমীয়া ভাষাত এনেভাৱে বিদেশী শব্দৰ প্ৰয়োগত কোনো কোনোৱে আপত্তি তুলিছে। এনে আপত্তি সকলো দেশতে ৰক্ষণশীল সকলৰ মাজত চলি আহিছে। ১৫৮২ খৃষ্টাব্দত ইটালীয় ভাষাৰ পবিত্ৰতা ৰক্ষা কৰিবলৈ এখন একাডেমি স্থাপিত হৈছিল ১৬৩৫ খৃষ্টাব্দত ফৰাচী একাডেমিয়ে ৰয়েল চাৰ্টাৰ পায়। ফৰাচী একাডেমিৰ উদ্দেশ্য আছিল— 'The principal function of the Academy shall be to labour with all possible care and diligence to give definite rules to our language, and to render it pure " ইংৰাজী ভাষা বিশুদ্ধকৰণৰ বাবে চুইফটে (Swift) ১৭১২ খৃষ্টাব্দত ইংলণ্ডৰ লৰ্ড ট্ৰেজাৰাৰক দিয়া "A proposal for correcting, improving, and ascertaining the

English tongue" আবেদনপত্ৰত আছিল—"My Lord, I do herein in the name of all the learned and polite persons of the nation complain to your Lordship as first Minister, that our language is extremely imperfect, that its daily improvements are by no means in proportion to its daily corruptions, that the pretenders to polish and refine it have absurdities, and, that in many instances it offends against every part of grammar" সেই একে উদ্দেশ্যে ইংলণ্ডত Society for Pure English (S P E) স্থাপন হৈছিল। এই সমিতিৰ প্ৰথম সদস্যসকলৰ ভিতৰত ভাষাবিদ ব্ৰেড্‌লি কবি ৰবাৰ্ট ব্ৰিজেছ, অধ্যাপক ৱাল্টৰ ৰাছেল আদি প্ৰখ্যাত ইংৰাজী সাহিত্যিক সকল আছিল। কিন্তু বিধি নিষেধ অথবা শাসন নিৰ্দ্দেশে ভাষাৰ প্ৰসাৰ আৰু সমৃদ্ধিত বাধা জন্মোৱা সম্ভৱপৰ নহয়। কিয়নো ভাষাই জীৱন ধাৰণ কৰে সাধাৰণ মানুহৰ মুখত মানুহৰ প্ৰয়োজন অনুসৰি মুখৰ কথাই গঢ় সলালে ভাষাৰ পৰিবৰ্ত্তন অৱশ্যম্ভাবী।* সকলো ভাষাতে যুগে যুগে সমৃদ্ধি আৰু পৰিবৰ্ত্তন হৱেই লাগিছে। অপৰিবৰ্ত্তন মৃত্যুৰ নামান্তৰ। সংস্কৃত আৰু লেটিন ভাষাই ইয়াৰ দৃষ্টান্ত। নতুন অৱস্থাৰ লগত খাপ খুৱাই নতুন সৃষ্টি কৰাৰ ক্ষমতাতে ভাষাৰ ভৱিষ্যত নিৰ্ভৰ কৰে।

* Migrations, conquests, commerce occupations of every sort, geography, religion, law, intellectual level, and all associations and contacts with other peoples are reflected in language"
—*Foundations of Language* p 129

# ১২। শব্দৰ জন্ম, বৃদ্ধি, পৰিবৰ্ত্তন আৰু মৃত্যু

পূৰ্ব্বৰ আধ্যাত ভাষাৰ জন্ম প্ৰসংগত শব্দৰ জন্মৰ উল্লেখ কৰা হৈছে। সাধাৰণতে অনুকৰণ (মেও-মেওৰপৰা মেকুৰী কুউ-কুউৰপৰা কুলি ইত্যাদি) অনুৰণন (টিক্ টিক ঠক ঠক্ আদি ধ্বন্যাত্মক শব্দসমূহ) মনোভাব ব্যঞ্জন (উস উস আঃ আঃ ছিঃ ছিঃ ইত্যাদি) আৰু ধাতুৰপৰা শব্দৰ উৎপত্তি বুলি ভাষাবিদসকলে অনুমান কৰে। চলিত ভাষাত ৰাজনৈতিক ধাৰ্ম্মিক সামাজিক জীৱনৰ পৰিৱৰ্ত্তন পৰিবৰ্দ্ধন অথবা প্ৰয়োজনৰ হেতু সদা সৰ্ব্বদা নতুন শব্দৰ সৃষ্টি হয়। ওপৰত উদ্ধৃত কাৰণ সমূহৰ বাহিৰেও অন্যান্য কাৰণতো প্ৰত্যেক প্ৰচলিত ভাষাত নিতৌ নতুন শব্দৰ জন্ম হব লাগিছে। কেতিয়াবা ব্যক্তিৰ নাম অনুযায়ী শব্দৰ জন্ম হয়। যেনে - গান্ধী-টুপি জৱহৰ-কোট বয়কট এটলাচ (ইউৰোপীয় কাহিনীমতে Atlas এটি দৈত্য সি পৃথিবীক কান্ধত তুলি লৈছিল) একাডেমি (পূৰ্ব্বৰ এথেন্সৰ ওচৰৰ এখন বাগিচা ইয়াত প্লেটোৱে ছাত্ৰসকলক শিক্ষা দিছিল)। ঠাইৰ নামৰপৰা উৎপত্তি হোৱা শব্দৰ ভিতৰত চেনি মিছৰি আদি শব্দৰ উল্লেখ কৰিব পাৰি (ঠাইৰ নামৰ বিষয়ৰ প্ৰবন্ধ)। বস্তুৰ ৰূপ আৰু গুণৰ ওপৰত নিৰ্ভৰ কৰিও শব্দৰ জন্ম হয়। যেনে হাতী (হাতীৰ শুৰক হাত কল্পনা কৰা হৈছে) প্ৰভাকৰ (সূৰ্যাই প্ৰভা দিয়ে) লাজতী লতা আদৰ মালতী মধুৰী আম মধু সোলেং, মাণিকী মাধুৰী জহা অগ্নি শালি সোণ তৰা (স্বৰ্ণ-তাৰা), বিলাহী-বেঙেনা গোলাপী জামু ধীবমণি (কল)। মানুহৰ কল্পনা বিলাসিতা আৰু কাব্যিক দৃষ্টি ভংগীও নতুন শব্দ সৃষ্টিৰ সহায়ক। আজিকালি জোতাৰ দোকানৰ নাম হৈছে পদশোভা পদশ্ৰী আদি। তিৰোতাৰ ভালেমান অলঙ্কাৰ পাতিৰ নাম কল্পনা-প্ৰসূত যেনে - চন্দ্ৰহাৰ কৰ্ণফুল। খাদ্যবস্তু নিৰ্দ্দেশক—লৱংগ-লতিকা মোহন-ভোগ ৰসগোল্লা আদি নামৰ সৃষ্টিত কল্পনাৰ স্ফুৰণ দেখা গৈছে। পোক-পৰুৱা চৰাই চিৰিকতি গছ-গছনি সা সৰঞ্জাম বুজুৰা ভালেমান অসমীয়া শব্দই জাতিৰ কাব্যিক মনৰ পৰিচয় দিয়ে। যেনে—চকু-সুন্দৰী নাচনী পৰুৱা (পোক পৰুৱাৰ নাম) ৰাৰী সুন্দৰী (চৰাই) উলু-কুঁৱৰী কুঁৱৰী আলু বাদুলি সঁচাৰ (বাদুলিৰ দৰে দুৱাৰত ওলমি থাকে)।

শব্দৰ যেনেকৈ জন্ম হয় সেইদৰে তাৰ বৃদ্ধি, ক্ষয় পৰিবৰ্ত্তন আৰু বিলোপো ঘটে। সাধাৰণতে স্বৰ ব্যঞ্জন আৰু অক্ষৰ বা শব্দাংশৰ (syllable) সংযোগত শব্দ আকাৰত বাঢ়ে। এই স্বৰ শব্দৰ আগত, মাজত অথবা অন্তত যোগ হয়। পদৰ আগত যুক্ত অথবা কঠোৰ ব্যঞ্জন বৰ্ণ থাকিলে শব্দটি

উচ্চাৰণ কৰিবলৈ টান হয়, সেই কাৰণে এনে ধৰণৰ কোনো কোনো শব্দৰ ব্যঞ্জন বৰ্ণৰ আগত স্বৰ-ধ্বনিৰ আগমন হয়। আধুনিক আৰ্যভাষা আৰু অসমীয়াত এই ৰীতিৰ বিশেষ প্ৰচলন আছে। যেনে—অকুমাৰী (কুমাৰী) অকণ (কণ)। অসমীয়াত ইস্কুল ইষ্টেছন আদি উচ্চাৰণ এই ৰীতি অনুযায়ী হৈছে।

উচ্চাৰণ সৰল কৰিবলৈ অথবা কবিতাত ছন্দৰ মিলৰ অৰ্থে শব্দৰ মাজত থকা যুক্ত ব্যঞ্জন-ধ্বনিৰ মাজত এটি স্বৰ-ধ্বনি সংযোগ কৰা হয়। এই ৰীতিক স্বৰ ভক্তি বা বিপ্ৰকৰ্ষ নাম দিয়া হৈছে। অসমীয়াত সাধাৰণতে অ ই, উ, এ ও স্বৰবৰ্ণৰ সংযোগ হয়। যেনে—দৰশিত (দৰ্শিত) মঙহ (মাংস) কিৰিষি (কৃষি) বাৰিষা (বৰ্ষা) মুকুতা (মুক্তা) পদুম (পদ্ম), চেনেহ (স্নেহ) মেলেছ (ম্লেচ্ছ), শোলোক (শ্লোক)। অন্ত্য স্বৰাগমৰ নিদৰ্শন হৈছে গাই (গো ৰ পৰা) মোমাই (মমাৰ পৰা) আতাই (আতাৰ পৰা) ইত্যাদি। নিশ্চয়তা, দৃঢ়তা স্নেহৰ আধিক্য বুজাবলৈ শব্দৰ শেষত এনেভাৱে স্বৰ-ধ্বনি সংযোগ হয়। ই বিশেষকৈ সৰ্ব্বনাম (তোমাৰেই তাৰেই) বিশেষণ (ভালেই) আৰু সংখ্যাবাচক শব্দত যোগ হয় (এটাও বহুতো)। শব্দৰ আদিত মধ্যত আৰু অন্তত ব্যঞ্জন বৰ্ণৰ আগমন। উদাহৰণ হৈছে হাবিয়াহ (অভিলাস) সুন্দৰ (সুনৰ) বান্দৰ (বানৰ) আখবোট (অক্ষোট) পাতল দীঘল (পত্ৰ আৰু দীৰ্ঘৰ পৰা) দেইবা।

কেতিয়াবা শব্দৰ মাজত থকা ই বা উ তাৰ পূৰ্ব্বৰ ব্যঞ্জন ধ্বনিৰ আগতে আহি উচ্চাৰিত হোৱাৰ ফলত শব্দৰ অৱয়ৱ বাঢ়ে। ধ্বনি পৰিৱৰ্ত্তনৰ এই ৰীতিক অপিনিহিতি (Epenthesis) নাম দিয়া হৈছে। অসমীয়াত এই ৰীতি সাধাৰণতে য়-যুক্ত ব্যঞ্জন শব্দৰ উচ্চাৰণত দেখা যায়। কামৰূপী উচ্চাৰণত দুটাতকৈ অধিক অক্ষৰৰ (syllable) শব্দত এই ৰীতিয়ে ক্ৰিয়া কৰে বাতিয়া>বাইতা কাতিয়া>কাইতা। য় ফলাৰ অন্তৰ্নিহিত ই-কাৰৰ অপি-নিহিত অসমীয়া উচ্চাৰণত বিশেষভাৱে আছে যথা সত্য>সত্তিঅ>সইত্ত>সইত যোগ্য>যোগ্গিঅ>যোইগগ >যোইগ।

শব্দ বিদবে অৰ্থত সঙ্কোচ হয় সেইদৰে আকৃতিতো টুটে। সাধাৰণতে উচ্চাৰণ সৰলীকৰণৰ হেতু শব্দৰ দীৰ্ঘ-হ্ৰস্ব অৰ্থাৎ শব্দৰ মাজৰ কোনো ধ্বনি বা অক্ষৰৰ বিলোপ ঘটে। ভাষাশাস্ত্ৰমতে ইয়াক Elision বা বিলোপ বোলা হয়। শব্দৰ কোনো অক্ষৰত (syllable) প্ৰবল শ্বাসাঘাত থাকিলে বহু ঠাইত শ্বাসাঘাত নোহোৱা ধ্বনি লোপ হোৱাৰ ফলত শব্দটোৰ আকাৰ সঙ্কুচিত হয়। শব্দ সঙ্কোচনৰ এই ৰীতিক আদিস্বৰ ধ্বনি লোপ (aphaesis aphaeresis), মধ্যস্বৰ ধ্বনি লোপ (syncope) আৰু অন্ত্যস্বৰ ধ্বনি লোপ (apocope) বোলে। যেনে, ভিতৰ (অভি+অন্তৰ), পানৈ (=উপানহ), ঊনাশী (=একোন-শীতি), লাও (=অলাবু), তিসি (=অতসী), সোণ (=স্বৰ্ণ), ঘৈণী (=গৃহিণী),

চাৰি (=চত্তাৰি) আদি। অসমীয়া তৎসম শব্দৰ শেষত থকা অ ধ্বনিক কোনো কোনো ক্ষেত্ৰত উচ্চাৰণ কৰা নহয়। সেই শব্দসমূহেই অন্ত্যস্বৰ ধ্বনি লোপৰ উদাহৰণ। যেনে—ঘট্, ক্লেশ্, ভাপ্, পাপ্, পথ্, শৰ্, পট্ ইত্যাদি। কোনো কোনো স্থলত আদি, মধ্য আৰু অন্ত্য ব্যঞ্জনবো লোপ হয়। যেনে—থান (=স্থান), পো (=পুত্ৰ), পুনু (=পুনৰ), বিহা (–বিবাহ) ইত্যাদি।

কেতিয়াবা শব্দত থকা দুটা ধ্বনি বা অক্ষৰৰ লোপ হৈ শব্দটো চুটি হয়। ইয়াক সমাক্ষৰ লোপ (Haplology) বোলে। যেনে—মুহুদি (=মুখ+শুদ্ধি), সাহ (–সাহস)। উচ্চাৰণ চেষ্টাৰ অলসতাৰ বাহিৰেও আজি-কালি কৰ্ম্মব্যস্ত জীৱনৰ হেতু শব্দ সংক্ষিপ্তভাৱে উচ্চাৰণ কৰা হয। তাৰ উদাহৰণ ৰেল (ৰেলগাড়ী), কাৰ (মটৰকাৰ) পাক ভাৰত (পাকিস্তান-ভাৰত), তাঁৰ (তাঁৰত অহা বাৰ্তাৰ), ইত্যাদি।

কেতিয়াবা শব্দত থকা দুটা স্বৰ লগ লাগি অন্য এটি মৌলিক স্বৰ বা সন্ধ্যাক্ষৰলৈ (Dipthong) ৰূপান্তৰিত হয় আৰু ইয়াৰ ফলত মূল শব্দটো চুটি হয়। এই ৰীতিক য়ুৰোপীয় ভাষাত Umlaut নাম দিয়া হৈছে। ডঃ সুনীতিকুমাৰ চট্টোপাধ্যায়ে ইযাক অভিশ্ৰুতি বুলি নামাকৰণ কৰিছে। অসমীয়াত অভিশ্ৰুতিৰ ফলত জন্ম পোৱা হৈছে—ম'হ (<মইস<মহিষ) ম'ৰা (<মইৰ<ময়ুৰ), ক'ত (<কইত<কহিত)। এই শব্দ কেইটাৰ অ আৰু ই ধ্বনি মিলি সন্ধ্যাক্ষৰ অথবা ক্ষীণ ও ধ্বনিত পৰিণত হৈছে।

সঙ্গৰ প্ৰভাৱত মানুহৰ স্বভাৱ-চৰিত্ৰ, চলন-ফুৰণ আদি যিদৰে পৰিবৰ্ত্তন ঘটে সেইদৰে এটা শব্দৰ সংসৰ্গত আন এটা শব্দৰো সলনি হয়। শব্দৰ এটি ধ্বনিয়ে ওচৰতে থকা আন এটি ধ্বনিৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰি পৰিবৰ্ত্তন ঘটুৱা সাধাৰণ ৰীতি। কোনো এটি পদ উচ্চাৰণ কৰোঁতে কেতিয়াবা ওচৰত থকা দুটা ভিন্ ধ্বনি পৰস্পৰ অথবা এটিয়ে আনটোৰ প্ৰভাৱত পৰি সমজাতীয়তা বা সাৰূপ্য লাভ কৰে। ধ্বনি পৰিবৰ্ত্তনৰ এনে ৰীতিক সমীভৱন (Assimilation) বোলা হয়। সমীভৱন তিনি প্ৰকাৰে সাধিত হয়—(১) আগৰ ধ্বনিয়ে পিছৰ ধ্বনি সলনি কৰে। যেনে,

| সংস্কৃত | | অসমীয়া |
|---|---|---|
| লগ্ন | — | লগ্গ |
| অগ্নি | — | অগ্গি |
| চক্ৰ | — | চক্ক |

এনেবিধ সমীভৱনক প্ৰগত (Progressive) বোলা হয়। পিছৰ ধ্বনিয়ে আগৰ ধ্বনি পৰিবৰ্ত্তন কৰা ৰীতিক পৰাগত (Regressive)

সমীভৱন বোলে। অসমীয়া ব্যঞ্জন সন্ধিত এই নিয়ম ব্যাপকভাৱে দেখা যায়। যেনে,—উৎ+মুখ=উন্মুখ, সৎ+চৰিত্ৰ=সচ্চৰিত্ৰ, জগৎ+নাথ=জগন্নাথ, নমঃ+কাৰ =নমস্কাৰ, শম+কৰ=শঙ্কৰ, চিৎ+ময়=চিন্ময় মৃৎ+ময়=মৃন্ময় ইত্যাদি।

আগৰ আৰু পিছৰ ধ্বনি দুয়োটাই ইটোৱে সিটোৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰা নীতিক অন্যোন্য বা (Mutual) সমীভৱন বোলে। যেনে—সংস্কৃত সত্য প্ৰাকৃত সচ্চ।

সমীভৱনৰ নিয়মৰ ওপৰত নিৰ্ভৰ কৰিয়েই ণত্ব বিধিৰ নিয়ম নিৰ্ম্মাণ কৰা হৈছে। ৰ আৰু ষৰ পিছত থকা দন্ত্য ন মূৰ্দ্ধণ্য হোৱাৰ এয়ে কাৰণ।

কেতিয়াবা ওচৰা-ওচৰিকৈ থকা দুটা ভিন স্বৰ-ধ্বনিয়ে পৰস্পৰৰ প্ৰভাৱত উচ্চাৰণৰ সুবিধাৰ কাৰণে সমতা লভে। সাধাৰণতে শ্বাসাঘাতহীন স্বৰবৰ্ণই এনে সমতা লাভ কৰে। এই নিয়মক স্বৰ সমীভৱন (Vowel Assimilation) বোলা হয়। যেনে—

| সংস্কৃত | | অসমীয়া |
|---|---|---|
| বিৰণ | — | বিৰিণা |
| পুষ্কৰ | — | পুখুৰী |
| মেখলা | — | মেখেলা |
| কুব্জ | — | কুবুৰা |

কেতিয়াবা পূৰ্ব্বৰ বা পিছৰ স্বৰধ্বনিৰ প্ৰভাৱত পদৰ মধ্যস্থিত অক্ষৰৰ স্বৰধ্বনিৰ উচ্চাৰণৰ স্থান পৰিবৰ্ত্তন হয়। উচ্চাৰণৰ এই বৈশিষ্ট্যক স্বৰ সঙ্গতি (Vowel Harmony) নাম দিয়া হৈছে। সংস্কৃতত স্বৰ-সঙ্গতি নাই কিন্তু তুৰ্কী তেলেগু আৰু আধুনিক ভাৰতীয় আৰ্য্য ভাষা অসমীয়া বঙ্গালা, হিন্দী আদিত ইয়াৰ প্ৰচুৰ উদাহৰণ আছে।

স্বৰ-সঙ্গতিত স্বৰধ্বনিৰ (ই) প্ৰভাৱত নিম্ন (অ্যা আ, অ) আৰু মধ্য (এ, ও) স্বৰ-ধ্বনি এখোপ এখোপকৈ তললৈ নামি আহে। অসমীয়াত সাধাৰণতে তলৰ নিয়ম অনুসৰি স্বৰ সঙ্গতি সাধিত হয়।

(ক) পিছৰ অক্ষৰত উ থাকিলে পূৰ্ব্বৰ অক্ষৰৰ অ আ এ-লৈ পৰিবৰ্ত্তন হয়। যেনে—নকুল>নেউল, খৰ্জুৰ>খেজুৰ, ধনু>ধেনু। কিন্তু আদ্য 'অ'কাৰ 'নহয় অৰ্থাৎ ব্যৱহৃত হলে এনে পৰিবৰ্ত্তন নঘটে। যেনে—অসুখ।

(খ) পিছৰ ই ঈ স্বৰধ্বনিৰ প্ৰভাৱত পূৰ্ব্বৰ ও-ধ্বনি 'উ'লৈ পৰিবৰ্ত্তিত হয়। যেনে—প্ৰোষ্ঠী>পুঠী গোধিকা>গুই, লোহিত>লুইত, প্ৰতোলী >পদুলি।

(গ) পিছৰ আখৰত অ, আ, এ ও থাকিলে পূৰ্ব্বৰ ই, ঈ কাৰৰ উচ্চাৰণ

এ হয়। যেনে—সংস্কৃত দীৱৰ্বট্টিআ>দীঅটী দীপৱৰ্ত্তিকা>প্ৰাকৃত>দেওটী >দেউটী। অকাৰৰ প্ৰভাৱত পূৰ্ব্বৰ দী আখৰৰ ঈ-কাৰ এ হ'ল, টীৰ ঈ-কাৰৰ প্ৰভাৱত পূৰ্ব্বৰ ও-কাৰ উ হ'লৈ পৰিবৰ্ত্তিত হ'ল।

(ঘ) তিনি বা তিনিৰ অধিক আখৰৰ শেষত ই, ঈ থাকিলে শব্দৰ মধ্যস্থিত অ বা আ উ-লৈ পৰিবৰ্ত্তিত হয়। সংস্কৃত ছাদনিকা>প্ৰাকৃত ছাআনিআ>ছাঅনী>ছাউনী মাদল+ই ক্ষুদ্ৰাৰ্থে=মাদুলী।

মহৰ্ষি বাল্মীকিৰ মুখত মৰা শব্দটো ৰামলৈ উত্তীৰ্ণ হোৱাৰ দৰে সাধাৰণ মানুহৰ মুখত পৰি শব্দই সদা সৰ্ব্বদা নতুন ৰূপ লয়। উচ্চাৰণ সুৰলা কৰিবলৈকো শব্দৰ ধ্বনি পৰিবৰ্ত্তন হয়। লাই পুলি লবাই ৰুলো' এই বাক্যটিৰ দ্ৰুত উচ্চাৰণৰ ফলত বিপৰ্যয ঘটি যেনেকৈ বাই পুৰি ৰবাই লবু হয় সেইদৰে দ্ৰুত উচ্চাৰণৰ ফলত শব্দৰ মাজৰ ধ্বনিবো সলনি ঘটে। উচ্চাৰণৰ সুবিধাৰ কাৰণে এইদৰে শব্দৰ মাজত থকা দুটা ধ্বনিৰ স্থান পৰিৱৰ্ত্তন ৰীতিক বৰ্ণ বিপৰ্যয় বা বিপৰ্যয় (Metathesis) বোলা হয়। এই বৰ্ণ বিপৰ্যযৰ ফলত বাৰানসী ৰুমাল (ফাচী) চক্ৰ আহ্বান গৃহ লঘুক আদি শব্দ ক্ৰমান্বয়ে বেনাৰস উৰমলা চৰকা (চেৰেকী) আবাহন ঘৰ আৰু হালুকত পৰিণত হৈছে। কেতিযাবা আকৌ পদৰ মাজত থকা দুটা অনুৰূপ ধ্বনিৰ বৈচিত্ৰ্যহীনতা দূৰ কৰিবলৈ বিভিন্ন ধ্বনি সংযোগ কৰা হয়। এই ৰীতিৰ নাম হৈছে অসমীকৰণ বা বিষমীকৰণ (Dissimilation) যেনে- সংস্কৃত লাঙ্গল অসমীযাত নাঙল পৰ্ত্তুগীজ অৰ্মাৰিয় (Armario) শব্দ অসমীযাত আলমাৰি।

ওপৰত শব্দ পৰিবৰ্ত্তনৰ যিবোৰ নিয়ম উল্লেখ কৰা হ'ল—সেই সকলোবোৰ সাধাৰণতে উচ্চাৰণৰ তাৰতম্যৰ অথবা শ্বাসাঘাতৰ হীন-ঢাঁড়িত ঘটিছে। কিন্তু বহু সময়ত সমজাতীয় শব্দ সমষ্টিৰ প্ৰভাৱতো শব্দৰ ধ্বনি আৰু ৰূপৰ পৰিৱৰ্ত্তন ঘটে।

প্ৰত্যেক ভাষাতে অনুকৰণ আৰু সাদৃশ্যাই নতুন শব্দ গঠন বা পুৰণি শব্দৰ পৰিৱৰ্ত্তনত বিশেষভাৱে ক্ৰিয়া কৰে। প্ৰতি ভাষাতে বিশেষ্য বিশেষণ আদি পদ গঠন কৰিবলৈ কিছুমান বিশিষ্ট নিযম আছে। ভাষাৰ সকলোবোৰ পদ সমষ্টি মনত ৰখা সম্ভৱ নহয় কিন্তু পদ গঠনৰ নিয়মসমূহ মনত থাকিলে প্ৰয়োজন অনুসৰি পদ সৃষ্টি কৰিব পাৰি। সাধাৰণতে 'নী' প্ৰত্যয় সংযোগ কৰি অসমীয়াত স্ত্ৰীবাচক পদ গঠন কৰা হয়। অসমীয়ালৈ অহা যি কোনো নতুন শব্দৰ স্ত্ৰীলিঙ্গ কৰিবলৈ হলে এই প্ৰত্যয় সংযোগ কৰা হয়। হাকিম—হাকিমনী মাষ্টৰ—মাষ্টৰণী। এই অনুকৰণ ৰীতিৰ সাদৃশ্যতে (Analogy) দুটা স্ত্ৰীপ্ৰত্যয় সংযোগ হৈ গঠিত হোৱা নাটনী মেমনী, ধাৱনী শব্দ মন কৰিবলগীয়া। মনোযোগ, মনোৰঞ্জন শব্দৰ সাদৃশ্যত মনোকামনা (শুদ্ধ ৰূপ

মনকামনা) আৰু নৈতিক শব্দৰ অনুকৰণত ৰাজনৈতিক (হব লাগে ৰাজ-নীতিক) শব্দৰ সৃষ্টি হৈছে। ফাৰ্চী নাবালিগ (সংস্কৃত বালক শব্দৰ লগত ধ্বনিৰ মিল আছে) শব্দৰপৰা অসমীয়াত নাবালক হৈছে আৰু তাৰে সাদৃশ্যত সাবালক শব্দ গঢ় লৈ উঠিছে। আৰবী ওকালত শব্দৰপৰা ওকালতি হৈছে তাৰে অনুকৰণত ইংৰাজী জজ শব্দৰপৰা অসমীয়া জজিয়তি হৈছে। কেতিয়াবা অনুকৰণৰ এই গণ্ডী সংকীৰ্ণও হয় অৰ্থাৎ সাধাৰণ নিয়মৰ সাদৃশ্যত নহে এটি মাত্ৰ শব্দৰ সাদৃশ্যত আন এটি শব্দ সৃষ্টি কৰা হয়। এই নিয়মক মিশ্ৰণ (Contamination অথবা Blending) বোলে। এই স্পৰ্শ দোষত পৰ্তুগীজ Anaras শব্দটো সংস্কৃত ৰস শব্দৰ প্ৰভাৱত আনাৰস হৈছে। সংস্কৃত মৌথিকা শব্দটো সম্ভৱতঃ মিঠা শব্দৰ স্পৰ্শত অসমীয়া মিথি হৈছে ভিতৰ (সংস্কৃত -আভ্যন্তৰ) শব্দৰ অনুকৰণত সংস্কৃত বাহ্য শব্দ অসমীয়াত বাহিৰ হৈছে। সংস্কৃত জাল (net) আৰু আৰবীয় জাল (Counterfeit) ৰ যোগত ফাঁকি অৰ্থত জাল হৈছে।

পৰিচিত দেশী শব্দৰ ধ্বনিৰ লগত সামঞ্জস্য থকা কোনো কোনো জটিল উচ্চাৰণৰ বিদেশী শব্দক দেশী শব্দৰ অনুৰূপ গঢ় লোৱা হয়। শব্দ জন্মৰ এই ইতিহাসত জাতিৰ সৰলতা শব্দৰ প্ৰতি প্ৰীতিভাৱ প্ৰকাশ হয়। শব্দ উৎপত্তিৰ এই নিয়মক লোক ব্যুৎপত্তি (Folk etymology) বোলা হয়। 'কমপেনবল চাহাব হৈছে কম্বল চাহাব ভাব শব্দৰ পৰাই লোক ব্যুৎপত্তিৰ হেতু অভাৱ শব্দৰ সৃষ্টি হৈছে। ইংৰাজী Arm-chair অসমীয়াত আৰামী চকী হৈছে। এই লোক ব্যুৎপত্তিৰ নিয়ম অনুসাৰেই প্ৰাচীন বৈদিক উৰ্ণবাভি' শব্দ পিছৰ যুগত উৰ্ণনাভি হৈছে। ইয়াৰ কাৰণ পিছৰ যুগত বয়নাৰ্থক বভ' ধাতু অপ্ৰচলিত হ'ল আৰু মকৰাৰ নাভিৰপৰা সূতা ওলোৱা হেতু বাভি নাভিত পৰিণত হ'ল। সুভাষণৰ হেতুও নতুন শব্দৰ জন্ম হয় আৰু পুৰণি শব্দ নতুন অৰ্থত প্ৰয়োগ হয়। (এই বিষয়ে অন্য অধ্যায়ত আলোচনা কৰা হৈছে।)

শব্দৰ যেনেকৈ জন্ম হয় তেনেকৈ মৃত্যুও ঘটে। শব্দৰ মৃত্যুহাৰ অৱশ্যে জন্ম-হাৰতকৈ আপেক্ষিক কম। শব্দৰ মৃত্যু দুই প্ৰকাৰৰ—কেতিয়াবা কোনো কোনো শব্দ সাহিত্য আৰু কথিত দুয়ো ভাষাৰপৰা বৰ্জ্জিত হয় কেতিয়াবা পুৰণি শব্দৰ ৰূপৰ বা অৰ্থৰ পৰিৱৰ্তন ঘটে। ইয়াকে আংশিক মৃত্যু বুলি কব পাৰি।

ভাষাৰ লগত জাতীয় জীৱন আৰু চিন্তাধাৰাৰ বিশেষ সম্বন্ধ আছে। যুগে যুগে জাতিৰ যেনেকৈ আচাৰ ব্যৱহাৰ সমাজনীতি সাজ-পোছাক খোৱা-লোৱাৰ পৰিৱৰ্তন ঘটে, ঠিক সেইদৰে ভাষাৰ সলনি হয়, অৰ্থাৎ নতুন ভাব-ধাৰা, বিষয় বস্তুৰ কাৰণে নতুন শব্দৰ সৃষ্টি হয়। বাক্য-ৰীতিয়েও নতুন ৰূপ লয়। বহুদিন হাতে হাতে বাগৰি ফুৰা মুদ্ৰা অচল হৈ শেষত টাকশালতে

যোৱাৰ দৰে, বহুকাল মুখে মুখে চলি অহা শব্দয়ো সময়ত নিজৰ প্ৰকৃত তাৎপৰ্য্য হেৰুৱাই কেৱল অভিধানতহে আশ্ৰয় লয়গৈ।

বৈষ্ণৱ, আহোম বা মিছনেৰি যুগৰ অসমীয়া ভাষাৰ ৰূপ, বাক্য-গঠন নিয়ম, শব্দাৱলী বিচাৰ কৰিলেই এই কথাৰ প্ৰমাণ পোৱা হব। সেই যুগৰ অসমীয়া সমাজ আৰু ৰাষ্ট্ৰীয় জীৱনৰ লগত বৰ্ত্তমানৰ ভালেখিনি অমিল গতিকে আধুনিক অসমীযা ভাষাত প্ৰাচীন শব্দাৱলীৰ সাল-সলনি অপৰিহাৰ্য্য। বৈষ্ণৱ যুগত ব্যৱহাৰ হোৱা পুছিলা, নাকলে, সংকলিলা ইত্যাদি ধাতুৰূপ। অথবা গোৰস, কুন্দ্ৰাক্ষ, খোণ্টাজালি, হাতিয়াৰ (হাতীৰ মাউত), মেমেধু আদি শব্দৰ অৰ্থ সাধাৰণ মানুহে বৰ্ত্তমান অভিধানৰ পাততহে বিচাৰিব। সেইদৰে আহোম যুগৰ তাওবান, তাওকিন, কেপকৰা তুলী, সুণীয়া হেঙ্গদান, প্ৰজা-লেখ মহলাকৰা, বাপতীযা দন্দ (hereditory fued), সীমনা (সীমাৰ ঠাইত), খেলন-ভুলন, সাতিসলা, ওলমাল স্থান-গিৰি থল-পৰ্ব্বতী, নিহোহল, বৃত্তি-কৰ, চৌথাম কৰা, খেকলাই কৰা প্ৰভৃতি শব্দ বৰ্ত্তমানে অপ্ৰচলিত।

অৰুণোদয়ৰ পাতত প্ৰকাশ হোৱা ৰাজমেল (cabinet অৰ্থত), বাপু-লোক (Priest), নামঘৰৰ মঠ (Church), ভাপৰ কল, ধুআৰ ৰথ, ৰথৰ ঘিলা (wheels), নাগমাটি, মাজুলী (আইচলেণ্ড, টাহিটি, মাদাগাস্কাৰ আদি Island বুজুৱা অৰ্থত) প্ৰভৃতি অসংখ্য শব্দ বৰ্ত্তমান সম্পূৰ্ণ লোপ হৈছে।

কেতিয়াবা অন্য ভাষাৰ সংস্পৰ্শত পুৰণি শব্দৰ উচ্ছেদ সাধন হয়। বৰ্ত্তমান পাঠশালা, পঢ়াশালিৰ ঠাইত স্কুল বৈদ্য বেজৰ ঠাইত ডাক্তাৰৰ প্ৰয়োগ হৈছে। সংস্কৃতৰ সহস্ৰ শব্দক ফাৰ্চীৰ হেজাৰ শব্দই কেতিয়াবাই গ্ৰাস কৰিলে। কোন শব্দৰ কেতিয়া আৰু কেনেকৈ মৃত্যু হয তাৰ বিচাৰ কৌতুহল-উদ্দীপক।

সাধাৰণতে ব্যাকৰণৰ নিয়ম আৰু উচ্চাৰণৰ তাৰতম্যৰ হেতু নতুন শব্দ বা জতুৱা ঠাচৰ (Idiom) উদ্ভৱ হয় ইয়াৰ বাহিৰেও সাহিত্যিক সকলৰ সক্ৰিয় চেষ্টাতো সময়ে সময়ে নতুন শব্দৰ সৃষ্টি হয়। অৱশ্যে কোনো লেখকে সম্পূৰ্ণভাৱে নতুন শব্দ নিৰ্ম্মাণ কৰিব নোৱাৰে তেওঁলোকে মাথোন পুৰণি শব্দত নতুন ৰহণ সানে। কেতিয়াবা অপ্ৰচলিত অথবা অমাৰ্জ্জিত (Slang) উপভাষাৰ শব্দক সাহিত্যিক মৰ্য্যাদা দিয়ে কেতিয়াবা পুৰণি শব্দত নতুন প্ৰত্যয়াদি সংযোগ কৰি অৰ্ব্বাচীন কৰি গঢ়ে অথবা পুৰণি শব্দত নতুন অৰ্থ সংযোগ দি সময়োপযোগী ভাব-প্ৰকাশৰ উপযুক্ত কৰি তোলে। প্ৰাচীন কবি মাধৱ কন্দলি আৰু মহাপুৰুষ শঙ্কৰদেৱে অসমীয়া ভাষাত এনেদৰে সৰ্ব্বাধিক নতুন শব্দ, মনোৰম বাক্যাংশ আৰু যথাৰ্থ অৰ্থ-দ্যোতক প্ৰবচন ৰচনা কৰি গৈছে। অনুপ্ৰাসপ্ৰিয়তাৰ হেতু মাধৱ কন্দলি আৰু শঙ্কৰদেৱ প্ৰমুখ্যে বৈষ্ণৱ কবি সকলে ভালেমান ৰমণীয় যুৰীয়া আৰু ধ্বন্যাত্মক শব্দও নিৰ্ম্মাণ কৰি গৈছে।

# ১৩। অসমীয়াত শব্দৰ অৰ্থ-পৰিৱৰ্ত্তন

ধ্বনি পৰিৱৰ্ত্তনৰ দৰে ভাষাৰ ব্যাকৰণৰ বিৱৰ্ত্তন আৰু শব্দৰ অৰ্থ পৰিৱৰ্ত্তনো ঘটে। ভাষাতত্ত্বৰ পুথিত শব্দৰ অৰ্থ পৰিৱৰ্ত্তনক শব্দাৰ্থ বিজ্ঞান (Semantics) নাম দিয়া হৈছে। শব্দৰ অৰ্থ পৰিৱৰ্ত্তনৰ কাহিনী অতি বিচিত্ৰ, একোটা শব্দৰে পৰিৱৰ্ত্তনৰ বুৰঞ্জী বিশ্লেষণ কৰিলে মানৱ মনৰ বিভিন্ন সময়ৰ চিন্তাধাৰাৰ বহু পৰিচয় ওলায়।

এটা ভাষাৰ শব্দ আন এটা ভাষালৈ আহিলে কেতিয়াবা নতুন ভাষাত সেই শব্দৰ অৰ্থৰ সলনি হয়। আৰবী ভাষাত আখেজ শব্দই অত্যাচাৰ আৰু হায়ৰাণ শব্দই হতবুদ্ধি বা চকিত অৰ্থ বুজায়। কিন্তু এই শব্দ দুটাই অসমীয়াত যথাক্ৰমে আক্ৰোশ আৰু ক্লান্ত অৰ্থ প্ৰকাশ কৰিছে। ইচ্ছা বা অনিচ্ছা অৰ্থত ব্যৱহৃত হোৱা ফাৰচী খামেখা' আৰু সৈনিকৰ চোলা বুজোৱা কুৰ্বাত শব্দই অসমীয়াত অযথা বা হঠাৎ আৰু কুৰ্ত্তা চোলা বুজায়। সেই দৰে ধুৰন্ধৰ (প্ৰসিদ্ধ) ফাজেল (পণ্ডিত) আদি শব্দৰ অৰ্থ অসমীয়াত বিকৃত হৈ ব্যৱহৃত হৈছে। বিদেশ যাত্ৰাৰ ফলত শব্দই নিজৰ কুলীনতা হেৰুৱাৰ মনোৰম কাহিনী বহু শব্দৰ পৰা উদ্ধাৰ কৰিব পাৰি। ভাৰতৰ পৱিত্ৰ নদী গঙ্গা অধ্যাপক সুনীতিকুমাৰ চট্টোপাধ্যায়ৰ মতে চীন শব্দ—য়াংগৰ পৰা (য়াং-চিকিযাং) উৎপত্তি হৈছে। মধ্য-এচিয়াত বৌদ্ধধৰ্ম্ম প্ৰচাৰৰ লগে লগে বিহাৰ শব্দৰপৰাই বুখাৰা চহৰৰ পত্তন বুলি বহুতে অনুমান কৰে। সিন্ধু শব্দ ইৰাণ দেশলৈ গৈ 'হিন্দু হ'ল, আৰু হিন্দু শব্দই ইউৰোপ যাত্ৰাত নাম ললে ইণ্ডিয়া। এই দৰে মিচৰ দেশৰপৰা অহা, চীন দেশৰপৰা অহা আৰু গৌড় দেশৰপৰা অহা মিঠা বস্তুৰ নাম হ'ল, মিছৰি, চেনি আৰু গুড়।

একে গোষ্ঠীৰ ভাষাৰ বিভিন্ন শাখাত থকা একে ধৰণৰ শব্দই বেলেগ বেলেগ অৰ্থ প্ৰকাশ কৰে। সংস্কৃত বাটিকা' শব্দৰপৰা ওলোৱা 'বাৰী শব্দৰ অসমীয়া আৰু বঙ্গলা ভাষাত অৰ্থৰ প্ৰভেদ ঘটিছে। 'ৰাগ শব্দৰ মূল অৰ্থ প্ৰেম বা ভাল পোৱা। কিন্তু আধুনিক অসমীয়াত ৰাগ শব্দই খঙো বুজায়। 'ৰহস্য' শব্দৰ অৰ্থ গোপনীয়, অসমীয়াত ৰহইচ অৰ্থ ৰং-ধেমালি বুজায়।

পাৰিপাৰ্শ্বিক অৱস্থাৰ ওপৰতে নিৰ্ভৰ কৰিও শব্দাৰ্থৰ পৰিৱৰ্ত্তন ঘটে, অৰ্থাৎ একোটা শব্দই নিজ ভাষাতে বেলেগ প্ৰসঙ্গত ভিন্ন অৰ্থ বুজায়। 'কলম' শব্দটোৱে পঢ়াশালিত লিখা আহিলা আৰু চাহ বাগিচাত গছৰ ডাল কাটি ৰোৱা (grafung) বুজায়। 'গোল শব্দৰ পৰা ওলোৱা গুলি শব্দই পুলিচৰ প্ৰসঙ্গত বন্দুকৰ গুলি আৰু দৰ্জ্জিৰ ঘৰত গুলি সূতা বুজায়। সাধাৰণতে ব্যৱহৃত হোৱা 'নাচনী' শব্দই তাঁতশাল প্ৰসঙ্গত সুকীয়া অৰ্থ সূচায়। সেই

কাৰণেই শব্দৰ অৰ্থ নিশ্চয়ত প্ৰকৰণ (প্ৰসংগ) প্ৰধান বুলি কোৱা হয় তাৰ ওপৰতে শব্দৰ অৰ্থ নিৰ্ভৰ কৰে।

শব্দৰ এনে পৰিবৰ্ত্তনত ভাষা সম্প্ৰদায়ৰ বুৰঞ্জী আৰু সমাজ মনোবিজ্ঞানৰ আভাস পোৱা যায়। শব্দৰ পৰিৱৰ্ত্তনৰ বুৰঞ্জী আলোচনা কৰিলে জাতিৰ ৰাজনৈতিক, সামাজিক ধাৰ্ম্মিক আৰু আৰ্থিক অৱস্থাৰ বিষয়েও জানিব পাৰি। Pen শব্দটোৰ অৰ্থ আগেয়ে পাখি আছিল, তাৰপৰা সেই সময়ত পাখি কলমৰ ব্যৱহাৰ অনুমান কৰিব পাৰি। 'পত্ৰ শব্দই লিখাৰ আহিলা স্বৰূপে গছৰ পাত ব্যৱহাৰ কৰাৰ কথা সোঁৱৰায়। এই পত্ৰ (গছৰ পাত) শব্দ'যা বৰ্ত্তমান কাগজ (যেনে চিঠি লিখা পাত এটা দিয়া) চিঠি (চিঠি-পত্ৰ) আদি অৰ্থ সূচায়। পাতল, (পাতি হাঁহ পাতি লেবু) আদি শব্দ ইযাৰ পৰা উদ্ভৱ হৈছে। এই প্ৰসংগাত গছৰ পৰা পোৱা আৰু বৰ্ত্তমান বিশেষভাবে ব্যৱহৃত হোৱা কাণ্ড (যেনে সাতকাণ্ড ৰামায়ণ), শাখা স্কন্ধ সৰ্গ আদি (বিশেষ'ৰ সাদৃশ্যৰ হেতু উদ্ভৱ হোৱা) শব্দৰ উল্লেখ কৰিব পাৰি।

শব্দৰ এই অৰ্থ বিচিত্ৰতা আৰু বিকাশ-যাত্ৰা সঁচাকৈয়ে মনোৰঞ্জক। ভাৰতীয় প্ৰাচীন সাংস্কৃতিক জীৱনৰ পৰিচয় থকা দুটা শব্দ হ'ল গোধ্ন আৰু অধ্ন্যা। গোধ্ন শব্দৰ অৰ্থ অতিথি কিন্তু তাৰ প্ৰকৃত অৰ্থ হৈছে যাৰ নিমিত্তে গো হত্যা কৰা হয়। প্ৰাচীন কালত অতিথিক গৰু মাৰি ভোজ খুউৱা হৈছিল। কিন্তু পিছৰ যুগত কৃষিজীৱী আৰ্য্য সমাজত যে গো-হত্যা নিষেধ হ'ল সেই কথা অধ্ন্যা শব্দৰ পৰা বুজিব পাৰি (অধ্ন্যা শব্দৰ অৰ্থ হত্যাৰ অযোগ্য)। প্ৰাচীন সামাজিক বিশ্বাস আৰু চিন্তাধাৰাসূচক শব্দৰ ভিতৰত গোধূম অচলা মৃগাঙ্ক, ননন্দ আদি শব্দৰ উদাহৰণ দিব পাৰি। গৰুক মহ ডাঁহৰ পৰা ৰক্ষা কৰিবলৈ যিবোৰ তৃণেৰে ধোঁৱা দিছিল তাৰ নাম হ'ল গোধূম। ঘাঁহৰ অন্য এটি নাম আছিল বহুদগ্ধ কিযনো এই তৃণ খুৱালে গৰুৱে বেছি গাখীৰ দিয়ে। পূৰ্ব্বে পৃথিৱীক স্থিতিশীল অনুমান কৰি অচলা বোলা হৈছিল কিন্তু মানুহৰ চিন্তাধাৰাৰ পৰিৱৰ্ত্তনৰ লগে লগে গো শব্দও পৃথিৱীক বুজোৱা হ'ল (গো শব্দই ঘূৰি থকা বুজায়)। চন্দ্ৰত হৰিণৰ কল্পনাৰপৰা নাম হ'ল মৃগাঙ্ক, শশাঙ্ক। বোৱেকক আনন্দ নিদিয়ে দেখি নাম হ'ল ননন্দ।

ধ্বনি পৰিবৰ্ত্তনৰ দৰে অৰ্থ পৰিৱৰ্ত্তনৰো ধাৰা আছে। সাধাৰণভাবে অৰ্থ পৰিৱৰ্ত্তনৰ কাৰণ তিনি ভাগে ভগাব পাৰি। যেনে—(১) অৰ্থ বিস্তাৰ (২) অৰ্থ সংকোচ (৩) অৰ্থ সংশ্লেষ। শব্দৰ অৰ্থ যদি ৰূপক অথবা অতিশয়োক্তিৰ সহায়ত বস্তু-নিৰপেক্ষ হয় তেন্তে অৰ্থৰ প্ৰসাৰ বাঢ়ে। ব্যক্তি বা বস্তুবিশেষৰ ধৰ্ম্ম বা গুণে সঙ্কীৰ্ণ সীমা এৰি বস্তুৰ সাধাৰণ ধৰ্ম্ম বা গুণ নিৰ্দ্দেশ কৰে। শীতকালৰ অসহ্য ঠেটুৰৈৰ বাবে বছৰৰ ভিতৰত শৰৎ

কালটোৰেই মুখ্য বুলি বিবেচিত হৈছিল। সেই কাৰণে শৰৎ শব্দটো বৈদিক যুগত বছৰ অৰ্থত ব্যৱহৃত হৈছিল। জীৱতু শৰদঃ শতম'—ইত্যাদি। আধুনিক বছৰ শব্দটো সংস্কৃত বৎসৰ শব্দৰ পৰা অহা। বৎসৰ শব্দৰ মূল অৰ্থ হৈছে বৰ্ষ অৰ্থাৎ বৰ্ষাকাল ভাৰতবৰ্ষৰ বিশেষ ঋতু হোৱাৰ কাৰণে বছৰৰ সলনি বৰ্ষ ব্যৱহাৰ হৈছিল।

বছৰ বুজুৱা অব্দ শব্দটোও সম্ভৱতঃ বৰ্ষৰ লগত জড়িত, ইয়াৰ মূল অৰ্থ অপ (পানী) আৰু দ (দিয়া) অৰ্থাৎ পানী দান কৰা। সংস্কৃত পৰশ্বঃ শব্দই পৰহি (অহা) অৰ্থাৎ অহা কালিৰ পিছৰ দিন বুজায়। এই শব্দৰ পৰা উদ্ধৃত পৰ্শু, পৰশু, আৰু পৰহি শব্দই অসমীয়াত অহাকালিৰ পিছৰ দিন আৰু যোৱাকালিৰ আগৰ দিন দুয়োটাক বুজায়। 'ধন্য' শব্দৰ মূল অৰ্থ আছিল ধনযুক্ত অৰ্থাৎ ধনী। বৰ্ত্তমান ইয়াক ভাগ্যৱান অৰ্থত প্ৰয়োগ কৰা হৈছে। প্ৰবীণ শব্দৰ অৰ্থ আছিল বীণা-বাদনত সুযোগ্য কিন্তু অৰ্থ বিস্তাৰৰ ফলত হল যি কোনো কামত সুদক্ষ। সেইদৰে কুশ চয়নত নিপুণ এই অৰ্থ বুজুৱা কুশল শব্দৰ অৰ্থ প্ৰসাৰিত হৈছে। তিলৰ সাৰ ভাগ তেল। বৰ্ত্তমান সৰিয়হ তেল, কেৰাচিন তেল শব্দৰো প্ৰচলন। পুঙ্গৱৰ অৰ্থ হৈছে বৃষভ শ্ৰেষ্ঠতা বুজাবলৈ বৰ্ত্তমান নৰপুঙ্গৱ শব্দৰ ব্যৱহাৰ আছে। এই প্ৰসঙ্গতে বৃহৎ অৰ্থত ৰজা শব্দৰ প্ৰয়োগ লক্ষ্য কৰিবৰ লগীয়া। যেনে—ৰাজ পথ ৰাজহংস।

কেতিয়াবা কোনো ব্যক্তিৰ নাম সাধাৰণভাৱে বিশেষণবাচক শব্দৰ দৰে ব্যৱহাৰ হয়। হিটলাৰী শক্তি বিস্মাৰ্কী প্ৰতিভা ৰাম-ৰাজ্য ৰাম ছাগলী ৰাম-টাঙোন, ৰাম দা ভীম-কল ভীম টোকা ব্ৰহ্ম-দৈত্য ধৰ্ম্ম-যুধিষ্ঠিৰ ঘৰ শত্ৰু বিভীষণ আদিৰ বিস্তাৰিত অৰ্থ মন কৰিবৰ লগীয়া।

মানুহৰ মনত বহু ভাবৰ উদয় হয় আৰু সেই ভাব শব্দৰ যোগে প্ৰকাশ কৰে। কেতিযাবা নতুন ভাব প্ৰকাশ কৰিবলৈ নতুন শব্দ সৃষ্টি অথবা পুৰণি শব্দৰ প্ৰত্যয় আদি যোগ কৰি নতুন ৰূপ দিয়া হয়। কিন্তু সকলোৰে পক্ষে নতুন শব্দ সৃষ্টি কৰা সম্ভৱ নহয়। গতিকে পুৰণি শব্দতে নতুন অৰ্থ সংযোগ কৰি নতুন ভাব বুজুৱা হয়। ইয়াৰ ফলত সময়ত এটা শব্দৰে কেইবাটাও অৰ্থ হয়গৈ। পাৰিপাৰ্শ্বিক অৱস্থা, সভ্যতাৰ বিস্তাৰ, বেহা-বেপাৰ আদিৰ হেতু একোটা শব্দৰ অৰ্থ-সমষ্টি অৰ্থাৎ বহু অৰ্থৰ সৃষ্টি হয়। দৃষ্টান্ত-স্বৰূপে আদিয়ে কৃষিৰ লগত সম্বন্ধ থকা মূল শব্দটোকে ধৰিব পাৰি। শিক্ষা-দৰ্শন বেহা-বেপাৰত প্ৰয়োগ হোৱাত 'মূল শব্দৰ বহু অৰ্থ হৈছে। যেনে—মূল টকা মূল কাৰণ, মূল-ধন ইত্যাদি। সেইদৰে ধাতু শব্দই ঈশ্বৰৰ শক্তি বা প্ৰাণ, সোণ-ৰূপ আদি ধাতু, বৌদ্ধ ধৰ্ম্মৰ ধাতু আদি অৰ্থ প্ৰকাশ কৰিছে। কেতিয়াবা এই অৰ্থ সমষ্টিৰ মাজত কোনো এটাই প্ৰাধান্য লাভিলে

বাকীবোৰৰ অৰ্থ লুপ্ত হয়গৈ। ইংৰাজী meat শব্দটোৱে আগেয়ে যি কোনো আহাৰকে বুজাইছিল, কিন্তু বৰ্ত্তমান অৰ্থ সঙ্কুচিত হোৱাৰ ফলত সি মঙহ আহাৰ বুজায়। Sweetmeat শব্দটোৱে meatৰ পূৰ্ব্বণি অৰ্থ এতিয়াও ৰক্ষা কৰিছে। 'অন্ন' শব্দই সংস্কৃতত আহাৰ বুজাইছিল, কিন্তু অসমীয়াত আহাৰ বিশেষ অৰ্থাৎ ভাতক বুজায়। 'মৃগ শব্দই আগেয়ে যি কোনো পশুকে বুজাইছিল। এই শব্দটোৰ সেই অৰ্থ মৃগেন্দ্ৰ শব্দত আছে। পূৰ্ব্বণি কালত ৰজাৰ বা আত্মীয় স্বজনৰ ওচৰলৈ "পত্ৰ-সন্দেশ' নিয়া হৈছিল, সেই 'সন্দেশ' শব্দ সঙ্কুচিত হৈ আজি-কালি এক প্ৰকাৰ মিঠাইৰ নামতহে ৰৈছেগৈ।

সেইদৰে বিগ্ৰহ (মূল অৰ্থ ভাগ), উপস্থান (ঠাই), চেদন (কটা যন্ত্ৰ) আদি সাধাৰণ বা শ্ৰেণী বুজুৱা শব্দ বিষা, বাথান, চেণীলৈ সলনি হৈ সেই শ্ৰেণীৰ ভিতৰুৱা এক পদাৰ্থৰ নামত প্ৰয়োগ হৈছে।

ধাৰ্ম্মিক, সাংস্কৃতিক, ঐতিহাসিক, ভৌগোলিক কাৰণতো শব্দৰ অৰ্থ সংকুচিত আৰু সলনি হয়। উদাহৰণ—মন্দিৰ (মূ অ ঘৰ), লীলা (মূ অ ধেমালি), প্ৰসাদ (মূ অ অনুগ্ৰহ), ভোগ (মূ অ আহাৰ), ইত্যাদি।

নানা ভাবৰ সংযোগৰ হেতু কেতিয়াবা শব্দই তাৰ মুখ্য অৰ্থ প্ৰকাশ নকৰি তাৰপৰা উৎপন্ন হোৱা আন অৰ্থহে প্ৰকাশ কৰে। যেনে—ভাৰৰ (বোজা) অৰ্থ দায়িত্ব, ঘটিযাব (হ্ৰাস) শিয়াল গুণ্ডাৰ (গোণ্ড জাতীয়) দুষ্ট, মন্দাৰ (মন্দ>লাহে লাহেঃ ৰজাৰ মন্দ)। ধাৰ্ম্মিক সংস্কৃতিৰ ফলত অৰ্থ সংকোচ হোৱাৰ দৃষ্টান্ত হলঃ মহাপ্ৰসাদ, মোহন-ভোগ, অমিতা (>অমৃত)। জাতীয ৰুচি, অভিৰুচিৰ ফলত অৰ্থহীন আৰু সংকুচিত হোৱাৰ উদাহৰণঃ মুৰ্চালিম লিগৰ জাপানী মাল, অঘোৰী (মূল অঘোৰ পন্থীযাৰ অৰ্থৰ ঠাইত ব্যভিচাৰী), নগা ফাঁকি। অতিশয়োক্তি, সাধাৰণ বিশেষণীয় বিশেষণ কতা-বতৰাত ব্যৱহৃত হলে অৰ্থ কিছু পৰিমাণে সংকুচিত হয়। যেনে—বৰ বিৰাট সভা। সংজ্ঞা শব্দ গুণ বুজুৱাত প্ৰয়োগ হলেও অৰ্থৰ হ্ৰাস হয়। ফল (result) পক্ষ (মূল অৰ্থ পাখি)।

এনে প্ৰসাৰ আৰু সংকোচনৰ ফলত বহু সময়ত মধ্যৱৰ্ত্তী অৰ্থৰ লোপ হৈ শব্দটিৰ যি অৰ্থ প্ৰকাশ পায় তাৰ লগত মূল শব্দৰ সম্বন্ধ ধৰা টান হয়।

অক্তত শব্দৰ ব্যুৎপত্তিগত অৰ্থ নষ্ট নোহোৱা ভাৱে পৰাই ব্ৰহ্ম, আত্মা মোক্ষ, আদি অৰ্থৰ উৎপত্তি (অসমীযাত কিন্তু আখৰ' শব্দই বৰ্ণ বা হৰফহে বুজায়)। সাধাৰণতে সভ্যতা সংস্কৃতিৰ বিকাশৰ লগে লগে শব্দৰ অৰ্থ বিকাশ মন কৰিব লগীয়া। গুণ শব্দই প্ৰথমে গুণকে সূচাইছিল, কিন্তু সংস্কৃতিৰ বিকাশৰ লগে লগে অৰ্থ হ'ল সদ্‌গুণ, দুৰ্গুণ, সাংখ্যমতে তিনি গুণ, বৈশেষিকৰ সাত পদাৰ্থৰ এক (দ্ৰব্য, গুণ, কৰ্ম্ম আদি), সাহিত্যিকৰ মতে ৰসৰ উৎকৰ্ষ হেতু মাধুৰ্য্য আদি গুণ ইত্যাদি।

সংস্কৃত ঘৰ্ম্ম' শব্দৰ মূল অৰ্থ 'গৰম'ৰ পৰিৱৰ্ত্তন ঘটি অসমীয়াত ঘাম হৈছে। গৰমৰপৰা শৰীৰৰ ওপৰত গৰমৰ ফল 'ঘাম ওলায়, এই অৰ্থত হে ঘাম অৰ্থ ব্যৱহাৰ হৈছেগৈ। গৰাঁৰ শব্দ হিন্দীত গাঁৱৰ মানুহ অৰ্থত ব্যৱহৃত হৈছিল, অসমীয়াত এই শব্দ গোৱাঁৰ হৈছে। চহৰীয়া মানুহৰ বিশ্বাস গাৱঁলীয়া মানুহে যি কোনো কথা সহজে বুজিব নোৱাৰে বা বুজিবলৈ চেষ্টা বা ইচ্ছা নকৰে, গতিকে তেনে অৰ্থতে গোৱাঁৰ শব্দক প্ৰয়োগ কৰে। সংস্কৃত ভদ্ৰ শব্দৰপৰা অসমীয়াত সেই একে অৰ্থ বুজুৱা ভাল (ভদ্ৰ, ভদ্দল, ভাল্ল, ভাল) শব্দৰ উদ্ভৱ হৈছে। কিন্তু তাৰেপৰা উদ্ভৱ হোৱা ভোদা শব্দই মূৰ্খহে বুজায়, কিযনো ভাল মানুহ সাধাৰণতে হোজা। অসমীয়া পুৰণি সাহিত্যত ঠাট শব্দটোৰ বহুল প্ৰয়োগ আছে। যেনে—

> বালি ঘালি সুগ্ৰীৱক পাট
> দেলহু যো লয়ে বানৰক ঠাট।

এই 'ঠাট শব্দটো সংস্কৃতৰ 'স্থান শব্দৰপৰা হৈছে। কিন্তু পুৰণি সাহিত্যত ই ৰজাৰ ৰাজত্বৰ স্থিতি যাৰ ওপৰত (অৰ্থাৎ সৈন্য) সেই অৰ্থ বুজাইছিল। ইয়াৰ বাহিৰেও সমূহ, আড়ম্বৰ, আদি অৰ্থ প্ৰকাশ কৰিবলৈকো ঠাট শব্দৰ প্ৰচলন আছে।

অৰ্থ পৰিবৰ্ত্তনৰ সকলোবোৰ কাৰণ নিৰ্দ্দেশ কৰিব নোৱাৰি পৰিবৰ্ত্তন হোৱাৰ পিছত কি কাৰণে পৰিবৰ্ত্তন ঘটিল তাৰ অনুসন্ধান আৰু ব্যাখ্যাহে দিব পাৰি। অৰ্থ পৰিবৰ্ত্তনৰ মূলতে হৈছে ভাবৰ সমন্বয়। পৰিবৰ্ত্তনৰ কেটামান মূল কাৰণ তলত দিয়া হল,—

সাধাৰণতে উপমা, ৰূপক সমাসোক্তি আদি অলঙ্কাৰৰ সংযোগত শব্দৰ অৰ্থৰ পৰিবৰ্ত্তন ঘটে। যেনে—কীৰ্ত্তি-কলাপ, (মূল অৰ্থ মঁৰাৰ নেজৰ নিচিনা বিচিত্ৰ কীৰ্ত্তি)। মধুৰ শব্দৰ মূল অৰ্থ হৈছে মধু যুক্ত কিন্তু মধুৰ সংগীত মধুৰ মাত, মধুৰ বাণী ইত্যাদিত সুৱলা অৰ্থ বুজাবলৈ মধুৰ শব্দ ব্যৱহাৰ কৰা হয়। ৰসাল হৈছে ৰসযুক্ত (ফল আদিত থকা), কিন্তু ৰসাল কথা ৰসাল কাহিনীৰ আজিকালি প্ৰয়োগ আছে।

ভৌগোলিক, ঐতিহাসিক সামাজিক, ৰাজনৈতিক, আৰ্থিক পাৰিপাৰ্শ্বিক অৱস্থাৰ পৰিবৰ্ত্তনতো শব্দৰ অৰ্থৰ পৰিবৰ্ত্তন ঘটে। বেদত 'উষ্ট্ৰ' শব্দ প্ৰথমে ম'হ বা মেথোন বুজুৱাত ব্যৱহাৰ হৈছিল। পিছত এই শব্দই উট বুজুৱা হ'লগৈ। এই কথাই ম'হ থকা দেশৰপৰা উট থকা দেশলৈ আৰ্য্য জাতিৰ আগমনৰ আভাস দিয়ে। বিদৰ্ভ এখন পুৰণি দেশৰ নাম, ইয়াৰ পৰা উৎপত্তি হৈছে বৈদৰ্ভী প্ৰকৃত অৰ্থ বিদৰ্ভদেশৰ তিৰোতা। কিন্তু বৈদৰ্ভী শব্দই ৰুক্মিণী বা দময়ন্তীকহে বুজায়। বৰফুকন বৰগোহাই, বৰমলৈ শব্দই আহোম যুগত বিশেষ বিষয়া বুজাইছিল। আজিকালি সেইবোৰ অৰ্থহীন উপাধি মাত্ৰ।

বেহা বেপাৰ আৰ্থিক লেনদেনৰ হেতুও শব্দৰ অৰ্থ সলনি হয়। এনে লেনদেনৰ ফলত দৰ্জ্জিৰ গুলি (সূতা) আৰু দৰৱ গুলি (tablet) বুজুৱাত ব্যৱহাৰ হৈছে। ফাৰ্চী খতব (মূল অৰ্থ পত্ৰ) অৰ্থ হৈছে দলিল আৰু সংস্কৃত পট্টহৰ (ফলক) অৰ্থ হৈছে পটা। শস্য বুজুৱা বতি আৰু মাস শব্দই ওজন (তোলাৰ অংশ) বুজাইছে। মহাজনৰ অৰ্থ হৈছে দোকানী আৰু দেৱলীয়া (দীপাৱলীৰ পৰা) হৈছে ধন সম্পত্তি নষ্ট হোৱা অৱস্থা।

শ্বশুৰ আৰু শ্বশ্ৰু শব্দই মূলতে স্বামীৰ পিতৃ-মাতৃকহে বুজাইছিল সমাজ আগেয়ে পিতৃ-তন্ত্ৰ আছিল দেখি এনে ব্যৱহাৰ হৈছিল। কিন্তু সমাজৰ অৱস্থাৰ পৰিবৰ্ত্তন ঘটাত এতিয়া তিৰুতাৰ পিতৃ-মাতৃকো বুজোৱা হ'ল। বিবাহ শব্দটোৰ মৌলিক অৰ্থ হৈছে লৈ অহা বা অপহৰণ কৰি অনা। আদিম কালত যে ছোৱালী অপহৰণ কৰি বা পলুৱাই নিয়া হৈছিল এই শব্দই তাকে প্ৰমাণ কৰে। সেইদৰে দেৱৰ শব্দটোৱে যে তিৰুতাই স্বামীৰ লগত সহমৃতা নহৈ দ্বিতীয় বৰ গ্ৰহণ কৰিছিল, সেই কথা সূচাইছিল। কিন্তু এতিয়া স্বামীৰ ভ্ৰাতৃক বুজোৱা হৈছে। প্ৰাচীন কালত কন্যাই নিজে পাত্ৰ বৰণ কৰিছিল সেই কাৰণে স্বামীৰ নাম বৰ। গ্ৰন্থ শব্দই পূৰ্ব্বে একেলগে গাঁথি থোৱা পাতক বুজাইছিল কিন্তু আধুনিক যুগত কাগজত লিখা কিতাপ-পুথি বুজায়। কাপোৰ শব্দই পূৰ্ব্বে কপাহৰপৰা প্ৰস্তুত বস্ত্ৰক বুজাইছিল। আজি-কালি পাটৰ কাপোৰ মুগাৰ কাপোৰ সকলোৱেই কাপোৰ সংজ্ঞাৰ অন্তৰ্গত।

সাংস্কৃতিক জীৱনৰ পৰিবৰ্ত্তনৰ হেতুও শব্দৰ অৰ্থৰ পৰিবৰ্ত্তন ঘটে। মুছলমানসকলৰ আগমনত অসমীয়া সমাজ সংস্কৃতি কিছুপৰিমাণে সলনি হয় এই সময়তে কিছু কিছু নতুন নীতি নিয়ম আমাৰ দেশলৈ আহে তাৰে ভিতৰত এই হল হোকা-চিলিম। বৰ্ত্তমান কিন্তু হোকা পানী বন্ধ বা নচলে বুলিলে অৰ্থ সুকীয়া হয। মুদ্ৰণ আছিল Soal মৰা ছপাখানাৰ দিনত হল Printing, সংস্কৰণ (সংশোধন কৰা) হল তাঙৰণ। স্থানৰ পৰা হল থানা (পুলিচ) পাঠশালাই কেৱল বুজাই গাঁৱৰ নিম্ন প্ৰাইমাৰি স্কুল।

অশ্লীল অশোভন ৰোগ-ব্যাধি মৃত্যু যৌন সম্পৰ্কীয় বিষয় শোভনীয় আৰু ভদ্ৰভাৱে প্ৰকাশ কৰিবলৈ অথবা অন্ধ সংস্কাৰ হেতু সুভাষণ (Euphemism) প্ৰয়োগ কৰা ৰীতি আছে। মনত ভয় নলগাবৰ কাৰণে বসন্ত ৰোগক শীতলা আৰু আই নাম দিয়া হৈছে। পাগৰ বাহিৰ হোৱা' 'বাহিৰ ফুৰা 'ভৰি-হাত ধোৱা' পঞ্চত্ব প্ৰাপ্ত হোৱা,' মহানিদ্ৰা অনন্ত শয়ন স্বৰ্গী আদি কথাবোৰৰ উৎপত্তি এনে ভাৱেই হৈছে। বৈষ্ণৱৰ ভকতীয়া ভাষাত এনে বিনয়-মূলক বাক্যাংশৰ বহুল প্ৰচাৰ আছে। যেনে ঘৰত ভৰি-ধূলি দিয়া 'চলা জনা সত্ৰাধিকাৰ। শ্লেষৰ বাবেও অৰ্থৰ পৰিবৰ্ত্তন হয়। কিঙ্কৰ (কি কৰিম বুলি যি সোধে), তস্কৰ (সেই কাম কৰোঁতা) ভোলানাথ (মূৰ্খ) খলিফা

(দৰ্জ্জি) আদি শব্দৰ এনেকৈয়ে সৃষ্টি হৈছে। মিছাৰ সলনি অসত্য, মূৰ্খৰ সলনি অজ্ঞানী আদি নঞৰ্থক শব্দৰ ভদ্ৰভাষা ব্যৱহাৰৰ ইচ্ছা প্ৰৱণতাৰ ফলত জন্ম হৈছে। মানব মনৰ উৎফুল্লতা, ভাবাবেগ আৰু অতিশয়োক্তি প্ৰিয়তাৰ বাবেও শব্দৰ অৰ্থৰ বিকৃতি ঘটে। ক্ৰোধ ভয় আনন্দ, বিৰক্তিত ভাবৰ আতিশয্যত ব্যবহৃত হোৱা ভয়ংকৰ ভয়ানক প্ৰচণ্ড শব্দই মূল অৰ্থতকৈ অতিৰঞ্জিত অৰ্থ প্ৰকাশ কৰে।

কেতিয়াবা একে জাতীয় শব্দৰ এটাই প্ৰাধান্য লাভ কৰে আৰু তাকেই গোটেই জাতিৰ অৰ্থত ব্যবহাৰ কৰা হয়। টকা-পইচা শব্দটোৱে অৰ্থ-সম্পত্তি সকলোকে বুজায়। (অনা সিকি দুআনি আদি ইযাৰ অন্তৰ্ভুক্ত)। চিঞাহি শব্দটো ফৰাচী শব্দৰপৰা আহিছে। ইযাৰ মূল অৰ্থ কলা পনীয়া দ্ৰব্য এতিয়া ই সকলো প্ৰকাৰৰ ৰঙা, নীলা আদি চিঞাহিকে বুজায়।

প্ৰকৃত শব্দ প্ৰযোগৰ অজ্ঞতাৰ বাবেও অৰ্থৰ সাল সলনি হয়। পাষণ্ড শব্দটোৱে অশোকৰ দিনৰ এটা ধৰ্ম্ম-সম্প্ৰদায়কহে বুজাইছিল। কিন্তু অসমীয়াত সেই শব্দটো দুষ্ট দাগাবাজ আদি অৰ্থতহে ব্যৱহাৰ হয়। অৱদান শব্দৰ অৰ্থ আছিল আত্ম ত্যাগৰ দ্বাৰা কৰা বিশিষ্ট গৌৰৱময় দান। এতিয়া বোল ছবিৰ নিত্য-নতুন অবদান সদায় হবই লাগিছে। শব্দৰ অৰ্থৰ অৱনতিৰ উদাহৰণ স্বৰূপে কবি আৰু নট শব্দটোও লব পাৰি। কবি মনীষী পৰিভূঃ স্বয়ম্ভূঃ—এই বেদ বাক্যত কবি অৰ্থ মেধাৱী, কিন্তু পিছৰ যুগত সংস্কৃতত অৰ্থ হ'ল কবিতা ৰচোঁতা। নট শব্দৰ প্ৰাচীন অৰ্থ আছিল নাট্যকলাত সুদক্ষ আজিকালি বুজুৱা হ'ল এক সাধাৰণ বৃত্তি। সৎ শব্দৰ মূল অৰ্থ বৰ্ত্তমান বা বিদ্যমান আৰু অসৎ অবিদ্যমান। কিন্তু অসমীয়াত দুয়োটাৰ অৰ্থৰ অৱনতি ঘটিল আৰু অসৎ অৰ্থ হ'ল বেয়া। শব্দৰ অৰ্থৰ অৱনতি প্ৰসংগত মন কৰিবলগীয়া যে কোনো ক্ষেত্ৰত তৎসম শব্দটোৰ অৰ্থ ঠিকই থাকে তদ্ভব ৰূপতহে অৰ্থৰ পৰিণতি ঘটে। যেনে-গৰ্ভিণী (গৰ্ভৱতী তিৰুতা) আৰু গাভিনী (জন্তু) বৎস আৰু বোচৰা (পুতো বুজুৱাত) ভদ্ৰ আৰু ভোদা।

শব্দৰ অৰ্থৰ যেনেকৈ অৱনতি হয় সেইদৰে উন্নতিও হয়। শব্দৰ অৰ্থৰ উন্নতি হোৱাৰ এটি মনোৰঞ্জক উদাহৰণ হৈছে সাহস শব্দ। প্ৰাচীন শাস্ত্ৰত সাহস শব্দ পাঁচ প্ৰকাৰ বেয়া কাৰ্য্য কৰাত প্ৰয়োগ হৈছিল,—

মনুষ্য মাৰণং স্তেয়ং পৰদাৰাভিমৰ্ষনম।
পাৰুষ্যমনৃতং চৈৱ সাহসং পঞ্চধা স্মৃতম॥

কিন্তু অসমীয়া অভিধানত ইয়াৰ অৰ্থ কৰা হৈছে নিৰ্ভয়তা, নিৰ্ভীকতা আৰু সাহসী পুৰুষ অসমীয়াত প্ৰশংসা-বাচক শব্দ। ভোগ শব্দৰ সাধাৰণ

অৰ্থ উপভোগ কৰা, কিন্তু ভোগ দিয়া, ভোগ-জৰা আদি শব্দই দেৱ দেৱীক দিয়া বস্তু বুজায়। স্থান শব্দৰপৰা ঠাই আৰু থান ওলাইছে। কিন্তু 'থান' বুলিলে পবিত্র বা দেৱতাৰ স্থান বুজায়। গোস্বামী শব্দৰ অৰ্থ গৰুৰ স্বামী বা গৰাকী। হলাধুয়ে লিখিছে,—

ব্রজঃ স্যাদ গোকুলং গোষ্ঠং গোবৃন্দং গোধনং ধনম।
গোমান গোমো স্ব গোবিন্দ অধীকৃত গোব্যম॥

অসমীয়াত এই গোস্বামী শব্দ আৰু ইয়াৰ পৰা উদ্ভৱ হোৱা গোসাঁই, গোহাঁই আদি শব্দ উৎকৰ্ষতাৰ ভাৱ বুজুৱা ভালেমান অৰ্থত ব্যৱহাৰ হয়। ই ঈশ্বৰ, বিশেষ জাতি আৰু উপাধিসূচক। পূজনীয় ব্যক্তি আৰু ব্রাহ্মণক বুজাবলৈকো গোসাঁই শব্দ ব্যৱহাৰ কৰা হয়। আহোমৰ দিনত গোহাঁই এক উচ্চ বিষয়াৰ পদবীত পৰিণত হৈছিল।

সংস্কৃত বৈয়াকৰণিকসকলে উপসৰ্গৰ সংযোগত সমাস-সিদ্ধিৰ হেতু, লিঙ্গ-ভেদ, স্বৰ ভেদ আদিৰ কাৰণেও শব্দৰ অৰ্থ ভেদ নিৰ্ণয় কৰিছে। ভাট্টোজি দীক্ষিতে উপসৰ্গ সংযোগত শব্দৰ অৰ্থ ভেদ প্ৰসঙ্গত লিখিছে –

উপসৰ্গেন ধাত্বৰ্থো বলাদন্যত্র নীয়তে।
প্ৰহাৰ হাৰ সংহাৰ বিহাৰ প্ৰতিহাৰবত॥

অৰ্থাৎ হৃ ধাতুৰ সাধাৰণ অৰ্থ হৈছে হৰণ, কিন্তু উপসৰ্গ সংযোগত সাধিত হোৱা প্ৰহাৰ, আহাৰ, সংহাৰ বিহাৰ প্ৰতিহাৰ আদি শব্দৰ অৰ্থ বিভিন্ন হৈছে। সেইদৰে কৃ ধাতুৰ পৰা উৎপন্ন আকাৰ, বিকাৰ, প্ৰকাৰ, উপকাৰ অনুকৰণ, সংস্কাৰ, সংস্কৰণ আদি শব্দৰ অৰ্থ বিভিন্ন। জি ধাতুৰপৰা সৃষ্টি হৈছে যদিও উপসৰ্গৰ হেতু বিজয় আৰু পৰাজয়ৰ অৰ্থ বেলেগ। স্থা ধাতুৰ অৰ্থ থোৱা কিন্তু প্ৰস্থান হৈছে যোৱা।

সমাসসিদ্ধ পদ পিতৰৌ আৰু ভ্ৰাতাৰৌৰ অৰ্থ ক্ৰমান্বয়ে পিতৃ-মাতৃ আৰু ভাই-ভনী সেইদৰে বহুব্ৰীহিত দুই শব্দৰ সমাস হলে তৃতীয় এক অৰ্থৰ উৎপত্তি হয়। যেনে—নীলাম্বৰ, ত্ৰিনয়ন।

লিঙ্গ ভেদত ভিন্ন অৰ্থ হোৱাৰ উদাহৰণ স্বৰূপে সংস্কৃতৰ 'সাৰ শব্দটোৰ দৃষ্টান্ত দিব পাৰি। নপুংসক লিঙ্গ হলে সাৰ শব্দৰ অৰ্থ ন্যায়সঙ্গত (নৈতৎসাৰম) পুংলিঙ্গ হলে ইয়াৰ অৰ্থ উৎকৰ্ষ অথবা সাৰ ভাগ যেনে—চন্দনসাৰ। সেইদৰে স্ত্ৰীলিঙ্গ হিমানী আৰু অৰণ্যানী শব্দই ক্ৰমান্বয়ে অতি-মাত্ৰা হিম আৰু বিৰাট অৰণ্য বুজায়। যবনানী শব্দৰ অৰ্থ যবনৰ লিপি, যবনৰ স্ত্ৰী নহয়।

# ১। আগকথা

আধুনিক অসমীয়া সংস্কৃতি ঘাইকৈ আৰ্য্য সংস্কৃতিৰ ওপৰতে কেন্দ্ৰ কৰি গঢ় লৈছে। অৱশ্যে আৰ্য্য সংস্কৃতিৰ বাহিৰেও বিভিন্ন জনজাতিয়ে যুগে যুগে অসমীয়া সংস্কৃতিক বিশেষভাবে পৰিপুষ্ট কৰিছে। অসমীয়া সংস্কৃতি কোন কোন জনজাতিৰ দানৰ ওপৰত গঢ়ি উঠিছে সেই বিষয়ে আলোচনা কৰাৰ পূৰ্ব্বে অসমৰ ভৌগোলিক পৰিস্থিতিৰ তাৎপৰ্য্য বিশ্লেষণ কৰা সমীচীন। প্ৰাকৃতিক আৰু ভৌগোলিক অৱস্থাৰ ওপৰত দেশৰ সংস্কৃতি সভ্যতা ভালেখিনি নিৰ্ভৰ কৰে।

অসমৰ স্থিতি ভাৰতবৰ্ষৰ পূৰ্ব্ব সীমান্তত, গতিকে অসমৰ লগত অতি প্ৰাচীন কালৰেপৰা ব্ৰহ্মদেশ ইন্দোচীন তিব্বত হিমালয়ৰ পাদদেশৰ অঞ্চলসমূহ আৰু চীন মহাদেশৰ সংযোগ ঘটা স্বাভাৱিক। এইকথা মহাভাৰত আৰু পুৰাণ আদিয়েও প্ৰমাণ কৰিছে। ভগদত্তৰ সেনাবাহিনীত চীন আৰু কিৰাত সৈন্য আছিল বুলি উল্লেখ আছে। চীনসকল যে মঙ্গোলীয় জাতিৰ মানুহ তাত সন্দেহ নাই। কিৰাতৰ বংশৰ কিৰান্তি সকল বৰ্ত্তমান নেপাল তিব্বত আৰু হিমালয়ৰ পাদদেশত আছে। কূৰ্ম্ম পুৰাণৰ মতে এওঁলোক পূৰ্ব্ব-ভাৰতৰ অনাৰ্য্য লোক। ডঃ কাকতিয়ে কিৰাত শব্দটো কক্কত শব্দৰপৰা সৃষ্টি হৈছে বুলিছে। একালত কিৰাতসকলৰ অসমত বিশেষ আধিপত্য আছিল। তেওঁ-লোকৰ ধৰ্ম্মমতেই অসমত চলিছিল। যোগিনীতন্ত্ৰত কোৱা হৈছে,

সিদ্ধেশি যোগিনী পীঠে ধৰ্ম্মঃ কৈৰাতজঃ।

সপ্তম শতাব্দীৰ কামৰূপৰ ৰজা শালস্তম্ভক ম্লেচ্ছাধিনাথ, অৰ্থাৎ ম্লেচ্ছৰ ৰজা বুলি কোৱা হৈছে। ম্লেচ্ছ শব্দই আৰ্য্য গণ্ডীৰ ভিতৰত নপৰা লোকক বুজাইছিল। প্ৰাচীন কামৰূপৰ ৰাজমালাত দানৱ আৰু অসুৰ নৃপতিৰ উল্লেখ আছে, অহীৰঙ্গ দানৱ, হটকাসুৰ সম্বৰাসুৰ, ৰত্নাসুৰ ইত্যাদি। এইবোৰ কথাই পুৰণি অসমত আৰ্য্য সকলৰ আগমনৰ পূৰ্ব্বে বিভিন্ন জনজাতিৰ বসতিৰ প্ৰমাণ দিয়ে।

অতীত কালৰে পৰা চীন তিব্বত আদি দেশৰ লোক অসমলৈ আহিবলৈ বাট-পথ আছিল। সেই বাট-পথ থকাৰ বৰ্ত্তমান পৰিচয় পোৱা গৈছে। হিউৱেন চাঙৰ সাতশ বছৰ পূৰ্ব্বে চাং কিয়েন (খৃঃ পূঃ) নামৰ এজন

চীন ৰাজদুতে দক্ষিণ চীনৰপৰা আৰম্ভ কৰি উত্তৰ ব্ৰহ্ম, মণিপুৰ, কামৰূপৰ মাজেদি আফগানিস্থানলৈ যোৱা এটা দীঘল বাটৰ উল্লেখ কৰিছে। বেক্‌ট্ৰিয়া দেশৰ বজাৰত ৰেছম আৰু বাহৰ মনোমোহা বস্তুৰ বেচা-কিনা দেখি চাং কিয়েনে অনুসন্ধান কৰি গম পালে যে সেই বস্তুবোৰ বেক্‌ট্ৰিযালৈ দক্ষিণ চীন আৰু ইউনান প্ৰদেশৰপৰা ওপৰত উল্লেখ কৰা বাটেদি গৈছিল। ইউনান প্ৰদেশৰ লগতো ভাৰতৰ নানাভাৱে সংযোগ ঘটিছিল। পিচৰ যুগত এই দেশক ভাৰতৰ মানুহে বিদেহ ৰাজ্য নাম দিছিল। হিউয়েন চাঙৰ ভ্ৰমণ বৃত্তান্ততো অসম-চীন সংযোগ পথৰ উল্লেখ আছে। এই পথ হিউয়েন চাঙৰ সময়ত দুৰ্গম আৰু নানা বন্য জন্তুৰে সমাকীৰ্ণ আছিল। অসমৰপৰা এই বাটেদি চীনলৈ আহোঁতে প্ৰায় দুমাহ সময় লাগিছিল। চীনৰ লগত যে অসমৰ ঘনিষ্ঠ সম্বন্ধ আছিল সেই কথা অন্য এটি ঘটনাৰপৰা জানিব পাৰি। ভাস্কৰবৰ্ম্মাৰ ৰাজ-সভাত পৰিব্ৰাজক হিউয়েন চাঙে নিতৌ এটি গীত গোৱা শুনিছিল। সেই গীতটিত চীনৰ এজন ৰাজকোঁৱৰৰ বিজয় কাহিনী বৰ্ণোৱা হৈছিল। গীতৰ ঘটনাৰ সময় ৬১৯ খৃষ্টাব্দ হিউয়েন চাঙ কামৰূপলৈ অহাৰ সময় আনুমানিক ৬৩৮ খৃষ্টাব্দ। এইটো মন কৰিব লগীয়া যে ১৯ বছৰৰ ভিতৰতে চীনত ঘটা ঘটনা এটাৰ সম্বন্ধে অসমত গীত ৰচনা হৈছিল, সেই গীত সৰবৰহী হৈ ৰাজ-সভাত গোৱাও হৈছিল। নৱৰ শতিকাৰ চীন পৰিব্ৰাজক কিয়াতানে টংকিন চহৰৰপৰা কামৰূপলৈ অহা এটা বাটৰ সন্ধান দিছে। টংকিনৰপৰা কামৰূপ আৰু তাৰে পৰা কৰতোৱা নদী পাৰ হৈ এই পথ পুণ্ড্ৰবৰ্দ্ধনলৈ গৈছিল। তাৰ পৰা গঙ্গা পাৰ হৈ কজঙ্গলৰ মাজেদি মগধ ওলাইছিল। অসমৰ লগত মগধৰ এই জল-স্থল পথটোৱেই সংযোগ ঘটুৱাইছিল।

অসমৰপৰা যে তিব্বতলৈ বাট আছিল সেই কথা তবকৎ-ই-নাচিৰি গ্ৰন্থত উল্লিখিত আৰু কানাই বৰশী শিলত ইংগিত থকা মহম্মদ বক্তিয়াৰৰ আক্ৰমণৰ পৰা জনা যায়। তিব্বতৰ কৰপত্তন নামৰ বজাৰৰপৰা কামৰূপৰ মাজেদি বঙ্গৰ লক্ষণাৱতী চহৰলৈ ঘোঁৰাৰে যাতায়াত কৰা হৈছিল। কৰপত্তনলৈ যাওঁতে বৰ্ত্তমান উত্তৰ গুৱাহাটীৰ কাষৰ শিলসাঁকো পাৰ হৈ যাব লাগিছিল। শিল-সাঁকোৰ পৰা কৰপত্তনলৈ ১৬ দিনৰ বাট আছিল। বৌদ্ধধৰ্ম্মৰ সহজীয়া পন্থৰ সিদ্ধাচাৰ্য্য মীননাথে অসমৰপৰা তিব্বতলৈ ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ এনে বাটে যোৱা তথ্যও বৰ্ত্তমান প্ৰকাশ পাইছে। ব্ৰহ্মদেশৰ লগত থকা যোগাযোগৰ পথৰ বিষয়ে মানৰ আক্ৰমণেই প্ৰমাণ কৰে।

# ২। অষ্ট্রিক-ভাষী

সংযোগত পথৰ সুবিধাৰ হেতু প্ৰাচীন কালৰপৰাই বিভিন্ন সময়ত দলে দলে নানা ফৈদৰ জনজাতিলোক অসমলৈ আহিছিল। এওঁলোকৰ ভিতৰত অষ্ট্ৰিক-ভাষী সকলেই প্ৰাচীনতম। ভাষা-তত্ত্ববিদসকলে অষ্ট্ৰিক-ভাষীসকলক অষ্ট্ৰনেছিয়ান আৰু অষ্ট্ৰো-এছিয়াটিক—এই দুই ভাগত ভগাইছে। অষ্ট্ৰো-এছিয়াটিকৰ ভিতৰত আকৌ তিনি শাখা। মনখমেৰ (মনখেৰ নিকোবৰ), খাছীয়া, কোল-মুণ্ডা (চাওতাল মুণ্ডাৰী, হো)। অষ্ট্ৰিক-ভাষীসকল খৃষ্ট-পূৰ্ব্ব দুহেজাৰ বছৰৰ পূৰ্ব্বে হোৱাংহো আৰু ইয়াং-চিকিয়াং নদীৰ পাৰৰ পৰা দক্ষিণ চীন ব্ৰহ্ম অসম, ইন্দোচীন আদিলৈ সিচঁৰতি হৈ পৰে। ভাৰতত ঘাইকৈ গঙ্গা নদী আৰু ব্ৰহ্মপুত্ৰৰ পাৰত অষ্ট্ৰিক-ভাষীসকলে বাস কৰে। ডঃ সুনীতিকুমাৰ চট্টোপাধ্যায়ে নদী বাচক গঙ্গা শব্দটো অষ্ট্ৰিকৰ পৰা উদ্ভূত বুলিছে। পছিলুস্কি, ব্লক, চিলভাঁ লেভী, ষ্টেন কনো, প্ৰবোধচন্দ্ৰ বাগচী, সুনীতিকুমাৰ চট্টোপাধ্যায় বাণীকান্ত কাকতি আদি পণ্ডিতে সংস্কৃত ভাষাত অষ্ট্ৰিক ভাষাৰ কি দান সেই বিষয়ে আলোচনা কৰিছে। এই প্ৰবন্ধত তেওঁ-লোকৰ গৱেষণাৰ ফলসমূহকে জুকিওৱা হৈছে।

অষ্ট্ৰিক-ভাষীসকল ঘাইকৈ পৰ্ব্বতত বাস কৰিছিল। অসমীয়া ভাষাত পৰ্ব্বত বুজোৱা আৰু পৰ্ব্বতৰ লগত সম্বন্ধ থকা পাহাৰ, টিলা, টিং, মৈদাম, টিপ শব্দসমূহেই এই কথা প্ৰমাণ কৰে, কিয়নো এই শব্দসমূহ অষ্ট্ৰিকৰ পৰা অহা। ডক্টৰ কাকতিয়ে প্ৰাগজ্যোতিষ (পাহাৰীয়া ঠাই), হাবুংপেশ্বৰ (পৰ্ব্বতৰে ঢাক খাই থকা) কামৰূপ-কামাখ্যা (পাহাৰত থকা ঠাই, শ্মশানৰ লগত সম্বন্ধ) তেজপুৰ (সাপৰ ঠাই) আদি নাম মূলতে অষ্ট্ৰিক বুলি বিচাৰ বিশ্লেষণ কৰি দেখুৱাইছে। স্থান নিৰ্দ্দেশক—ত-তে,-তেক-তিৰা,-তোক অষ্ট্ৰিক প্ৰত্যয়াংশৰে অসমৰ বহু ঠাইৰ নামকৰণ হৈছে। যেনে—চমতা, বকতা, ধৰমতুল (তুল পাহাৰ)। ব্ৰহ্মপুত্ৰৰ অন্যতম নাম লুইত ডঃ কাকতিৰ মতে লাও-তু শব্দৰপৰা উৎপত্তি হৈছে। পানী বুজোৱা—হো-হোং,-ওং,-ঙৈ,-তিহু দু- আদি প্ৰত্যয়ৰে অসমৰ বহুতো নদীৰ নাম হৈছে। যেনে—তিহু, ডিপাম, তিয়ক, দিহাং, দি-বং, বদতি, তিৰাপ ইত্যাদি। অসম আৰু বঙ্গদেশত 'কুৰি' (একুৰি, দুকুৰি ইত্যাদি) হিচাপে বস্তুগণনাৰ যি ৰীতি আছে, সেই ৰীতি আৰু সংখ্যাবাচক 'কুৰি' শব্দ উভয়ে অষ্ট্ৰিকৰ। এই 'কুৰি' সংখ্যাটো মানৱ দেহৰ কুৰিটা আঙুলিৰ সংখ্যাৰ পৰা উদ্ভৱ হৈছে। কুৰিৰ লগতে 'গোণ' আৰু গণ্ডা হিচাপে গণনা কৰাৰ নিয়মো অষ্ট্ৰিকৰ পৰা পোৱা হৈছে। মুঠেন (কিলাকুঠিৰ পৰা মুঠিলৈকে) হিচাপে দীৰ্ঘতাৰ জোখ অষ্ট্ৰিকৰ প্ৰথা।

পূৰ্বৰ্ণি কালৰপৰাই গাওঁ আৰু গ্ৰাম্য-সভ্যতাই অসমত প্ৰাধান্য লাভ আহিছে। ভাস্কৰবৰ্ম্মা আদি প্ৰতাপশালী ভৌম ৰজাসকলৰ দিনতো অসমৰ নগৰ আঙুলিৰ মূৰত লেখিব পৰা হৈ আছিল। গাৰ'লীয়া সভ্যতাৰ লগত কৃষি-জীৱনৰ বিশেষ সম্বন্ধ। অসমৰ কৃষি সভ্যতাৰ মূলতে হৈছে অষ্ট্ৰিক-ভাষীসকল। পাছিলুস্কিয়ে নাঙ্গল শব্দটো অষ্ট্ৰিকৰপৰা পোৱা বুলি কৈছে। বৰ্ত্তমান অসমৰ জনজাতিয়ে ঝুম খেতি কৰা প্ৰথা অষ্ট্ৰিকৰ দান। ঝুম খেতি কৰোঁতে পূৰ্ব্বে জোঙগা মূখৰ কাঠৰ লাঠী ব্যৱহাৰ কৰিছিল। তাৰ নাম আছিল 'লক্', সেই শব্দই সংস্কৃতত নাঙ্গল হৈছে। খাছীয়া ভাষাত ই এতিয়াও ক লিংকাৰ। কাৰ্কীতৰ মতে জহা ধান অষ্ট্ৰিকৰপৰা আহিছে। ধানৰ বাহিৰেও অষ্ট্ৰিকসকলে কল, বেঙেনা, লাও, তামোল, নাৰিকল, হালধি, শৃঙ্গাবেৰৰ (আদা) খেতি কৰিছিল। কিয়নো এই বস্তু বুজোৱা শব্দবোৰ অষ্ট্ৰিকৰ। ইন্দো-ইউৰোপীয়-ভাষীৰ মাজত তামোলৰ ব্যৱহাৰ নাই। তামোলৰ লগত ইন্দোচীন লোকৰহে সম্পৰ্ক আৰু ইয়াৰ লগত অষ্ট্ৰিকসভ্যতা ওতঃপ্ৰোতভাৱে জড়িত আছে। অসমীয়া বিহুগীতত তামোলৰ মোল নুবুজা জনক ইতিকিং কৰা হৈছে—

'তামোলৰ আমোলে মোলে ঐ নাচনী
তামোলৰ আমোল মোল,
ক'ৰপৰা পালাহি দেৱা চালি খোৱাটো
তামোলৰ নেজান মোল।'

অসমৰ দেশৰ জনজাতিসকলৰ মাজতো তামোলৰ বিশেষ প্ৰচলন আছে। উৎসৱ অনুষ্ঠানত তামোল নহলে নচলে। তামোলৰ প্ৰসঙ্গত বিয়াৰ সময়ত কন্যাৰ ঘৰলৈ ঠোক-তামোলৰ ভাৰ নিয়া, দৰা কন্যাৰ মাজত তামোলৰ-কটাৰী সলোৱা, গুৰুৰ ঘৰলৈ গুৱা-পাণ আগ বঢ়োৱা আদি অনুষ্ঠান বিশেষ লক্ষ্য কৰিবলগীয়া। বন্ধুত্ব আৰু প্ৰেম-প্ৰীতিও তামোল-পাণৰ মাজেদিয়েই হয়। বিহুগীতত আছে—

'কিনো তামোলখনি দিলা মোৰ মইনা
অতি চেনেহৰে খালো
সেইনো তামোলখনি খাবৰে পৰা
তোমাৰ লগত চিনাকি হলো।'

তামোল খোৱাৰ লগত নানা আচাৰ-ব্যৱহাৰ গঢ়ি উঠিছে। ভাত খাই তামোলেৰে মুহুদি নেমাৰিলে মুখ-শুদ্ধি নহয়। যাৰে তাৰে হাতৰ কটা তামোল খালে জাত যোৱাৰ ভয়—

'তোমাৰ কটা তামোল নেখাওঁ ঐ লাহৰি
আমাৰে যাবিৰ কুল।'

তামোলৰ ওপৰত নিৰ্ভৰ কৰি অসমীয়া বৈষ্ণৱ সম্প্ৰদায়ৰ মাজত তামোল নোখোৱা পন্থীও গঢ় উঠিছে। অসমৰ খাছীসকলৰ মাজতো তামোল-সম্বন্ধীয় বহুত আচাৰ নীতি আছে। সংকাৰ কৰাৰ সময়ত মৰাশৰ ওপৰত তামোল পাণ থৈ কয়—'বিদায়, দেৱতাৰ ঘৰত গৈ তামোল পাণ খোৱা গৈ।' পাছিলুস্কিয়ে তামোল শব্দটো 'বল' বা 'বোল' শব্দৰ লগত পূৰ্ব্ব প্ৰত্যয় 'তম বা তাম' যোগ হৈ হোৱা বুলি বিবেচনা কৰিছে। তামোলৰ লগত সম্বন্ধ থকা 'মুৰিৱা (To roll up) শব্দটোও তেওঁৰ মতে অষ্ট্ৰিকৰ পৰা অহা। বিভিন্ন অষ্ট্ৰিক-ভাষীৰ মাজত তামোল শব্দটো বলু, প্লুৱ, বলউ, মলু অ, ম্লুপলু আদি ৰূপত পোৱা গৈছে। পিছৰ যুগত সংস্কৃত ভাষাত এইবোৰৰ পৰাই তাম্বুলম্ শব্দ গঢ় উঠিল। অন্য এটি মন কৰিবলগীয়া কথা যে হিন্দুৰ ধৰ্ম্ম-কাৰ্য্যত তামোলৰ ব্যৱহাৰৰ প্ৰথম উল্লেখ কালিকা-পুৰাণত আছে। এই পুথি অসমত ৰচিত বুলি অনুমান কৰিবৰ স্থল আছে। অসমীয়া মন্ত্ৰৰ সাধনত আজিও তামোল-পাণ প্ৰয়োগ কৰা হয়।

সৰিয়হ খেতি আৰু সৰিয়হ তেলৰ ব্যৱহাৰো অষ্ট্ৰিক-ভাষীসকলে জানিছিল। লাওপানী তেওঁলোকৰ প্ৰিয় বস্তু। সংস্কৃত 'কৰ্পাস' শব্দটো অষ্ট্ৰিকৰ দান বুলি বিশ্বাস। কোপইহ, কৰচ, কোপচ, কপহ—এনেবোৰ শব্দৰ পৰা 'কৰ্পাস' শব্দ হৈছে। ইয়াৰ পৰা বুজা যায় কপাহৰ খেতি আৰু কপাহৰ সূতাকটা প্ৰথা অষ্ট্ৰিকৰ দান। অসমৰ জনজাতিৰ মাজত তাঁতশালৰ যি বহুল প্ৰচাৰ তাৰ মূলতে এই অষ্ট্ৰিক প্ৰভাৱ। সম্ভৱতঃ চীন দেশৰ পৰাই তাঁতবোৱা প্ৰথা অসমলৈ আহে, লগতে পাট আৰু মুগা (মুণ্ডাৰী ভাষাত মুগা অৰ্থ মুক্তা) শিল্পও তেওঁলোকে আনে। আঁচুসূতা, কিংখাপ অষ্ট্ৰিকৰ দান।

খেতি-বাতিৰ বাহিৰেও অষ্ট্ৰিক-ভাষীসকলে চিকাৰ আৰু পশু-পক্ষী পালন কৰি জীৱন নিৰ্ব্বাহ কৰিছিল। অষ্ট্ৰিক-ভাষীসকলেই প্ৰথমে কুকুৰা পোহ মনায়, ব্ৰহ্মপুত্ৰৰ পাৰত হাতীক ঘৰচীয়া কৰে। 'হস্ত্যায়ুৰ্ব্বেদ' নামৰ পুথিত পালকাপ্য মুনিৰ উল্লেখ আছে, তেওঁ হাতীৰ জাক এটা পুহিছিল। এই হাতীবোৰ অঙ্গদেশৰ ৰজা লোমপাদে ধৰাই নিছিল। কিন্তু সেই হাতী-বোৰে ৰজাৰ ঘৰত কোনো আহাৰত মুখ নিদিলে, পিছে পালকাপ্য মুনিয়ে নিজে গৈ সেই হাতীবোৰৰ মন ভাল লগালে। ডঃ বাগচীৰ মতে 'পালকাপ্য' নামটো অনাৰ্য্য, সম্ভৱতঃ অষ্ট্ৰিকৰ পৰা উদ্ভৱ। গজ, মাতঙ্গ, হাতী এই শব্দবোৰ অষ্ট্ৰিকৰ। অষ্ট্ৰিকসকলে চিকাৰ কৰা অন্য জন্তুৰ ভিতৰত গণ্ডাৰ, মেখোন, ভুৰা (শাহবি), কেৰ্কেটুৱা, জহামাল, হেপা, কুকুৰনেচীয়া, ঢেকীয়া-পতীয়া, লতা-ম্ৰাকৰি, লতা-কুটুকী নাহৰ-কুটুকী, বাং কুকুৰ, টিয়া, কাম আৰু কপৌ প্ৰধান। এই আটাইবোৰ অষ্ট্ৰিক ভাষাৰ শব্দ। কোৰোঁ, কুমজেলেকুৱা, তেজপিয়া, চিকৰা, উঁই আদিও অষ্ট্ৰিকভাষীয়ে দিয়া নাম। তেওঁলোকে কুকুৰাক

ঘৰচীয়া কৰিছিল আৰু পূজাও কৰিছিল। খাছীয়াসকলে এতিয়াও সকলো মংগল আৰু শুভ-কাৰ্য্যৰ পূৰ্ব্বে কুকুৰা বলি দিয়ে। কুকুৰাক তেওঁলোকে দেৱদূত বুলি মান্য কৰে।

চিকাৰৰ সঁজুলি বাণ ধনু নিচান, বাটুল-গুটি মূলতে অষ্ট্ৰিক। ধনু-কাঁড় মৰা বিদ্যাত খাছীয়াসকলৰ এতিয়াও যশস্যা আছে। তেওঁলোকৰ মাজত এই বিষয়ে বছৰে বছৰে প্ৰতিযোগিতাও হয়। বিভিন্ন প্ৰকাৰৰ দা অষ্ট্ৰিক-সকলৰ চিকাৰৰ অন্যতম সম্বল আছিল। অসমৰ জনজাতিৰ মাজত যিমান দা আছে পৃথিবীৰ অন্য জাতিৰ মাজত তাৰ তুলনা নাই। জুটি পাতি চৰাই ধৰাৰ প্ৰণালীও অষ্ট্ৰিকৰ।

যান-বাহনৰ কাৰণে অষ্ট্ৰিকসকলে ঘাইকৈ গোট কাঠৰ নাও ব্যৱহাৰ কৰি-ছিল। গছৰ মাজ ডোখৰ জুইদি পুৰি গোট কাঠৰ নাও সজা প্ৰথা আমাৰ দেশত এতিয়াও আছে। ভুৰ, ভেলা ডিঙ্গা আদি পানীত চলোৱা বিভিন্ন বাহন অষ্ট্ৰিক-ভাষীযেই প্ৰথমে উলিযাইছিল বুলি অনুমান কৰা হয। পানীৰ লগত সম্বন্ধ থকা শব্দ নাদোৰ আৰু উটা (to float) অষ্ট্ৰিকৰ পৰা আহিছে। হোলোঙ্গাৰে কান্ধত বস্তু কঢ়িওৱা তেওঁলোকে উলিওৱা নিযম। অষ্ট্ৰিকসকলে বাঁহৰ ব্যৱহাৰ কৰিছিল। অসমীযাত প্ৰচলিত বাঁহৰ লগত সম্বন্ধ থকা শব্দ-সমূহে সেই কথা সূচায়। যেনে—কঁটাল (বাঁহ কটাল) জঁপা, জেং টোপা (পাচি) টোকোন, বাও (খৰাহি পাচিৰ)।

অসমীয়া সামাজিক আৰু ধাৰ্ম্মিক জীৱনতো অষ্ট্ৰিকৰ দান নগণ্য নহয়। অসমীয়া খেল-ধেমালিৰ ভিতৰত লুটাম ঘুৰোৱা আৰু ধোপ খেল অষ্ট্ৰিকৰ-পৰা যে আহিছে সি ঠিক। ডঃ কাকতিৰ মতে কায়স্থ' শব্দটো অষ্ট্ৰিকৰ সংস্কৃতীযা ৰূপ তাৰ অৰ্থ হৈছে লিখা। গতিকে লিপি প্ৰথা তেওঁলোকৰ জনা আছিল বুলি কব পাৰি।

ডঃ কাকতিয়ে অনুমান কৰে যে মাতৃ পূজা—যি পিচৰ যুগত কামাখ্যা-মাতৃৰ পূজাত পৰিণত হ'ল,—সিও মাতৃতন্ত্ৰ-প্ৰধান অষ্ট্ৰিক সমাজত হে আদিতে প্ৰচলিত আছিল। তাম্ৰেশ্বৰীও সম্ভৱতঃ তেওঁলোকৰে দেৱী। লিঙ্গ শব্দটোও তেওঁলোকৰে দান লিঙ্গ পূজা তেওঁলোকৰ মাজত প্ৰচলিত আছিল বুলি অনুমান কৰিবৰ যথেষ্ট কাৰণ আছে। পাছিলুস্কিয়ে লিখিছে—

"The phallic cults, of which we know the importance in the ancient religions of Indo-China, are generally considered to have been derived from Indian Saivism. It is more probable that the Aryans have borrowed from the aborigins of India the cult of *linga* as well as the name of idol"

বঙ্গদেশত আৰু অসমৰো মঙ্গলদৈ আদি অঞ্চলত ধৰ্ম্ম-পূজাৰ চলতি আছে সি মূলতে অষ্ট্ৰিকৰ কাছ-পূজা। মহামহোপাধ্যায় পণ্ডিত হৰপ্ৰসাদ শাস্ত্ৰীয়ে এই পূজাৰ লগত বৌদ্ধ ধৰ্ম্মৰ সম্বন্ধ আছে বুলি কৈছিল, কিন্তু বৰ্ত্তমান ডঃ চট্টোপাধ্যায আৰু ডঃ কাকতিয়ে ভাষাতত্ত্বৰ ফালৰপৰা আৰু এই পূজা-পদ্ধতিৰ বিশ্লেষণ কৰি ধৰ্ম্ম পূজাৰ উপৰোক্ত ব্যাখ্যা দিছে। সাপ পূজাও তেওঁলোকৰ মাজত প্ৰচলিত আছিল। খাছীয়া সকলৰ মাজত এতিয়াও উথলেন সাপৰ পূজা চলে। এই সাপ পূজাই মনসা পূজাত ৰূপান্তৰিত হোৱাৰ সম্ভাৱনা। চন্দ্ৰক লক্ষ্য কৰি তিথি গণনাৰ ৰীতি অষ্ট্ৰিকৰপৰা আহিছে।

পাহাৰ পৰ্ব্বত গছ-গছনিৰ পূজাও ভালেখিনি অষ্ট্ৰিকৰপৰা আহিছে। আৰ্য্যসকলে আদিতে শিলক পৱিত্ৰ জ্ঞান নকৰিছিল, অগ্নিহে আৰ্য্যৰ পূজনীয় আছিল। আৰ্য্য পূৰ্ব্বোক্ত জাতিৰ সংসৰ্গত আহি অনাৰ্য্যসকলে পিচত শিলকো পৱিত্ৰ বুলি মান্য কৰা হল। কিন্তু অগ্নিতকৈ শিলৰ মহত্ত্ব যে কম সেই কথা মৰাশ থৰি দি আহি প্ৰথমে অগ্নিত হাত ভৰি সেকি পিছত শিলত ভৰি থোৱা আচাৰৰ পৰাই বুজিব পাৰি। সন্তান জন্মৰ পিছত ঘৰৰ বাজ হোৱা অনুষ্ঠানত শিশুক সবল আৰু কাৰ্য্যক্ষম কৰিবৰ উদ্দেশ্যেৰে শিলত থুন্দিওৱা হয়। ন ধানৰ পতান কমাবলৈ পতান ধানৰ লগত শিল গুটি এটা থৈ আমাৰ দেশত এতিয়াও পতানী দেৱীক পূজা কৰা হয়। বিবাহ অনুষ্ঠানতো শিলগুটিৰ প্ৰয়োজন আছে। তামিল সকলৰ বিবাহত সপ্তপদীৰ পিছতে অশ্নাৰোহনম অৰ্থাৎ শিলত উঠাৰ নিয়ম আছে। প্ৰাচীন কালত শিলত বহি শপথ গ্ৰহণ কৰাৰ উল্লেখ অসমীয়া মহাভাৰততো আছে। ভীষ্মই সত্যৱতীৰ পিতৃৰ আগত সিংহাসনৰ নিমিত্তে ভৱিষ্যতে ভায়েকহঁতৰ লগত বিবাদ নকৰিবৰ বুলি শিলত বহি প্ৰতিজ্ঞা কৰিছিল। শিলৰ লগত সম্বন্ধ থকা এই প্ৰথাবোৰ প্ৰাচীন জাতিৰপৰা হিন্দু ধৰ্ম্মত প্ৰৱেশ লভিছে বুলি অনুমান হয়। পূজা (পুষ্প-কৰ্ম্মাণি) শব্দটো যদিও দ্ৰাবিড়ীয় তথাপি পূজাৰ ব্যৱস্থাত অষ্ট্ৰিকৰ কিছু দান আছে। পূজাত ব্যৱহৃত হোৱা ফল-ফুল, কল-তামোলৰ লগত অষ্ট্ৰিক-ভাষীৰ গ্ৰাম্য জীৱনৰ বিশেষ সম্বন্ধ আছে বুলি পূৰ্ব্বে কোৱা হৈছে। শুভ আৰু মাঙ্গলিক কাৰ্য্যত সেন্দুৰ আৰু হালধিৰ প্ৰয়োগ মূলতে অষ্ট্ৰিকৰ আচাৰ আছিল। বৰ্ত্তমান আমি জন্ম, বিবাহ, মৃত্যু —সকলোতে হালধিৰে গা ধোওঁ বিগ্ৰহত নাইবা পৱিত্ৰ জ্ঞান কৰা গছ-পাথৰত সেন্দুৰ সানো। তিৰোতাই শিৰত সেন্দুৰ লয়। সেন্দুৰ সিন্ধু দেশৰ পৰা অহা বুলি ভবা অমূলক, ই কেৱল লোক-ব্যুৎপত্তিৰ (Folk etymology) ফলত হৈছে। অষ্ট্ৰিক-ভাষীসকলে দেৱতাৰ সমুখত বলি দিয়া পশুৰে তেজ কপালত ঘঁহিছিল, তাৰে উন্নতিকৰণত সেন্দুৰ ব্যৱহাৰ প্ৰথাৰ উৎপত্তি হল। সেন্দুৰ যে আৰ্য্য সংস্কৃতিৰ বস্তু নহয়, সেই কথা নাগগৰ্ভ, নাগসম্ভৱ আদি

সেন্দুৰৰ বিভিন্ন প্ৰতিশব্দৰপৰাই জানিব পাৰি। কণীক পবিত্ৰ আৰু প্ৰজননৰ প্ৰতীক বুলি গণ্য কৰাৰ গুৰিতে অষ্ট্ৰিকসকল। সন্তান হবৰ কাৰণে এতিয়াও বিয়াৰ বেইৰ তলত কণী পোতা হয়, শস্য বৃদ্ধিৰ কাৰণে বহাগৰ বিহুৰ সময়ত কণী যুঁজোৱা হয়। হিন্দু ধৰ্মত মৃতকৰ উদ্দেশ্যে পিণ্ড দানৰ যি বিধি-ব্যৱস্থা আছে সিও অষ্ট্ৰিকৰপৰা অহা বুলি কোনো কোনো পণ্ডিতে অনুমান কৰে। অষ্ট্ৰিকৰ লগত সম্বন্ধ থকা নানা জনজাতিয়ে মৃতকৰ উদ্দেশ্যে আজিও টোপোলা (অষ্ট্ৰিক শব্দ) বান্ধি খোৱা-বস্তু উচৰ্গা কৰে। মৃতকৰ সংকাৰ কৰা স্থানত থিয়ৈ শিল পোতা অষ্ট্ৰিকসকলৰ ডাঙৰ অনুষ্ঠান। খাছীয়া আৰু অষ্ট্ৰিকৰ প্ৰভাৱত পৰি তিব্বত-বৰ্ম্মী-ভাষীসকলৰ মাজতো এই প্ৰথাই বিশেষ প্ৰাধান্য লভিছিল। তাৰে অনুকৰণত অসমীয়া হিন্দুৱে বাঁহ বা জেং এডালকে পোতে।

ভূত, প্ৰেত, ডাইনী, যখিনী, দেও, বীৰা সম্বন্ধীয়া অপদেৱতাত বিশ্বাস আৰু তেওঁলোকৰ পূজাৰ প্ৰচলন অষ্ট্ৰিকসকলৰ মাজত আছিল। অষ্ট্ৰিক-ভাষীৰ একে পৰিয়ালৰ পলিনেচিয়া মেলানেচিয়া জনজাতিৰ মাজত এই বিশ্বাস-সমূহ এতিয়াও জীৱিত।

পাহাৰত বাস কৰা হেতু অষ্ট্ৰিক-ভাষী সকল শকত ঘুটমুটীয়া মানুহ আছিল। আতা, আৰু বোপাই, আই ককাই, বাই, বেটীৰে সৈতে তেওঁলোকে একে ঘৰ হৈ বাস কৰিছিল (এই আটাইবোৰ অষ্ট্ৰিক শব্দ)। গেবাৰি—অৰ্থাৎ আনৰ কাম কৰি দিয়া প্ৰথাও তেওঁলোকৰ মাজত আছিল। গেবাৰি খাটি তেওঁলোকে ঘৈণী ঘটিছিল। এয়ে Marriage by service, এই বিবাহ প্ৰথা এতিয়া অসমৰ কোনো কোনো সমাজত আছে। তেওঁলোকে লেপেটা কাঢ়ি বহিছিল উবুৰি হৈ শুইছিল, ঘৰ-চোতাল পৰিষ্কাৰ কৰিবলৈ সোতা আৰু বুটী বাঢ়নী ব্যৱহাৰ কৰিছিল। আজিৰ অসমীয়া মানুহৰ দৰে কথা-বতৰা হওঁতে 'এবা' হোনা শব্দৰে শলাগিছিল। অষ্ট্ৰিক-ভাষীসকল কল্পনা-বিলাসী আৰু কামুক আছিল। নৰ-নাৰীৰ গুপ্ত অঙ্গ বুজোৱা অসমীয়া শব্দসমূহ তেওঁলোকৰ পৰাই পোৱা গৈছে। চেলাউৰি কাৰ্বালিত, গোবোহা (ভৰিৰ), কোঙ্গা, টেলেকা, চেলেপু চফল আদি শৰীৰ অঙ্গ বুজুৱা অথবা তাৰ লগত সম্বন্ধ থকা শব্দ অষ্ট্ৰিক-ভাষীৰ। থং হাতীপটি আদি শব্দৰ পৰা তেওঁলোকৰ মনৰ গঠন, বুদ্ধি-বৃত্তি, জ্ঞানৰ পৰিসৰ সম্বন্ধে অনুমান কৰিব পাৰি।

সুকুমাৰ শিল্পত অষ্ট্ৰিকসকলৰ লেখত লবলগীয়া দান হ'ল নৃত্য-গীত। খাছীয়া আৰু চাওতালী সকলৰ দৈনন্দিন জীৱন নাচ-গানেৰে মনোৰম। অসমীয়া বৈষ্ণৱ পদত পোৱা 'জুনা' অষ্ট্ৰিকৰ।

অসমীয়া ভাষাত ব্যৱহৃত হোৱা ভালেমান শব্দ অষ্ট্ৰিকৰপৰা আহিছে। সেই সকলোবোৰৰ উল্লেখ ইয়াত সম্ভৱ নহয়।

# ৩। দ্ৰাবিড়-ভাষীৰ দান

অষ্ট্ৰিক-ভাষীৰ পিছত অসমলৈ কোন ভাষী লোক আহিছিল তাৰ সঠিক বিৱৰণ দিব নোৱাৰি। দ্ৰাবিড়সকল ব্ৰহ্মপুত্ৰ উপত্যকা পাইছিলহি নে নাই, সিও পণ্ডিতসকলৰ মাজত তৰ্কৰ বিষয় হৈ আছে। বঙ্গদেশৰ কোচসকলৰ লগত দ্ৰাবিড়ৰ সংমিশ্ৰণ হৈছিল বুলি ৰিজলিয়ে কৈছে। তেওঁ অসমৰ কোচৰ ওপৰত তেনে প্ৰভাৱ পৰা নাই বুলি নিৰ্ণয় কৰিছে। দ্ৰাবিড়সকল অসমলৈ নাহিলেও পৰোক্ষভাৱে তেওঁলোকৰ সভ্যতাৰ প্ৰভাৱ কিছু পৰিমাণে অসমৰ ওপৰত পড়িছে।

দ্ৰাবিড়-ভাষীয়েই ভাৰতবৰ্ষত নগৰ সভ্যতাৰ পত্তন কৰে। হাৰাপ্পা আৰু মহেঞ্জোদাৰোৰ খনন কাৰ্য্যই এই কথা প্ৰমাণ কৰিছে। সংস্কৃত ভাষাত—গুৰ, পুৰ, কুট আদি নগৰ নিৰ্দ্দেশক যিবোৰ শব্দ আছে, সেই সমূহ দ্ৰাবিড়ৰ পৰা অহা বুলি প্ৰমাণিত হৈছে। তদুপৰি স্থান, জলাভক ভূমি বুজোৱা জুলি (ঢেকিয়াজুলি), গুৰি, ভিটা আদি দ্ৰাবিড়ৰপৰা অহা বুলি ডঃ চট্টোপাধ্যায়ৰ মত। হিন্দুসকলৰ ধৰ্ম্মত হোম আৰু পূজাই অধিক ঠাই আগুৰি আছে। হোমৰ লগত যাগ-যজ্ঞ আৰু অগ্নিৰ সম্বন্ধ। এই ভাগটো আৰ্য্যসকলৰ নিজা। পূজাটো পিছৰ যুগত আৰ্য্যপূৰ্ব্বসকলৰপৰা ধাৰ কৰা হৈছে। পূজা শব্দ দ্ৰাবিড়, পু (ফুল) আৰু চেয় (কৰা)—এই দুই শব্দৰ পৰা হৈছে, তাৰ অৰ্থ পুষ্পকৰ্ম্ম। পূজাত ফল-মূল-উপকৰণ, উপাচাৰৰ প্ৰয়োজন অধিক। পণ্ডিত-সকলৰ মতে শিৱ পূজাৰো মূল দ্ৰাবিড়। তামিল ভাষাত 'শিৱন্' অৰ্থই লোহিত বুজায়। সেইদৰে শম্ভু শব্দটোও দ্ৰাবিড়ৰ পৰা অহা। ইয়াৰপৰা শিৱৰ কল্পনা আৰু শিৱ পূজা যে দ্ৰাবিড়ৰ সেই কথা ধৰিব পাৰি। পূৰ্বণি অসমত শৈৱ ধৰ্ম্মৰ বিশেষ প্ৰচলন আছিল। পিছৰ যুগৰ ভৌম'ৰজাসকল যে শৈৱধৰ্ম্মী আছিল সেই কথা তেওঁলোকৰ তামৰ অনুশাসন সমূহেই প্ৰমাণ কৰিছে। নৰকৰ আগমনৰ পূৰ্ব্বে অসমদেশত শিৱ পূজাই চলিছিল, নৰকে চেষ্টা কৰিও সেই ধৰ্ম্ম ধ্বংস কৰিব নোৱাৰিলে। শৈৱধৰ্ম্ম কিৰাতসকলৰ ধৰ্ম্ম আছিল। কিৰাতসকল যে অনাৰ্য্যৰ পূৰ্ব্বলোক সেই কথা পূৰ্ব্বে উল্লেখ কৰা হৈছে। সম্ভৱতঃ আদিবাসীসকলে এই ধৰ্ম্ম দ্ৰাবিড়ৰ সংসৰ্গত আহি লাভ কৰিছিল। শিৱৰ লগত সম্বন্ধ থকা প্ৰধান দেৱতা হল গণেশ আৰু কাৰ্ত্তিক। এই দুই দেৱতাৰ পূজা অসমৰ ঠায়ে ঠায়ে হয়। গণেশ বা

বিঘ্নেশ্বৰৰ মূৰ্ত্তি অসমৰ ভালেমান ঠাইত পোৱা গৈছে, সেই মূৰ্ত্তিক এতিয়াও পূজা-অৰ্চ্চনা কৰা হয়। এই দুয়ো দেৱতাৰ পূজা উত্তৰ ভাৰতলৈ দক্ষিণৰ-পৰা আহিছে বুলি পণ্ডিতসকলে অনুমান কৰে। কোনো কোনোৱে মাৰৈ পূজাও দ্ৰাবিড়ৰ 'মাণ্ডমা'ৰ ৰূপান্তৰ বুলি ভাবে।

ভক্তিৰ উৎপত্তি দ্ৰাবিড় দেশত। সেইকাৰণেই পৰোক্ষভাৱে অসমীয়া বৈষ্ণৱ ধৰ্ম্মৰ ওপৰত ইয়াৰ প্ৰভাৱ পৰা স্বাভাৱিক। ডঃ কাকতিয়ে শঙ্কৰদেৱৰ এক শৰণ ধৰ্ম্ম আৰু 'কেৰলীয়া' সম্প্ৰদায়ৰ লগত ৰামানুজৰ ধৰ্ম্মমত আৰু তেওঁৰ সম্প্ৰদায়ৰ সাদৃশ্য দেখুৱাইছে। এই প্ৰভাৱ অৱশ্যে মধ্যযুগীয়।

দ্ৰাবিড় ভাষাগোষ্ঠীৰপৰা সংস্কৃতলৈ বহু শব্দ আহিছে। তাৰে কিছুমান উত্তৰাধিকাৰী সূত্ৰত অসমীযা ভাষাও পাইছে। যেনে—অগুৰু, অনল, অলস, উলূখল, কল্ক, কটু, কঠিন, কাঞ্জিকা (কাঁজী-পানী), কানন, কুটি (ঘৰ), কুটিল, কুণ্ড, কুণ্ডল, কুন্দাল (কোৰ), কুন্তল, কুবলয়, কেতেক, কোটোৰা, কোণ, খল (মাহ মৰা খোলা), খল (দুষ্ট) গণ্ড (গাঁৰ), ঘূণ (ঘূণ-গুৰি), চেপেটা (চেপেটা-চকা), তাল (গজ) তূলা (কপাহ) নীৰ, পণ, পণ্ডিত, ময়ূৰ, মল্লিকা, মহিলা, মুকুট, মুৰজ (বাদ্যযন্ত্ৰ) বলয়, বল্লী, শৰ, হেৰম্ব (খই) ইত্যাদি।

## ৪। তিব্বত-বৰ্ম্মী-ভাষী

তিব্বত-বৰ্ম্মী সকল চীন দেশৰ দক্ষিণ অংশৰপৰা ব্ৰহ্মপুত্ৰ, ইৰাৱতী, চালুইন মেকং আদি নদীয়েদি অসম ব্ৰহ্ম ইন্দোচীন আদি দেশত সিঁচৰতি হয়। ব্ৰহ্মপুত্ৰ নদীৰ শাখা-প্ৰশাখাৰ যোগে তেওঁলোকে অসমৰ সৰ্ব্বত্ৰ বিয়পি পৰি ঠায়ে ঠায়ে সৰু সৰু ৰাষ্ট্ৰ নিৰ্ম্মাণ কৰিছিল। অসমত এতিয়াও এওঁ-লোকৰ সংখ্যাই সৰহ এওঁলোকৰ অধিকে নিজৰ ভাষা কৌতিয়াবাই এৰিলে। গ্ৰীয়াৰ্চন চাহাবে তিব্বত বৰ্ম্মী ভাষা-গোষ্ঠীক তিনি শাখাত ভাগ কৰিছে-তিব্বত (অ'কা ডফলা আবৰ মিৰি) উত্তৰ অসমৰ শাখা আৰু অসম-বৰ্ম্মী শাখা। অসম বৰ্ম্মী শাখাৰ ভিতৰত পৰিছে- বড়ো, নগা কুকি-চীন (মনিপুৰি) আদি ভাষী পৰিয়াল। বড়ো ভাষীৰ ভিতৰত কোচ, কছাৰী লালুং ডিমাচা, চুটীয়া মৰাণক ধৰা হৈছে।

নদীয়েদি সিঁচৰতি হৈছিল দেখি তিব্বত-বৰ্ম্মী-ভাষীসকলে খাইকৈ নদীৰ পাৰতে বাস কৰিছিল। অসমৰ প্ৰখ্যাত নদীসমূহৰ নামে সেই ইতিহাসকে সূচায়। পানী বুজোৱা বড়ো 'দি শব্দৰে গঠিত অসমৰ নদীৰ নাম হৈছে দিখৌ দিচাং দিহিং ভোগদৈ, মংগলদৈ ইত্যাদি। নদীৰ পাৰত বাস কৰা হেতু নদীৰ লগত সংযোগ থকা ভালেমান অসমীয়া বস্তুৰ নাম আৰু আচাৰ-ব্যৱহাৰ বড়োসকলৰপৰা অহা সম্ভৱ। তাৰে ভিতৰত মাছ খোৱা প্ৰথা প্ৰধানতম। আৰ্যসকলৰ মাছ খোৱা নিষেধ আছিল, উত্তৰ ভাৰতৰ ব্ৰাহ্মণসকলে এতিয়াও মাছ ঘিণায়। কিন্তু অসম আৰু বংগদেশত উচ্চবৰ্ণৰ ভিতৰতো অবিচাৰভাৱে মাছৰ প্ৰচলন আছে। অসমত বৈষ্ণৱ গুৰুসকলো মাছ পুঠী খোৱাত বাধা নাই। মহাপুৰুষে মাছ-পুঠীৰ সূচল ঠাইতহে সত্ৰ পাতিবলৈ নিৰ্দ্দেশ দিছিল। বড়োসকলে মাছ মৰাৰ বিবিধ সঁজুলি তৈয়াৰ কৰিছিল। খোকা, লামাথ, লাঙ্গি এইবোৰ বড়ো সকলেই উলিয়াইছিল। জাবৰ গোটোৱা জবকা (গাৰোৰ জকেৰক) বড়োৰ।

মাছৰ বাহিৰেও নানাবিধ জন্তুৰ মংগহ খোৱা অভ্যাসো বড়োৰ পৰা পোৱা হৈছে। যোগিনী-তন্ত্ৰমতে অসমত আমিষ এৰিবলৈ নিৰ্দ্দেশ দিয়া হৈছে—ন ত্যজোৎসামিষং। শাক-পাচালিৰ ভিতৰত লফা, ঢেকীয়াৰ বিশেষ প্ৰচলন আছিল। চাউলৰ পৰা জ, কটিকা, লাওপানী তৈয়াৰ কৰা হৈছিল। কানিৰ প্ৰচলনো তেওঁলোকৰ পৰাই হৈছে।

তিব্বত-বৰ্ম্মী সকলৰ সমাজ-ব্যৱস্থা কট্‌কটীয়া আছিল। বংশ-প্ৰীতি আছিল বৰ প্ৰবল পৰিয়ালৰ ভালেমান লোক একেটা ঘৰত থকা তেওঁলোকৰ নিয়ম। তেওঁলোকে চাং ঘৰত (Platform house) বাস কৰিছিল। প্ৰত্যেকটো দলে এখনি সুকীয়া গাৱঁত বাস কৰিছিল। গাওঁৰ চাৰিওপিনে 'বেৰ' বা 'হেংগাৰ' আছিল (দুয়োটা বড়ো শব্দ)। চাংগৰ তলত কুকুৰা গাহৰি পুহিছিল, কেতিয়াবা থকা ঘৰৰ ভিতৰতো জন্তু পুহিছিল।

বাঁহগছৰ লগত তিব্বত-বৰ্ম্মীৰ দৈনন্দিন জীৱনৰ বিশেষ সম্বন্ধ। সেই কাৰণেই কোনো কোনোৱে এওঁলোকৰ সভ্যতাক বাঁহ-সভ্যতা বুলি ইংগিত কৰে। বাঁহৰে ঘৰ-দুৱাৰ সাজে, বেৰা-চকোৱা দিয়ে, থৰাহি-পাচি সাজে, চিকাৰৰ সঁজুলি প্ৰস্তুত কৰে বস্তু সাঁচিবলৈ চুঙা কৰে, আনকি বাঁহৰ চুঙাত ভাত বান্ধি খোৱা হয়। চুঙা পিঠাও ভাতৰে নামান্তৰ। বাঁহৰপৰা হোৱা বাদ্যযন্ত্ৰৰ ভিতৰত বাঁহী আৰু কীচক বেণু উল্লেখযোগ্য। তিব্বত-বৰ্ম্মী সকলৰ বাবে কোমল বাঁহ সুস্বাদু খাদ্য। গাজটেঙা আৰু পকা খৰিচা কোন অসমীয়াই পাহৰিব? কোনো কোনো দলে বাঁহকো পূজা কৰিছিল। মঙ্গলবাৰে আৰু শনিবাৰে বাঁহ কাটিব নোৱাৰা নিৰ্দ্দেশত সেই কথা লুকাই আছে। বাঁহ পানীত থৈ গোৰোন্দাৰ নিয়ম এওঁলোকেই প্ৰৱৰ্ত্তন কৰে।

মৰং বা ডেকাচাং তিব্বত-বৰ্ম্মী-ভাষীৰ সামাজিক জীৱনৰ অপৰিহাৰ্য্য অনুষ্ঠান। চাং শব্দটো বড়োৰপৰা আহিছে। অৱশ্যে আজিকালি ভৈয়ামৰ জনজাতিসকলৰ মাজৰপৰা ডেকা চাং উঠি গৈছে। ডেকা চাং গাৱঁৰ সোঁ মাজতে সজা হৈছিল। গাৱঁৰ ডেকা সকলে নিশা ডেকা চাঙত শোৱে। ৰাতি হঠাতে অপায়-অমঙ্গল, শত্ৰুৰ বা বনৰীয়া জন্তুৰ আক্ৰমণ হলে সুস্থ-সবল ডেকাহঁতে যাতে লগালাগি গাওঁখন ৰক্ষা কৰিব পাৰে তাৰ উদ্দেশ্যই মৰং অনুষ্ঠান। তদুপৰি ডেকাহঁতৰ শৰীৰ চৰ্চ্চা, সামাজিক উৎসৱৰ উদ্যোগ মৰংগতে কেন্দ্ৰ কৰি গঢ়ি উঠে। মৰংগাতে গোট খাই গাঁৱৰ বুঢ়া সকলে ডেকা সকলক নিজ জীৱনৰ অভিজ্ঞতা আৰু পূৰ্ব্বপুৰুষৰ বীৰত্বৰ কাহিনী শুনায়। সামাজিক সম্প্ৰীতি আৰু সম্ভাৱ ডেকা চাঙৰ মিলনতে বাঢ়ে, গাৱঁৰ সকলো যে এক পৰিয়ালৰ লোক—এই ভাৱ দৃঢ় হয়। ভৈয়ামৰ মাঘৰ বিহুৰ হাৰলি বা ভেলা-ঘৰত ডেকা চাঙৰ কিছু স্মৃতি ৰৈছেগৈ। গাৱঁৰ সকলো ডেকাই মিলি-জুলি ভেলা-ঘৰ বান্ধে, কাঠ-খৰি যোগায়। মাঘ মাহটোৰ নিশা ভেলা-ঘৰত গীত-নাচ কৰি ভোজ-ভাত খাই কটায়। এই অনুষ্ঠানৰ অৱশ্যে কিছু প্ৰয়োজন আছে। মাঘ মাহত গিৰীহঁতৰ ভৰাল-চোতাল ধানেৰে ভৰপুৰ হৈ থাকে। গতিকে চোৰ-ডকাইতৰ ভয়। কিন্তু হাৰলি ঘৰত সজাগে থকা ডেকাহঁতে এক প্ৰকাৰে গাৱঁত পহৰা দিয়ে। বৈষ্ণব যুগৰ নামঘৰো এই আদৰ্শতে স্থাপন হৈছে বুলি কোনো কোনোৱে মত প্ৰকাশ কৰিছে।

তিব্বত-বৰ্ম্মীসকলৰ দলবদ্ধ জীৱনৰ অন্য এটি নিদৰ্শন হৈছে দল বান্ধি মাছ মৰা আৰু চিকাৰ কৰা। গোটেই গাৱেঁ লগলাগি মাছ মাৰিবলৈ যোৱা প্ৰথা এতিয়াও বহুত গাৱঁতে আছে। এটি নিৰ্দ্দিষ্ট দিনত বিশেষকৈ মাঘ আৰু বহাগ বিহুৰ আগদিনা গাৱঁৰ মুনিহ তিৰোতা সকলোৱে পচা, খচা, পল, জাকৈৰে গাৱঁৰ মুৰৰ পুখুৰী বা নদীৰ কাষত গোট খায়, পূজা-পাতলৰ পিচত সকলোৱে একেলগে পানীত নামে। এই মাছ মৰা দৃশ্য অতি মনোৰম। যি জনৰ ভাগ্যত পুঠী থলিহনা এটাও নপৰে তেওঁক বাকী মাছুৰেসকলে নিজৰ ভাগৰপৰা এটি দুটিকৈ মাছ দিয়ে। চিকাৰতো সেই একে নীতি, বিশেষকৈ জালেৰে বাঘ, গাহৰি, গৰু, হৰিণ আদি চিকাৰত। তিৰোতাসকলেও এই চিকাৰত সহায় কৰে।

অসমীয়া সমাজত তিৰোতাৰ যি মৰ্য্যাদা তাৰ সৰহ ভাগ তিব্বত-বৰ্ম্মী-ভাষীৰ প্ৰভাৱত সম্ভৱপৰ হৈছে। তিব্বত-বৰ্ম্মী সমাজত মুনিহ তিৰোতাৰ সমান আসন আৰু সকলো ক্ষেত্ৰতে তিৰোতা মুনিহৰ সহায়ক। ধনী, দুখীয়া সকলো ঘৰৰ তিৰোতাই পথাৰত ধান ৰোৱাৰপৰা আৰম্ভ কৰি বান্ধনিঘৰলৈকে সকলো কাম কৰে। এড়ি আৰু পাট কটা এওঁলোকৰ প্ৰধান বৃত্তি। বৈ কাটি নিজৰ আৰ্জ্জনৰ বাট উলিয়াব পৰা হোৱাত এওঁলোকৰ তিৰোতাই কোনো হীন বৃত্তি গ্ৰহণ কৰিব লগীয়া হোৱা নাই। যুৱতী কালত বিয়া হোৱা, বিবাহ-বিচ্ছেদ, বিধবা-বিবাহ (ধেমানী অনা) আদি প্ৰথাই সমাজত তিৰোতাৰ উচ্চ স্থানৰ ইংগিত কৰে। বৰৰ পক্ষৰ ঠাইত কন্যা পক্ষক 'গা-ধন' দিয়া ৰীতিও এই সম্পৰ্কে লক্ষণীয়। হিন্দুসকলৰ বিবাহ আঠ প্ৰকাৰ—ব্ৰাহ্ম, দৈৱ, আৰ্ষ্য, প্ৰাজপাত্য আসুৰ, গান্ধৰ্ব্ব, ৰাক্ষস, পৈশাচ। ইয়াৰ ভিতৰত প্ৰথম চাৰিবিধ সম্ভৱতঃ প্ৰাচীন বাকী চাৰিবিধ জনজাতিসকলৰ মাজত প্ৰচলিত প্ৰথাক আৰ্য্যকৰণ কৰা হৈছে। ছোৱালী পলুৱাই অনা, গা-ধন দি ছোৱালী অনা, ঘৰজীয়া থাকি ছোৱালী বিয়া কৰোৱা প্ৰথা ৰাক্ষস আৰু পৈশাচৰ ভিতৰত পৰিছে। তিব্বত-বৰ্ম্মী-ভাষীৰ মাজত এনে ধৰনৰ বিবাহ প্ৰথা আজিও প্ৰচলিত। খুব সম্ভৱ অসমীয়া বিয়াত হেঙ্গাৰ ধৰা অথবা দৰা আগছা নিয়ম তিব্বত-বৰ্ম্মীৰ পৰা পোৱা হৈছে। এই আচৰণত এখন গাৱঁৰ ছোৱালী আন এখন গাৱঁৰ ডেকাই পলুৱাই নিয়াত হোৱা সংঘৰ্ষৰে সঙ্কেত আছে। এই খিনিতে মন কৰিবলগীয়া যে অসমীয়া তিৰোতাৰ সাজ-পাৰ খাইকৈ মেখেলা আৰু ৰিহা—তিব্বত-বৰ্ম্মীৰ দান।*

তিব্বত-বৰ্ম্মী-ভাষীৰ পূজা-পাতলত তিৰোতাৰ আগশাৰী আছে। কছাৰী-সকলৰ বাথো-ৰাই পূজাত দেওধনীয়ে প্ৰায় পুৰোহিতৰ কাৰ্য্যকে কৰে। মাতৃ-

* শ্ৰীভূপেনাথ ব্ৰহ্মদেৱৰ মতে বিহা বড়োৰপৰা অহা দান।

তন্ত্র-প্রধান তিব্বত-বর্ম্মী সমাজত পূৰ্ব্বে দেওধনীয়েই পূজাৰ পুৰোহিত আছিল। আৰ্য্য ধৰ্ম্মৰ প্ৰচাৰৰ লগে লগে দেওধনী মন্দিৰৰ ভিতৰৰপৰা বাহিৰলৈ ওলাই দেৱদাসীত পৰিণত হ'ল। মাৰি-মৰক, দেও-ভূতৰ হাত সাৰিবলৈ দেওধনী নাচৰ ব্যৱস্থা। অপায় অমংগল, ৰোগ-ব্যাধিৰ মঙ্গল চাবলৈ আমাৰ দেশত এতিয়াও মংগলতী বাইৰ প্ৰয়োজন আছে। গাৰো, মিকিৰ, নগাৰ মাজত এনেবোৰ আচাৰ অনুষ্ঠান এতিয়াও তিৰোতাৰ দ্বাৰাইহে কৰোৱা হয়। এই আটাইবোৰ কথাই তিৰোতাৰ মৰ্য্যাদাৰ বিষয়ে ইংগিত কৰে।

অসমীয়া ধাৰ্ম্মিক সংস্কৃতিত তিব্বত-বৰ্ম্মীৰ কিছু উপাদান আছে। ডঃ কাকতিৰ মতে কেঁচাই-খাতী গোঁসানীৰ পূজা এওঁলোকেই প্ৰৱৰ্ত্তন কৰে। নৰবলি প্ৰথা এওঁলোকৰ ধৰ্ম্মবিশ্বাসৰ লগত জড়িত বুলি অনুমান হয়। তিব্বত-বৰ্ম্মীৰ অন্যতম শাখা নগাৰ মাজত ঠায়ে ঠায়ে এতিয়াও এই প্ৰথা আছে। মনসা পূজা পূৰ্ব্বৰ অধিবাসীয়ে প্ৰৱৰ্ত্তন কৰিলেও এওঁলোকে ইয়াৰ প্ৰচাৰ বঢ়ালায়। সিজু পূজা আৰু মনসা পূজা একে পৰ্য্যায়তে পেলোৱা হ'ল। এতিয়াও মনসা পূজাত সিজু গছৰ অংশ দিয়া হয়। ভালেমান গ্ৰাম্য-দেৱতাৰ পূজা তিব্বত-বৰ্ম্মীৰ বিশ্বাসৰ ওপৰতে গঢ়ি উঠিছে। ডাঙৰ গছ, ডাঙৰ শিল, অদ্ভূত ৰূপৰ প্ৰাকৃতিক পদাৰ্থক কালিকা লগা বুলি যি পূজা কৰা হয়, আৰু তাৰ কাষত যি থানৰ সৃষ্টি হয়,—সেই উভয়ৰ মূলতে তিব্বত-বৰ্ম্মীৰ বিশ্বাস। মহোহো উৎসৱ তিব্বত-বৰ্ম্মীয়ে প্ৰচাৰ কৰে। চীন দেশত এনে মহ খেদা উৎসৱ এতিয়াও আছে।

অসমীয়া শিল্প আৰু সুকুমাৰ কলাত তিব্বত--বৰ্ম্মী-ভাষীৰ সুস্পষ্ট ছাপ আছে। বিহু নাচকে মুখ্য কৰি অসমৰ বিভিন্ন তিব্বত-বৰ্ম্মী-ভাষীৰ মাজত যি নৃত্য-গীত প্ৰচলিত আছে সেই সমূহৰ পুনৰুদ্ধাৰ আৰু চৰ্চ্চা হ'লে অসমীয়া জাতীয় জীৱনে নতুন ৰূপ লব। বহুতো বিহুগীতৰ মূল ভাব আৰু মুৰ্কালিমুৰীয়া সুৰ তিব্বত-বৰ্ম্মীৰ স্বচ্ছন্দ জীৱনৰপৰা আহিছে বুলি অনুমান কৰে। বাদ্যযন্ত্ৰৰ ভিতৰ ডবা, ভোৰ-তাল, টকা গগনা, চিফুং বাঁহী আদি তিব্বত-বৰ্ম্মীৰ সংসৰ্গত পোৱা। গাৰো আৰু কছাৰী তিৰোতাৰ বিহা-মেখেলাৰ পাৰ্তলিত যি ফুল বছা হয় সিয়ো উল্লেখ কৰিবলগীয়া। সাধাৰণতে গছ-লতা ফুল, জীৱ-জন্তু আৰু জ্যামিতিৰ ছবি এই পাৰ্তলিত বছা হয়। ইয়াৰ অনুৰূপ চিত্ৰ ডিমাপুৰ আৰু কাছমাৰি পথাৰৰ ভাস্কৰ্য্যত দেখা গৈছে। তিব্বত-বৰ্ম্মীসকলৰ চাৰুশিল্পৰ উচ্চ নিদৰ্শন ডিমাপুৰৰ স্তম্ভসমূহত এতিয়াও পোৱা যায়। ফাৰ্গুচন চাহাবে সমগ্ৰ এচিয়াৰ ভিতৰত এনে ধৰণৰ ভাস্কৰ্য্যৰ চানেকি নাই বুলিছে। তেওঁ লিখিছে—

**These monoliths and carvings are unlike any other known to exist anywhere else, and as for their carving, the only things**

the least like them, so far as in India, are the pillars in the temple at Mudabidri, and in other places in Kanara, but there the pillars are actual supporters of roofs, but the Dimapur pillars were never intended for any utilitarian purpose ( *History of Indian and Eastern Architecture* ) '

তিব্বত-বৰ্ম্মী ভাষাৰ ওচৰত অসমীয়া ভাষা বিশেষভাৱে ঋণী। ডঃ কাকতিয়ে সেই বিষয়ে তেওঁৰ বহুমূলীয়া গ্ৰন্থত আলোচনা কৰিছে। তিব্বত-বৰ্ম্মীৰপৰা অহা কিছুমান শব্দ হৈছে হাফলু, বোন্দা, ডাউক, শিলিখা ইত্যাদি। শব্দৰ বাহিৰেও ক্ৰিযাপদ আৰু প্ৰত্যয গ্ৰহণ কৰা হৈছে। ক্ৰিয়াপদৰ ভিতৰত চে’লকা, চেকুৰ চেপ আদি। তিব্বত-বৰ্ম্মী (বড়ো) প্ৰত্যয়ৰ সংযোগত পেখম লেহম দহেচীয়া, কেৰেচীযা আদি শব্দ অসমীয়াত গঢ়ি উঠিছে।

---

* বহু পণ্ডিতে বড়োসকলৰ ধৰ্ম্মৰ লগত এই প্ৰস্তৰ-স্তম্ভবোৰৰ সম্বন্ধ নিৰ্ণয় কৰিছে। সম্ভৱত বৃক্ষ পূজা আৰু জন্তু পূজাই সময়ত স্তম্ভ পূজাত পৰিণত হয়। ডিমাপুৰত আৱিষ্কৃত এটি স্তম্ভ (A Cultural History of Assam, Vol I, Plate XIV fig 31) জন্তু বলি দিয়া শালৰ সাদৃশ্যত কটা—ই ওপৰৰ মতকে সমৰ্থন কৰে।

স্তম্ভ পূজাৰ প্ৰাচুৰ্য্য পূৰ্ব্ব ভাৰতত দেখা যায়। স্বৰ্গীয় ৰমাপ্ৰসাদ চন্দই লিখিছে—

"The cult of the pillars crowned by such figures was evidently an element of the primitive religion of Eastern India

It was probably an offshoot of the tree-cult **"The Begining of Art in Ancient India."**

এই স্মৃতি বা বীৰ-স্তম্ভ অথবা পূজা স্তম্ভ খাচিসকলৰ মাজত যে ব্যাপকভাৱে প্ৰচলিত সেই কথা মেজৰ গৰ্ডন চাহাবে তেওঁৰ The Khasis নামৰ পুথিত উল্লেখ কৰিছে—
"Throughout the whole of the Western portion of the hilly region, inhabited by tribes bearing the generic name of Khassias, rude stone monuments exist in greater numbers than perhaps in any other portion of the globe of the same extent."

অসমৰ অন্যান্য জনজাতীয়লোকৰ মাজতো প্ৰস্তৰ-স্তম্ভ উত্তোলন প্ৰথা আছে।

# ৫। আহোম যুগ

তিব্বত-বৰ্ম্মী-ভাষীৰ পিছত চীনাভাষা পৰিয়ালৰ শ্যামী বা থাই ভাষী-সকল অসমলৈ আহে। এওঁলোকৰ এটি প্ৰধান শাখা আহোমৰ পৰাই অসম নামৰ উৎপত্তি হৈছে বুলি সাধাৰণ বিশ্বাস। আহোমসকলৰ ছশ বছৰীয়া ৰাজত্বত অসমদেশৰ ৰাজনৈতিক, সামাজিক, ধাৰ্ম্মিক জীৱনত বহু পৰিৱৰ্ত্তনৰ সূত্ৰপাত হয়। আহোমসকলে অসম দেশত এক ভৌগোলিক একতা স্থাপন কৰে আৰু সদিয়াৰ পৰা কৰতোয়ালৈকে গোটেই অসমদেশখনক এক শাসতন্ত্ৰৰ তললৈ আনি অসমীয়া জাতিৰ সংহতি আৰু ঐক্য স্থাপন কৰিবলৈ সমৰ্থ হয়। অষ্ট্ৰিক, বড়ো, আহোম আদি বিভিন্ন ভাষা-ভাষীৰ মাজত আৰ্য্য অসমীয়া ভাষাক প্ৰাধান্য দি আহোম স্বৰ্গদেৱসকলে এক অসমীয়া-ভাষী প্ৰান্ত সৃষ্টি কৰিলে। বিভিন্ন জাতি উপজাতিক ঐক্যবদ্ধ কৰি এক অসমীয়া জাতি গঠন আহোমসকলৰ অতুলনীয় কীৰ্ত্তি। এই সকলোবোৰ সম্ভৱ হৈছিল আহোমৰ সুসংহত আৰু শৃঙ্খলাবদ্ধ শাসন প্ৰণালীৰ হেতু। ভাৰতৰ ভিতৰত অসমীয়া মানুহ শৃঙ্খলাকামী বা নিয়ম-পৰিপাটী বুলি যি সুখ্যাতি আছে সি আহোমৰ শৃঙ্খলাবদ্ধ শাসনতন্ত্ৰৰ ফল। শাসনতন্ত্ৰ সুদৃঢ় কৰিবলৈ আহোমসকলে কেইবাটাও বিশিষ্ট ৰাজনৈতিক প্ৰথাৰ প্ৰৱৰ্ত্তন কৰিছিল। তাৰ ভিতৰত সীমা-বদ্ধ ৰাজ্য-ক্ষমতা, ডা-ডাঙৰীয়াৰ মেল, তিৰোতাৰ সিংহাসনত অধিকাৰ আদি ভাৰতীয় ইতিহাসতে লেখত লবলগীয়া প্ৰথা। প্ৰাচীন ভাৰতৰ শাসনপ্ৰণালীত মন্ত্ৰী-পৰিষদ আছিল যদিও আহোম-শাসনত তিনিজন ডাঙৰীয়াৰ হাতত ৰাজ্য-ক্ষমতা যি দৰে সীমাবদ্ধ হৈছিল মন্ত্ৰী-পৰিষদে তেনেদৰে ক্ষমতা বিস্তাৰ কৰিব নোৱাৰিছিল। পিতৃৰ সিংহাসনত পুত্ৰৰ ন্যায্য অধিকাৰ থকা সত্ত্বেও ডাঙৰীয়া-সকলৰ সম্মতি অপৰিহাৰ্য্য আছিল। তিনিজন ডাঙৰীয়া চঁৰাত বহিলে ৰজাকো ভঙ্গা-পতা কৰিব পাৰিছিল। ৰজা নোহোৱা অৱস্থাত ডাঙৰীয়াসকলৰ ওপৰতে ৰাজ্য-শাসনৰ ভাৰ ন্যস্ত হৈছিল। শিঙৰি ঘৰত আৰোহণ কৰাৰ সময়ত ডাঙৰীয়াসকলৰ বোল-বাক্য মতে ৰাজ্য শাসন কৰিবলৈ ৰজাই প্ৰতিশ্ৰুতি দিছিল। কোঁৱৰ বা বুঢ়াৰাজেও সেইদৰে ডাঙৰীয়াসকলৰ চঁৰাত প্ৰতিশ্ৰুতি দিব লাগিছিল। ডাঙৰীয়া তিনিজনৰ সম্মতি নোহোৱাকৈ ৰজাই কোনো গুৰুতৰ বিষয়ত হাত দিব নোৱাৰিছিল। স্বৰ্গদেৱৰ দৰে ডাঙৰীয়াসকলৰ ওপৰতো দেৱত্ব আৰোপ কৰা হৈছিল। ডাঙৰীয়া কেইজন পদৰ্যীসূচক নাম

কেইটাৰে এই কথাৰ পৰিচয় দিয়ে। যথা—বৰগোহাঁইৰ আহোম নাম চাওথাওলুং (শ্ৰেষ্ঠ-দেৱতা), বুঢ়াগোহাঁইৰ নাম চাওফ্ৰাংমুং (বিস্তৃত ৰাজ্যৰ দেৱতা), বৰপাত্ৰ গোহাঁই হৈছে চাওচেংলুং (মহৎ আৰু পবিত্ৰ দেৱতা)।

আহোম শাসনতন্ত্ৰৰ অন্য এটি উল্লেখনীয় অনুষ্ঠান হৈছে শাসন আৰু সমাজত অভিজাত শ্ৰেণী এটিৰ সৃষ্টি। সাত-ঘৰীয়া আহোম ফৈদ আৰু ডা-ডাঙৰীয়াসকলে বিশেষ ৰাজ-সমাদৰ আৰু সুযোগ লাভ কৰাত দেশত এটি অভিজাত শ্ৰেণী গঢ়ি উঠিল। এই অভিজাত শ্ৰেণীৰ হেতু দেশত মাজে মাজে যুদ্ধ-বিগ্ৰহ, কটা-মৰা আৰু অশান্তিৰ সৃষ্টি হৈছিল, সাধাৰণ প্ৰজাৰ ওপৰত এই সম্প্ৰদায়ৰ শোষণ আৰু অত্যাচাৰৰ উদাহৰণো বিৰল নহয়। এপিনে যেনেকৈ এই সম্প্ৰদায়ৰ ঘৰুৱা কন্দলৰ কাৰণে আহোম ৰাজ্য বিদেশীৰ অধীনলৈ গ'ল, সেইদৰে তেওঁলোকৰ মিলা-প্ৰীতিৰ হেতু বহুবাৰ বিদেশীৰ আক্ৰমণ ব্যৰ্থ কৰিবলৈকো সক্ষম হৈছিল।

আহোমসকলে মৰ্য্যাদাসূচক যিবোৰ পদৱী সৃষ্টি কৰি গ'ল, সেইবোৰেই অসমীয়া মানুহক আজিও অন্য প্ৰান্তৰ মানুহৰপৰা পৃথককৈ ৰাখিছে। বিষয়-বাব নাই যদিও অসমীয়া মানুহে বৰ-গোহাঁই, বুঢ়া-গোহাঁই, বৰপাত্ৰ-গোহাঁই, বৰবৰুৱা, বৰফুকন, বৰবৰা, বৰকাকতী, বৰদলৈ, ফুকন, তাম্ৰুলি ফুকন, গগৈ, বৰুৱা, হাজৰিকা, শইকীয়া, ৰাজখোৱা, কাকতী, কটকী, নেওগ আদি পদ আজিও সগৌৰৱে ধাৰণ কৰি আছে।

দেশৰ সাংস্কৃতিক জীৱনত অভিজাত সম্প্ৰদায়ৰ দান নিচেই কম নাছিল। ডা-ডাঙৰীয়াসকলৰ পৃষ্ঠপোষকতাতে দেশৰ সাহিত্য আৰু বিবিধ চাৰু-শিল্পৰ উৎকৰ্ষ সাধন হয়। অভিজাত সম্প্ৰদায়ৰ উন্নত ধৰণৰ আহাৰ-বিহাৰ, চলন-ফিৰণ আৰু সাজ-পোছাকৰ হেতু দেশৰ ৰুচিবোধৰ বিকাশ ঘটিছিল। তদুপৰি প্ৰত্যেক উচ্চ বিষয়াই লৰা-ছোৱালীৰ শিক্ষাৰ নিমিত্তে ব্ৰাহ্মণ পণ্ডিত অথবা দেওধাই বাইলুং ৰখাইছিল, কাব্য ৰচনা কৰিবলৈ কবি, চিত্ৰাঙ্কনৰ কাৰণে চিত্ৰকৰক ভৰণ-পোষণ দিছিল। প্ৰায় উচ্চ বিষয়াৰ ঘৰত পুথি-পাঁজিৰ ভঁড়াল আছিল। এওঁলোকৰ সহায় আৰু চেষ্টাত বিৰাট বুৰঞ্জী-সাহিত্যসমূহ সঙ্কলন কৰা হৈছিল। এই শ্ৰেণীৰ সাহিত্য ভাৰতত একক আৰু অতুলনীয়। আহোম স্বৰ্গদেৱ আৰু ডা-ডাঙৰীয়াসকলৰ সহায়ত বিভিন্ন আয়ুৰ্ব্বেদ আৰু জ্যোতিষ শাস্ত্ৰ, যৌনতত্ত্ব সম্বন্ধীয় পুথি, দৰ্শন শাস্ত্ৰ, বিবিধ জ্ঞান-বিজ্ঞানৰ পুথি, পদ্য-গীত-নাটক ৰচিত হৈছিল। কেৱল মানুহৰ সম্বন্ধেই আয়ুৰ্ব্বেদ শাস্ত্ৰ ৰচনা হোৱা নাছিল, হাতী-ঘোঁৰা আদি চিকিৎসা বিষয়কো নিদান ৰচিত হৈছিল। আহোম স্বৰ্গদেৱ আৰু ডা-ডাঙৰীয়াসকলে সকলো কাৰ্য্যৰ প্ৰাৰম্ভতে দৈৱজ্ঞ বা জ্যোতিষীসকলৰ সহায় লৈছিল, তেওঁলোকৰ জন্ম-মৃত্যু, দশাফল আদি গণনা কৰিছিল। সময়-কাল গণনা কৰিবলৈ দৈৱজ্ঞক ঘুন্টকেইটালৈকো

সেনাবাহিনীৰ লগত পঠোৱা হৈছিল। এইবোৰৰ হেতু দেশত জ্যোতিষৰ বহুল চৰ্চা হৈছিল আৰু জ্যোতিষীসকলৰ আদৰ বাঢ়িছিল। বিখ্যাত শৰাইঘাট যুদ্ধত সমুদ্ৰখাৰি দৈৱজ্ঞই শুভ মুহূৰ্ত্ত গণি দিয়াৰ বিৱৰণ বুৰঞ্জীত তলৰ দৰে আছে—

চাওঁতে চাওঁতে বঙ্গাল আহি জুৰিয়া পালেহি। লাছিত বৰফুকনে শুনি বোলে—"মোক পীৰাবে বাটঘৰলৈকে নে বঙ্গাল কিমান পাইছেহি চাওঁ।" চাৰিটা ভুঞা-পোৱালিয়ে চাৰিফালে ধৰি বাটঘৰলৈ আনিলে। পাচে ফুকনে বঙ্গালাক খেদি ধৰিবৰ মন কৰিছিলে। অচ্যুতানন্দ দলৈয়ে বোলে— অথন বাঢ়ি ধৰিবলৈ ভাল নহৈছে।" ফুকনে বোলে—"গণক, 'দেৱে নৌ কাটোতেই মইয়ে কাটিম।" দলৈয়ে বোলে— কাটিবা।" বাধা কৰিলত বাটঘৰত থাকি তিলে তিলে বাৰ্ত্তা লৈছিলে। ফুকনে বোলে—"বঙ্গাল দেখোঁ আমবাজুৰিৰ পাৰ পাৰ হ'ল। গণক তয়ো কটা গলি মোৰ দুৰ্যশ আনি চাউল কানি মাৰিলি।" পাচে ক্ষণেক থাকি দলৈয়ে বোলে— স্বৰোদয়ত উত্তম পাইছোঁ। এতিয়া বঙ্গালক ধৰিবলৈ উঠিব লাগে। পাচে বাটঘৰৰপৰা খৰঙ্গীৰ নদাইৰ গাত ধৰি বৰফুকন নাৱত উঠিলহি। আমাৰ নাও বঙ্গালৰ মাজ সোমাল। নাৱৰ নিমিত্তে পাচ কাণ্টি দিব নোৱাৰে। বঙ্গাল বহু পৰিল। খেদি নি পাণ্ডৰ নামত থলে। বৰফুকনে খেদি যাবৰ মন কৰিছিল। পাচে সমুদ্ৰখাৰি দলৈয়ে বোলে— ইয়াৰ পৰা খেদি যাবলৈ ভাল নহৈছে।" তাৰ পৰা যুদ্ধ নহ'ল। পাচে পাণ্ডুৰপৰা সেই ৰাত্ৰি বঙ্গলাৰ মাজত ধোঁৱা দেখি ফুকনে সকলকে সাৱধান থাকিব দিলে। পাচত দলৈত সুধিলে বোলে—"বঙ্গালে যুদ্ধকে কৰে নে ভটিয়াই যায়?" অচ্যুতানন্দ দলৈয়ে বোলে—'আজি বঙ্গালৰ বঙ্গহে চাব লাগে।" বঙ্গালে তাম্ৰী ঘৰ ভাঙ্গি নাৱত তুলি ভটিয়াই গ'ল। বৰফুকনৰ কথাত সকলোৱে ভৰ দিলে, খেদি নগল। অচ্যুতানন্দ দলৈকো সমুদ্ৰখাৰি নাম দি কামৰূপীয়া কন্যা এটি সহিতে বিবাহ দি বেটী বন্দী মাটি দিলে।

(দেওধাই অসম বুৰঞ্জী পৃঃ ১৫৫-১৫৬)

বুৰঞ্জীৰ সহায়তে অসমীয়া গদ্য সাহিত্যৰ পৰিসৰ আৰু পৰিধি বৃদ্ধি হয়। অসমীয়া ভাষাক ৰজাঘৰীয়া ভাষালৈ তোলা আহোমসকলৰ অসমীয়া সাংস্কৃতিক জীৱনত অমূল্য দান। ৰাজ-ভাষা হোৱাত অসমীয়া ভাষাৰ মৰ্য্যাদা বাঢ়িল, আৰু ই অধিক শক্তিশালী হ'ল। দেশৰ শাসকবৰ্গই নিজ আহোম ভাষাক ত্যাগ কৰি দেশৰ ঐক্য সাধন আৰু জাতিৰ বৃহত্তৰ সাংস্কৃতিক জীৱনৰ উন্নতিৰ কল্পে অসমীয়া ভাষাক গ্ৰহণ কৰাত দাঁতি-কাষৰীয়া জনজাতি সকললৈকো ই এটি মহানদৃষ্টান্ত হ'ল। দাঁতি-কাষৰীয়া জনজাতিসকলেও অসমীয়া ভাষাৰ প্ৰাধান্য স্বীকাৰ কৰি নিজৰ সাংস্কৃতিক জীৱনত অসমীয়া ভাষাক অতি আগ্ৰহেৰে ব্যৱহাৰ কৰিলে। জাতীয়তাবোধৰ প্ৰধান উপাদান হৈছে ভাষাৰ ঐক্য। বিভিন্ন ভাষাৰ ঠাইত এক অসমীয়া ভাষাক স্থাপন কৰি আহোমসকলে অসমদেশক এক ৰাষ্ট্ৰীয় বান্ধোনেৰে বান্ধিলে।* অসমীয়া ভাষা শিক্ষা আৰু

---

"That possession of a common language as of a common religion, of a common type of civilisation, of common economic interests, etc is

প্ৰচাৰৰ সুব্যৱস্থাৰ হেতু সুকুমাৰ কলা আদিৰ সৰ্ব্বাংগীন উন্নতি সম্ভৱপৰ হৈছিল। দেশৰ সকলো কাৰ্য্যৰ মূলতে যে ভাষা সেই সম্বন্ধে কনফিউচিয়াচৰ এটি মন্তব্য প্ৰণিধানযোগ্য। ৰাষ্ট্ৰশাসন কৰিবলৈ হলে প্ৰথমে কি কৰিব এই প্ৰশ্নৰ উত্তৰত কনফিউচিয়াচে কৈছিল—

"to correct language If language is not correct, then what is said is not what is meant, if what is said is not what is meant, then what ought to be done remains undone, if this remains undone, morals and art will deteriorate, if morals and art deteriorate, justice will go astray, if justice goes astray, the people will stand about in helpless confusion Hence there must be no arbitrariness in what is said This matters above everything "

আহোম শাসন ব্যৱস্থাৰ মতে সাধাৰণ প্ৰজাক পাইকত নিবন্ধ কৰা বিশেষ তাৎপৰ্য্য-পূৰ্ণ। পাইকসমূহক পুনৰ চমুৱা পাইক আৰু কাড়ী-পাইক এই দুই ভাগত বিভক্ত কৰা হৈছিল। আহোমৰ এই প্ৰজা-বিভাজন পদ্ধতিৰ লগত ৰোমৰ পেট্ৰিচিয়ান অথবা অভিজাত শ্ৰেণী আৰু প্লিবিয়ান বা আশ্ৰিত শ্ৰেণীৰ সাদৃশ্য মন কৰিবলগীয়া। ওপৰতে উল্লেখ কৰা ডা-ডাঙৰীয়া আৰু ৰা-বিষয়া-সকল চমুৱা শ্ৰেণীৰ আৰু খেতিয়ক আৰু অন্য বৃত্তিজীৱীসকল পাইকৰ অন্তৰ্গত। পাইকসকল সৰু সৰু সমষ্টিত বা গোটত শ্ৰেণীবদ্ধ হৈছিল। কেইবাটাও গোট লগলাগি খেল হৈছিল। খেল-প্ৰথা এতিয়াও অসমীয়া গাৱঁলীয়া সমাজৰ বান্ধোন হৈ আছে। ৰাষ্ট্ৰৰ সকলো লোককে বিভিন্ন বৃত্তিত সুনিপুণ আৰু সুদক্ষ কৰায়ে গোট আৰু খেল প্ৰথাৰ প্ৰধান উদ্দেশ্য। এই প্ৰথাসমূহৰ যথাৰ্থতাৰ বিষয়ে ডঃ সূৰ্য্যকুমাৰ ভূঞাদেৱে লেখিছে—

তেজ-মঙহৰ সম্বন্ধৰ বান্ধনিত আত্মীয় পৰিয়ালৰ উদ্ভৱ হৈছিল। তেনেকৈ চাৰিজন মুনিহ ৰজাঘৰীয়া কামৰ নিমিত্তে একগোট হৈছিল, তেওঁলোকৰ প্ৰতিজনৰে কৰ্তব্য একে, গাত লগা বিষয়াও একে আৰু সেই গোটৰ একজনে ৰজাঘৰীয়া কামত লাগিলে বাকী তিনিজনে তেওঁৰ খেতি পথাৰ, ঘৰ-বাৰী কৰি দিব লগাত পৰিছিল। সেই দেখি এই

---

a powerful factor in creating a feeling of community is obvious, just as differences in these regards give rise to a feeling of disunity Those who are either ignorant of the language spoken by the great majority of the community, or who speak it only with difficulty feel, with good reason, more or less isolated Language thus becomes an important element in creating and enhancing nationalistic consciousness "—Foundations of Language, p 117

চাৰিজন পাইকৰ ভিতৰত এটি নতুন ধৰণৰ পৰিয়াল-সম্বন্ধ সৃষ্টি হৈছিল। বহু সংখ্যক গোট পাইক মিলি এটা খেল সংগঠিত হৈছিল খেলৰ সমূহ পাইকৰ মাজত এক উদ্দেশ্য-প্ৰণোদিত এটি আপোন ভাবৰ জন্ম হৈছিল। এই পাইক বান্ধনিয়েই আছিল অসমীয়া প্ৰজা সংগঠনৰ মূল ভেটি, আৰু ইয়াৰ প্ৰভাৱ অসমীয়াৰ সামাজিক জীৱনত বৰ্ত্তমানলৈকো পৰিলক্ষিত হৈছে। (বুৰঞ্জীৰ বাণী পঃ ৮৯-৯০)

আহোমৰ যুগত প্ৰত্যেক ডাঙৰীয়া আৰু উচ্চ-বিষয়াৰ ঘৰত বেটী-বন্দী আছিল।

"এই বেটী-বন্দীবোৰ যুদ্ধত বন্দী হোৱা মানুহৰ পৰা ৰখা হৈছিল কিম্বা পৰ্ব্বতীয়া বা দাঁতিয়ালীয়া মানুহৰ পৰা কিনি লোৱা হৈছিল। ইহঁতৰ ওপৰত গৰাকীজনৰ সম্পূৰ্ণ স্বত্ব, ইহঁতে ৰজাৰ কামত যোগ নিদিলেও পাৰিছিল। ইহঁতক বিষয়াই নিজৰ ইচ্ছামতে দান, বিক্ৰয় আৰু হস্তান্তৰ কৰিব পাৰিছিল ইহঁতক গোলামো বোলা হৈছিল। সচৰাচৰ ইহঁতৰ বেচ ভাল কুলৰ মুনিহেপতি কুৰি টকাৰ পৰা বেয়া কুলীয়া তিৰোতাইপতি তিনি টকালৈকে আছিল। ডাঙৰীয়া আৰু আন বিষয়াৰ গোলামবোৰে ৰণলৈকো যাব নালাগিছিল আৰু সিহঁতৰ ওপৰত ৰজাঘৰৰ একো হাত নাছিল। সেই কাৰণে গোলামবোৰ সাধাৰণ পাইকবোৰতকৈ ভাগ্যৱান আৰু তেতিয়াৰ নীচ তৰপৰ প্ৰজাবোৰে কাড়ী বা পাইকৰ শ্ৰেণীত ভুক্ত নহৈ বন্দী সোমাবলৈ বৰ ভাল পাইছিল, গতিকে অনেক প্ৰজাই ইচ্ছাক্ৰমে গোলাম হৈছিল।'

(ডঃ সূৰ্য্যকুমাৰ ভূঞা: আহোমৰ দিন পৃ॰ ৫৫)

শাসন শৃঙ্খলাৰ সুব্যৱস্থাৰ কাৰণে দেশক কেইবাটাও ভাগত ভগাই বিভিন্ন অঞ্চলত ভালেমান চহৰ আৰু চকী নিৰ্ম্মাণ কৰা হয়। প্ৰণালীবদ্ধভাৱে গোটেই দেশত গাওঁ স্থাপন কৰা হৈছিল। বৰ্ত্তমান অসমৰ ভালেমান নগৰ আহোম যুগৰ নগৰৰ ভেটিতে গঢ়ি উঠিছে। আহোমযুগৰ এই নগৰ-পৰিকল্পনা অতি মনোৰম। প্ৰত্যেক নগৰতে ৰাজ-হাউলিৰ উপৰিও মন্দিৰ, পুখুৰী, দোকান-পোহাৰ আদি নিৰ্ম্মাণ কৰা হৈছিল, আহল-বহল ৰাজপথ বন্ধা হৈছিল। আহ-যাহৰ সুচলাৰ্থে প্ৰায়বোৰ প্ৰধান নগৰ নদীৰ কাষত পতা হৈছিল, আৰু বহু ক্ষেত্ৰত শত্ৰুৰপৰা ৰক্ষা পাবৰ কাৰণে পাহাৰ পৰ্ব্বতৰে আগুৰি থকা স্থানক চহৰৰ কাৰণে নিৰ্ব্বাচন কৰা হৈছিল। প্ৰধান প্ৰধান নগৰ আৰু চকীৰ চাৰিওপিনে গড় মৰা হৈছিল। ওলাবলৈ-সোমাবলৈ ঠায়ে ঠায়ে দুৱাৰ আছিল। অসময়ত নগৰৰ পৰা ওলাব-সোমাবলৈ হলে বিষয়াৰ পৰা অনুমতি লব লাগিছিল। বিদেশী মানুহক কোনো কোনো নগৰৰ পৰা সন্ধিয়া ওলাই যাবলৈ ঢাক-ঢোলেৰে নিৰ্দ্দেশ দিয়া হৈছিল।

ৰংপুৰ আদি শিল্প-ভাস্কৰ্য্যপূৰ্ণ নগৰৰপৰা আহোমসকলৰ নগৰ পৰিকল্পনা-জ্ঞান আৰু সৌন্দৰ্য্যবোধৰ পৰিচয় পোৱা যায়। নগৰ স্থাপনৰ লগে লগে এক নাগৰিক জীৱনৰ সূত্ৰপাত আৰু এক নগৰ সমাজৰ সৃষ্টি হয়। এই নগৰ সমাজৰ ওপৰত অৱশ্যে বিলাস-ব্যসনপ্ৰিয় মোগলৰ প্ৰভাৱ পৰিস্ফুট।

গাওঁ স্থাপন কাৰ্য্যতো আহোমসকলৰ তৎপৰতা আৰু সুকীয়া অভিৰুচিৰ পৰিচয় আছে। পূৰ্ব্বেই উল্লেখ কৰা হৈছে যে অসমৰ সৰ্বত্ৰ সু-প্ৰণালীবদ্ধ গাওঁ আহোমসকলে নিৰ্ম্মাণ কৰে, আৰু সেই গাওঁ আজিও বৰ্দ্ধিষ্ণু ভাৱে আছে। প্ৰাচীন কালত ভাৰতৰ গাওঁবোৰ এক বৰ্ণ বা এক জীৱিকাৰ মানুহৰ-দ্বাৰা পৰিপূৰ্ণ আছিল। আহোমসকলে এই ৰীতিৰ কিছু পৰিবৰ্ত্তন সাধে। তেওঁলোকে একে গাওঁতে বিভিন্ন জাতি আৰু বৃত্তিৰ মানুহ স্থাপিলে। ইয়াৰ পৰা সমাজৰ বিভিন্ন জাতি আৰু শ্ৰেণীৰ মানুহৰ মাজত একতা আৰু সহৃদয়-ভাৱৰ সৃষ্টি হ'ল। মোমাই-তামুলী বৰবৰুৱাই গাওঁ কেনেকৈ সংগঠন কৰিছিল তাৰ বিৱৰণ দাঁতিয়লীয়া বুৰঞ্জীত আছে—

মানুহৰ ঘৰ ফালি দেশ বঢ়াই পাতিলে। তেলী, মালী, ধোবা, চমাৰ কমাৰ তাঁতী, সণাৰী সকলো জাতিৰ মানুহ ফালিলে। দুই ভাইৰ এপোৱা চাৰি ভাইৰ দোপোৱা ছই ভাইৰ তিনি পোৱা আট ভাইৰ চাৰ পোৱা এই ক্ৰমে নবাব পৰা বঙ্গালৰ দো সীমালৈকে দেশ পাতিলে। দৈয়াঙ্গ বচা পাতিলে। মমাই তামুলী বৰবৰুৱাইদেউ মহামন্ত্য বৰ্ল্ভ ব্ৰাহ্মণ ২ ঘৰ গণক ২ ঘৰ কাথৰ ২ ঘৰ কলিতাৰ ২ ঘৰ কেওঁট ২ ঘৰ কোঁচ ২ ঘৰ চুটিয়া ২ ঘৰ বৃৰুক ২ ঘৰ বৰীযা ২ ঘৰ অহম ২ ঘৰ, গৰীয়া ২ঘৰ মৰীয়া ২ ঘৰ ডোম ২ ঘৰ হাৰি ২ ঘৰ এই ক্ৰমে পাতিলে। (দেওধাই অসম বুৰঞ্জী, পৃঃ ১১৯, ১২০)

খেল-প্ৰথাৰ হেতু গাৱঁত একতা দৃঢ় হৈছিল। গাৱঁৰ হিতাৰ্থে কোনো কাৰ্য্য সম্পাদন কৰিবলৈ হলে খেল আৰু গাৱঁৰ সকলো মানুহে শ্ৰমদান অথবা অন্যৰূপে সহায় কৰিছিল। গাৱঁত কোনো মন্দিৰ নিৰ্ম্মাণ কৰিবলৈ বা কোনো পুখুৰী খান্দিবলৈ হলে, অথবা আলিবাট আৰু সেতু তৈয়াৰ কৰিবলৈ হলে গ্ৰামবাসী মাত্ৰে সহযোগ কৰিছিল। গাৱঁত কোনোৱে অন্যায় অবিচাৰ কৰিলে, অপকাৰ-অমঙ্গল সাধিলে, ঠগ-প্ৰবঞ্চনা, চুৰি ডকাইতি আদি ব্যভিচাৰ কৰিলে, গ্ৰামবাসীয়ে মিলি তাৰ বিচাৰ কৰিছিল। আহোম-যুগৰ সেই প্ৰথাই এতিয়াও অসমীয়া গাৱঁত মুখ-বন্ধ হৈ ৰৈছে।

আহোমৰ দিনত বেহা-বেপাৰৰ বিশেষ ব্যৱস্থা হৈছিল। বেহা-বেপাৰৰ সুবিধাৰ কাৰণে ঠায়ে ঠায়ে হাট পতা হৈছিল। কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই বহাত হাট পতাৰ উল্লেখ বুৰঞ্জীত তলৰ দৰে আছে—

কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱা বহালৈ উজাই গল। বহাত থাকি বেবেজীয়া ন ফুঁৰ পাতিলে, আৰো বহাতে হাট এখন পাতিলে। তাৰ দহোতা গোট-পাইক লাকলম্পীয়া কৰিলে হাটৰ। আৰো হাটখুৱা পাতিলে চকীয়ালৰ ফুকণতিকে।

আৰো হাটৰ দান—গৰুটোৰ লব কড়ি তিনি পোণ এঠেঙ্গ এবিৰ। তামোল কাউনৰ পোণ, পাণ ২০ পাণ ৶ গুঁছি ধান ২০ ৶ পুৰো ৰূপ ২০ ৶ টকা, কপাহ ১০১টা, পহাৰী-দান কড়ি ১৭ পোণ।

হাটৰ সীমা—পূবে গড়ৰ চকী পশ্চিমে পোণ উত্তৰে ব্ৰহ্মপুত্ৰ, দক্ষিণে মহলামুখ।

আৰে ভিতৰে যি বেহা কৰে সকলো দাঁতিয়াল, চকীয়াল, ঢেকেৰি বেৰেজীয়া আদানি। (দেওধাই অসম বুৰঞ্জী, পঃ ১৩০-৩১)

কৰ-কাটল সংগ্ৰহ কৰাৰ বাহিৰেও হাট-খোৱা বিষয়াই বেচা-কিনা কৰা বস্তুৰ ভাল-বেয়া, ওজনৰ হীন-দেঢ়ি, মূল্য নিৰ্দ্ধাৰণ সম্পৰ্কেও তদাৰক কৰিছিল। বস্তু জুখিবলৈ তুলা-চালনী, দোণ আদি তুলাযন্ত্ৰ হিচাপে ব্যৱহৃত হৈছিল। আগৰ কাঠ আদি সেৰ, পোৱা দৰত বেচা হৈছিল। চাউল মাহ সাধাৰণতে দোণ, পুৰা জোখত বেচিছিল। তামোলৰ দাম পাচি হিচাপে নিৰ্ণয় কৰা হৈছিল, পাণ গুছি হিচাপে বেচিছিল। হাঁহ-কণী আদি পোণ হিচাপে বেচা-কিনা কৰিছিল। সুমথিৰা আদি টেঙা 'ভাৰ'ত বেচিছিল। গুৰ কলহত আৰু গাখীৰ চুঙাত বেচা হৈছিল। কাপোৰ হাঁহ পাৰ আদি যোৰকৈ আৰু কোনো কোনো বস্তু টোপোলাত (গছৰ পাতৰ) বেচিছিল। সাধাৰণতে সলনি আৰু কড়িৰ বিনিময়ত বেচা-কিনা কৰা হৈছিল। পিছলৈ অৱশ্যে সোণ-ৰূপ তামৰ মুদ্ৰাৰো প্ৰচলন হৈছিল। অসম বুৰঞ্জী মতে জয়ধ্বজ সিংহ স্বৰ্গদেৱেহে প্ৰথম "হেন্দুৱান আখৰেৰে সিংহ-পহুএৰে আঠচুকীয়াকৈ ৰূপৰ মোহৰ মাৰিলে। আমাৰ দেশত সেই সময়ৰ পৰাহে ৰূপৰ মোহৰ চলিল"। (পৃঃ ৮৪)

অসমৰ মুদৈসকলে দাঁতি-কাষৰীয়া ৰাজ্যত আৰু অসমৰ সীমা পাৰ হৈও বেহা-বেপাৰ কৰিছিল। প্ৰতাপসিংহ স্বৰ্গদেৱৰ দিনত—

নবাব আব্দুল নবাব ইছলামৰ অনুমতিয়ে সোণাৰী মুদৈ জয়হৰি মুদৈ নৰহৰি মুদৈয়ে শ্ৰীসূৰ্য্যত বেহা কিনা কৰিছিল। পাচে তিনি মুদৈৰ আগতে বোলে—"মহাৰাজাৰে ঢকাৰ নবাবৰে প্ৰীতি কৰাওঁ।" তিনি মুদৈয়ে বোলে—"ভাল, আমি দেৱৰ ঠাইত জনাই নিম।" পাচে ঢকাৰ নবাবে মহাৰাজৰ ঠাইত এক লিখা দি হাতীৰ দাঁতৰ মলমাকৰা পীৰা ১ খন, মুকুতা ১০ ধাৰ, পোৱাল ৩০ ধাৰ হীৰাপতা মৃগদুগী ১ খান, সোণাৰলী কাপোৰ ২১ যোৰ চিকন তাও ৪০ খান, এই খানি বস্তু দি পত্ৰ সন্দেশ দি ৰাজিওখাঁকে গোপালকে আমাৰ তিনি মুদৈৰ লগত দি পঠাই দিলে। পাচে বঙ্গালৰ কটকী কুৰুৱাত থৈ তিনি মুদৈৰ লাগি বৰফুকনত জনালেহি। পাচে সত্ৰাজিতেও ঢকাৰ কটকী আহিবৰ শুনি বৰফুকনলৈ জনালে, বোলে—"ঢকাৰ নবাবৰ কটকী যদি মহাৰাজাৰ ঠাইত ভোলেগে তাই নবাবৰে আমাৰ প্ৰীতিগোট কমনে হহিব? ঢকাৰ নবাবৰ উকীল যেমনে নোতোলে তেমন কৰিব।" পাচে বৰফুকনে শুনি দেৱৰ ঠাইলৈ সত্ৰাজিতকে বৰফুকনৰ ভায়েক লেচামু ডেকাক পঠিয়াই জনালে, বোলে—"সোণাৰি মুদৈয়ে ঢকাত বঙ্গালৰ আগত সকলো বিশ্বাসৰ কথা কৈ মিলা প্ৰীতি হই বঙ্গালৰ পত্ৰ সন্দেশৰ সহিতে কটকী আনি কুৰুৱাত থৈছে। আজ্ঞা হলেহে আনিব পাৰ বিনা আজ্ঞাৰে উকীল কিয় আনে?" এই কথা দেৱে শুনি বোলে—"সি বেপাৰী, বেপাৰ কৰিবহে পায়, বঙ্গালৰ কটকী আনে?" এই বুলি দায় ধৰি সোণাৰী মুদৈ, জয়হৰি মুদৈ, নৰহৰি মুদৈ তিনিকো কাটিলে। লগৰ থৈয়া ৪০ কো কাটিলে পাঠুৱাৰ ভুৰ সাজি বঙ্গালে যেখাকৈ উটুৱাই পঠালে। (দেওধাই অসম বুৰঞ্জী, পঃ ৬৬-৬৭)

আহোম যুগত হিন্দুধৰ্ম্মৰ বৰ্ণভেদ প্ৰথাই শেষ স্তৰত উপনীত হৈছিল। ৰাজ্যৰ শাসনভাৰ অহিন্দু ৰজাৰ হাতত থকাত আৰু নানা জাতি উপজাতিৰ

সংমিশ্রণৰ ফলত পূৰ্ব্বৰ বৰ্ণভেদ প্ৰথা শিথিল আৰু উদাৰ হ'ল। পূৰ্ব্বৰদৰে ব্ৰাহ্মণসকলে অৱশ্যে সমাজত স্থান আৰু প্ৰতিপত্তি লাভ কৰিছিল। ৰাজ-গুৰুৰ বাহিৰেও ব্ৰাহ্মণসকলক কটকী বিষয়ত নিয়োগ কৰা হৈছিল। যাগ-যজ্ঞ, শাস্ত্ৰ-পাঠ, শিক্ষা-দান ব্ৰাহ্মণৰ কাৰ্য্য আছিল। সাধাৰণ ব্ৰাহ্মণে পূজা-পাতল আৰু নিজে কোৰ-কটাৰী ধৰি খেতি-বাতি কৰি প্ৰৱৰ্ত্তিছিল। গোস্বামী, দেৱ, শৰ্ম্মা, মিশ্ৰ, সভাপণ্ডিত, ভট্টাচাৰ্য্য, চক্ৰবৰ্ত্তী, কন্দলি, কটকী আদি ব্ৰাহ্মণৰ উপাধি আছিল। আহোম স্বৰ্গদেৱসকলৰ অনুগ্ৰহত দৈৱজ্ঞ বা গণকসকলেও সমাজত উচ্চস্থান লভিছিল। দৈৱজ্ঞসকলে শুভাশুভ দিন-ক্ষণ গণনা আৰু পূজা-পাতি কৰিছিল। (দেওধাই অসম বুৰঞ্জীৰ জ্যোতিষীয়া দৈৱজ্ঞৰ ৰজা-ঘৰীয়া বাৰ আধ্যা, পৃঃ ১৫০)।

কায়স্থসকলে নিজক শূদ্ৰতকৈ উচ্চ পৰ্য্যায়ৰ বুলি গণ্য কৰিছিল। এওঁ-লোকে সাধাৰণতে লিখা-পঢ়া কাৰ্য্যত লিপ্ত আছিল। কাইথেলী লিপি, কাইথেলী-অঙ্ক কায়স্থসকলৰ পৰাই উদ্ভৱ বুলি কোৱা হয়। অন্য বৰ্ণৰ ভিতৰত বৰ-কলিতা, সৰু-কলিতা, বৰ-কোচ, সৰু-কোচ, পানী-কোচ, কেওত, জালিক-কৈৱৰ্ত্ত, হালিক-কৈৱৰ্ত্ত, হিন্দু-চুটীয়া, আহোম-চুটিয়া, আহোম, ডোম, চণ্ডাল, শূঁৰি, সূত, নাথ যোগী, বৰ্ণসঙ্কৰ বৰীয়া, তাঁতী, তেলী, ধুবী, নাপিত আদি বিবিধ বৰ্ণৰ উদ্ভৱ হয়। এই তালিকাৰ পৰা বুজিব পাৰি যে ভালেমান বৰ্ণ মূলতে উপজাতিহে হিন্দু ধৰ্ম্ম গ্ৰহণ কৰাত তেওঁলোকক বিশিষ্ট বৰ্ণ পৰ্য্যায়ভুক্ত কৰা হৈছে। এইদৰে ভালেমান বৃত্তিকো বৰ্ণলৈ তুলি নিয়া হৈছিল। তাৰ ভিতৰত সোণাৰী, (—কলিতা), কুমাৰ ( -কলিতা), কঁহাৰ (—কলিতা), নট আদি বৰ্ণ উল্লেখযোগ্য।

সামাজিক জীৱনত আহোমসকলে নাৰীক দিয়া মৰ্য্যাদা আৰু প্ৰাধান্য বিশেষ উল্লেখনীয়। নাৰীয়ে ৰাজ সিংহাসনত উঠিছিল আৰু ৰাণীৰ ৰাজ্য-শাসনত হাতো আছিল। প্ৰত্যেক কুঁৱৰীৰ ব্যক্তিগত মেল অৰ্থাৎ খাত-পাম আছিল। এইবোৰৰ শাসনত কুঁৱৰীসকলে নিজ ক্ষমতা প্ৰয়োগ কৰিবলৈ অধিকাৰ পাইছিল। অসমত বহু-বিবাহ আৰু অসবৰ্ণ বিবাহৰ বিশেষ প্ৰচলন আহোমৰ দিনৰপৰা হয় বুলি অনুমান কৰিব পাৰি। অসবৰ্ণ বিবাহৰ হেতু সমাজত কোনেও হীনতা স্বীকাৰ কৰিব নেলাগিছিল। শাস্ত্ৰীয় বিবাহ-পদ্ধতিৰ বাহিৰেও পলুৱাই, বল কৰি ধৰি আনিও বিবাহ সম্পন্ন কৰা হৈছিল। আহোমসকলৰ মাজত চকলং বিবাহ-পদ্ধতি চলিছিল যদিও স্বৰ্গদেৱ আৰু ডা-ডাঙৰীয়াসকলে হিন্দু প্ৰথাৰেও বিবাহ কৰিছিল। বিবাহ উৎসৱত গায়ন-বায়ন আদিয়ে বাদ্য-সংগীত যোগাইছিল, কোনো কোনো ক্ষেত্ৰত বিবাহ-উৎসৱত ডাওনাও পতা হৈছিল। স্বৰ্গদেৱ কমলেশ্বৰ সিংহৰ ভনী আইদেওক কুঁৱৰীগঞা বুঢ়াগোহাঁই ডাঙৰীয়াৰ মাজিউ পুতেকক চকলং মতে বিবাহ

দিছিল।—"সেই বিবাহত ন দিন পানী তুলিছিল। সকল সত্ৰ-চহৰীয়া গায়ন-বায়ন আনিছিল। ছোৱালী উলিৱাই দিবৰ দিনা ডাঙৰীয়াবোৰ চৌৰাত বহিছিলহি, বৰবৰুৱা, ফুকনবোৰো বহিছিল। সেই বিবাহত বুঢ়াগোহাঁই ডাঙৰীয়া, চমুৱা, বৰুৱা, ফুকন, কোনো কটকী, কাকতী, বিলতীয়া, এই বোৰক বটা দিলে।" (তুংখুংগীয়া বুৰঞ্জী, পৃঃ ১৭৪)। স্বৰ্গদেৱসকলে ছোৱালীৰ ঘৰলৈ জোৰোণ পঠিয়াইছিল, আৰু ছোৱালী বিয়া দি উলিয়াই দিওঁতে লগত ভালেমান বয়-বস্তুৰ বাহিৰেও বেটী-বন্দী, নাচনী-লিগিৰী যৌতুকত দিছিল। খোৰা ৰজাই নৰা ৰজালৈ কন্যা খুজি জোৰোণ পঠোৱা প্ৰসংগত আছে—

'চিৰিংসকলৰ হাতত জোৰণ দিলে। সোণৰ খাৰু এযোৰ কৰ্ণবালা এযাৰ বাখৰপতা বিৰি দুধাৰ ডিঙিগৰ চেও দুধাৰ, হাতৰ চেও দুধাৰ বাখৰাম আংগঠি ১০, উজণ্টি ১৪, ভৰিৰ চেও ২ কাপোৰ দসাজ এই বস্তসকল আমাৰ মানহে নি নৰা ৰজাক খামজাংগত দিলেগৈ। পাচে আহাৰৰ দিনত নৰা ৰজা যৌতুকে সহিতে ভাল মানুহ লগত দি ভনীয়েক গাভৰু ৰজাক আমাৰ চিৰিংসকলৰ হাতত ৰজাদেৱলৈ নমাই দি পঠিয়ালে।'
(দেওধাই অসম বুৰঞ্জী পৃঃ—৪৮)

তাঁত-বোৱা, ফুল-তোলা, আদি কাৰ্য্যত আহোম যুগৰ তিৰোতাৰ শিল্প-নিপুণতাৰ বিষয়ে অন্য ঠাইত উল্লেখ কৰা হৈছে। কুঁৱৰী আৰু বা-বিষয়াৰ ঘৰৰ তিৰোতাই শিক্ষা আৰু শাস্ত্ৰ-অধ্যয়ন কৰাৰ উদাহৰণ আছে। গড়গঁয়া ৰজাৰ এগৰাকী কুঁৱৰীৰ বিষয়ে কোৱা হৈছে—'কুঁৱৰীও ৰূপে-গুণে বৰ পণ্ডিতা, ভঁৰিযেৰেহে আহোম আখৰকো লেখিছিল (অসম বুৰঞ্জী, পৃঃ ৩২)। আহোম স্বৰ্গদেও সকলে নৃত্য আৰু সংগীতকো সমাদৰ কৰিছিল। প্ৰায়বোৰ শিৱ মন্দিৰতে নাচনী আছিল। ফুলেশ্বৰী বৰকুঁৱৰীও নাচনীয়াৰহে। তেওঁৰ বিষয়ে বুৰঞ্জীত আছে—

চিনাতলীয়া নটৰ জীয়ৰী নাম ফুলমতী নাচনীয়াৰ আছিল। তেওঁক বৰকুঁৱৰী পাতি বৰৰজা নাম দিলে ছত্ৰো দিলে হস্তীতো তুলিলে।
(তুংখুংগীয়া বুৰঞ্জী পৃঃ ৩৬)

স্বৰ্গদেও আৰু কোঁৱৰসকলৰ সেৱা-শুশ্ৰূষা আৰু পৰিচৰ্য্যাৰ নিমিত্তে কাৰেংগত কেইবাগৰাকীও নটিনী ছোৱালী ৰাখিছিল। ৰজা আৰু কোঁৱৰ-সকল বাহিৰলৈ গলে তেওঁলোকৰ লগত নাচনী ছোৱালীযো গৈছিল (তুংখুংগীয়া বুৰঞ্জী, পৃঃ ৩৭)। নটিনীক চোৰাংচোৱা কাৰ্য্যতো নিয়োগ কৰা হৈছিল। প্ৰথম তুংখুংগীয়া ৰজাৰ দিনত চেংগধৰাৰ ভিতৰুৱা কথাৰ বুজ-বাজ লবলৈ দেবেৰাই—

নটিনীক শিখাই বুজাই চেংগধৰা বৰফুকনৰ ঠাইলৈ পঠাই দিলে বোলে,—'ৰজিয়া পাৰৰৰ হয় নহয় জানি আহাগৈ।' নটিনীয়ে যৰ কাঁকলৰ চলে চাই আহি বোলে,—"আঁজিয়াৰ ধাৰনেহে থাকে।" এই কথা জানি চেংগধৰাৰ পুতেক বৰফুকনক ডেবেৰাএ মাৰিলেনি, আৰু গোমোথাকো মাৰিলে শিলেৰে খুন্দি চকু কাঢ়িলে। (অসম বুৰঞ্জী, পৃঃ ১৩৩)

অসমীয়া তিৰোতাৰ ৰাজ্য-শাসনৰ দক্ষতা আৰু সমৰ-নিপুণতাৰ পুনৰাবৃত্তি নিষ্প্ৰয়োজন—যদিও কোচৰ লগত সন্ধিৰ প্ৰস্তাৱত খোৰাৰজাই তিনিজনা গোহাইৰ পুতেকক কোচৰজাত জোগাবলৈ দিহা কৰা প্ৰসংগত নাংবক গাভৰুৱে যি কথা কৈছিল সেই কথাৰ স্মৰণে অসমীয়া নাৰীক চিৰকাল উদ্দীপ্ত কৰিব। দেওধাই অসম বুৰঞ্জীত আছে—

পাচে দিহিংগীয়া ৰজাদেৱৰ জীয়েক, খোৰাৰজাদেৱৰ পেহীয়েক ৰবগোহাইৰ বৈণী, নাংবক্ৰ গাভৰুৱে পুতেকৰ লগত আহি বুলিলে—"মোৰ পোক ভাটি ৰাজলৈ কেলৈ দিম, নিদিওঁ? কোচতে যে ৰণ হাৰিলি ৰজানো কি? ডা ডাঙৰীয়ানো কি?" গিৰিয়েকক বোলে—"তুমিনো কিহৰ বৰগোহাই? ভাল তহঁতে যে ৰণত হাৰিলি মই যুদ্ধ কৰি চাওঁ। তহঁতৰ টুপী চোলা কুনবিন কুনখা মঞি পিন্ধি কোচক যুদ্ধ কৰোঁ। তিৰুতা নে পুতান্ এতেকে মোক জানিবি। তহঁতে মোৰ সাজ পিন্ধিবি।" এই বুলি গাভৰুৱে পুতেক ড্যাওপেডক কাঢ়ি নিলে। পাচে ৰবগোহাঁয়ে ৰজাদেৱত কলে—"ৰাজ্যৰ কাৰণে মোৰ পোক দিলোঁ বুক।" পুনৰ গাভৰুৱে বোলে—"মোৰ লৰাক কোনে দিব পাৰে? দিখোঁ নৈক ওভোটাই বোৱাব পাৰিলেহে মোৰ লৰাক দিব পাৰে।" (দেওধাই অসম বুৰঞ্জী পৃঃ ৪৪)

অসমীয়া মানুহৰ ভোজন-বিলাসিতাৰ বিষয়ে পূৰ্ব্বৰ এক আধ্যাত উল্লেখ কৰা হৈছে। আহোম যুগত মাংসৰ ব্যৱহাৰ বৃদ্ধি পালে। নানা জাতীয় পশুৰ মাংস আৰু মাছ মানুহে খাইছিল। বিবিধ ভক্ষ্য পশুৰ ভিতৰত ম'হ গাহৰিৰ মঙহ খোৱাৰো উল্লেখ আছে। মাছ-মঙহৰ প্ৰচলনৰ লগতে ফটিকা পানো প্ৰচলিত হৈছিল। উচ্চশ্ৰেণীৰ প্ৰায়বোৰ মানুহে নিজৰ গৃহত, উৎসৱত অথবা সমাজত ( club ) ফটিকা খাইছিল। দেৱ-দেৱীৰ পূজা আৰু ৰজাঘৰত ফটিকাৰ প্ৰচলন আছিল। বিষয়াৰ সৰহ ভাগেই ফটিকা খাইছিল বুলি অনুমান হয় নহলে "মদ নোখোৱাৰ পুতেক" আদি নামৰ সৃষ্টি নহলহেঁতেন। এই যুগতে তামোল খোৱা প্ৰথাৰ ব্যাপক প্ৰচাৰ আৰু তাৰ লগতে পিকদানৰ ব্যৱহাৰ উল্লেখযোগ্য।

সাধাৰণতে প্ৰত্যেক যুগতে মানুহৰ মন বিশেষ এক বিষয়ত আকৃষ্ট হয়। কোনো যুগত মানুহৰ মন ধৰ্ম্মৰ প্ৰতি আকৃষ্ট হয় কোনো যুগত যুদ্ধৰ প্ৰতি ধাবিত হয়, আৰু কোনো যুগত সাহিত্য-শিল্পকলাৰ প্ৰতি আকৰ্ষিত হয়। আহোম যুগত যি কোনো নিমিত্তেই নহওক, মানুহৰ মন যুদ্ধ-বিগ্ৰহৰ প্ৰতি আকৃষ্ট হৈছিল, আৰু সেই হেতু কৰ্ম্মময় জীৱনৰ প্ৰতি আগ্ৰহ বাঢ়িছিল। বৈষ্ণৱ-মহন্তৰ প্ৰভাৱত অসমীয়া মানুহৰ মন পৰলোকৰ প্ৰতি চালিত হৈছিল। আহোমসকলে তাৰ পৰিবৰ্ত্তন ঘটুৱাই ঐহিক সুখ-শান্তি আৰু পাৰ্থিৱ উন্নতিৰ চেষ্টাৰ মন দিয়ালে। তেতিয়াৰপৰা অসমীয়া মানুহৰ মন বাস্তৱমুখী আৰু কৰ্ম্ম-প্ৰেৰণাৰে উদ্বুদ্ধ হ'ল। অসমীয়া জাতীয় চৰিত্ৰত আহোমসকলৰ এই দান লেখত লবলগীয়া।

আহোম যুগত সামৰিক-বিদ্যাৰ বিশেষ উন্নতি হৈছিল। আহোমসকলে যুদ্ধবিদ্যাত নতুন কৌশল, নতুন পৰিকল্পনা আৰু নতুন অস্ত্র-পাতিৰ প্ৰৱৰ্ত্তন কৰে। সামৰিক আৰু বে-সামৰিক কাৰ্য্যৰ কাৰণে বিভিন্ন ধৰণৰ নাও সজা হৈছিল। এইবোৰৰ কাৰণে নিপুণ শিল্পী আৰু পাৰদৰ্শী বিষয়া নিযুক্ত হৈছিল। হিলৈ-বৰটোপ, খাৰ-বাৰুদৰ প্ৰয়োগ আহোমৰ দিনৰ পৰা প্ৰচলিত হয়। ধনু-বিদ্যাতো পাৰ্গত কৰিবলৈ অসমীয়া মানুহক উপযুক্ত শিক্ষা দিয়া হৈছিল। কটকীৰ হাতত পৰৰাষ্ট্ৰলৈ পঠোৱা সন্দেশ-পত্ৰত কাৰফাই ধেনুও আছিল। কটকী নিয়োগ আহোম শাসনতন্ত্ৰৰ অন্য এটি কীৰ্ত্তি।

মীৰজুমলাৰ লগত অসমলৈ অহা মুল্লা দৰবেশ নামৰ এজন কবিয়ে অসমীয়া মানুহৰ ৰণ-নিপুণতাৰ বিষয়ে বৰ্ণনা কৰিছে—

অসমৰ ৰজাই যুদ্ধক্ষেত্ৰত এনে এক সৈন্যবাহিনী নমালে যে সিহঁত অসংখ্য হোৱাৰ নিমিত্তে পৃথিবীত চৰাইৰ সজাৰ দৰে হল। বিপ্লৱ অনাত সিহঁত পটু আৰু ৰমণীৰ চকুৰ দৰে কাড় আৰু বজ্র নিক্ষেপৰ সহায়েৰে আক্ৰমণত অদ্বিতীয় তথাচ সম্মুখ সমৰত অচল অটল। সিহঁতৰ শৰীৰ জীৱনৰ অগ্নিশিখাৰে পৰিপূৰ্ণ তথাপ ভৈৰাম আৰু পৰ্ব্বতত জীৱন সংহাৰ কৰা কাৰ্য্যত সিহঁতক কোনেও চেৰ পেলাব নোৱাৰে। জলদৈত্য ইফ্লিটৰ দৰে সিহঁতৰ প্ৰত্যেক সৈন্যক দেখিলে গা লোম শিয়ৰি উঠে। সিহঁতে যুদ্ধ কৰিবলৈ ধৰিলে শিৰৰ পৰা শৰীৰ আৰু শৰীৰৰপৰা শিৰ বিচ্ছিন্ন নোহোৱালৈকে সংগ্ৰাম ক্ষেত্ৰ নেৰিছিল। সিহঁত পাতালপুৰীৰ পৰা নিৰ্গত ঠিক যেন আদ্বিমান দৈত্য নাইবা বন্দীয়াৰৰ জিঞ্জিৰিৰপৰা পলাই উন্মুক্ত হোৱা কোনো জন্তু। সিহঁতৰ শৰীৰ ইমান আঁটিল যে সিহঁত ধূলিত পৰিণত হলেও সিহঁতৰ শিৰবোৰ শিথিল নহয়। অন্ধৰ চকু মণিৰ নিচিনা সিহঁতৰ সকলোটি জ্যোতিৰ্শূন্য জ্ঞানবিহীন। গুণ আৰ পৰিণামত সিহঁতৰ সকলো বিষৰক্ষৰ দৰে। মানুহৰ লগত সিহঁতৰ এয়ে সাদৃশ যে সিহঁতে দুই ভৰিৰ ওপৰত থিয় হৈ বাটে বজাৰে ঘূৰি ফুৰে। সিহঁতে ইমান ফান্দ কৰিব পাৰে যে পানীৰ বুৰ্বুৰনিৰ দৰে গোটেই শৰীৰত বতাহ অৱৰুদ্ধ কৰি থয়। সিহঁতৰ ৰাজ্য পুবৰ এমূৰৰ পৰা পচ্চিমৰ সিমুৰলৈ বিস্তৃত। এই ৰাজ্যৰ নদীবোৰ নৈৰ ঢৌতকৈয়ো অসংখ্য। ইয়াৰ অগণন কোঠ আৰু গড়ৰ গণনা কৰোঁতে গণন শাস্ত্ৰ ভিখ মগনীয়া হল। বীৰৰ বুকুৰ দৰে এই ৰাজ্যৰ কোঠবোৰ কালাশিলীয়া প্ৰস্তৰত স্থাপিত, সেইবোৰৰ উচ্চতা দৰ্শন কৰি উচ্চতা নিজেই যেন অৱশ অচেতন হৈ পৰিছে।"

(ডঃ সূৰ্য্যকুমাৰ ভূঞাঃ মীৰজুমলাৰ অসম আক্ৰমণ, পঃ ৬৮-৬৯)

ওচৰ-চুবুৰীয়া জন-জাতিসকলৰ লগত আহোমসকলে যি বিচক্ষণ থাপিত-সাপিত ৰাষ্ট্ৰ-নীতিৰে চলিছিল, সেই কথাও এই প্ৰসঙ্গত উল্লেখযোগ্য। এইবোৰ দাঁতি-কাষৰীয়া ৰজাৰ লগত বৈবাহিক সম্বন্ধ ঘটুৱাই মিলা-প্ৰীতিৰে থকা নীতিকেই আহোমসকলে সদা-সৰ্ব্বদা পোষণ কৰিছিল।

ওপৰত এই যুগৰ চিত্ৰ অঙ্কিত পুথিৰ বিষয়ে উল্লেখ কৰা হৈছে। আহোমৰ যুগত চিত্ৰাঙ্কন বিদ্যাৰ যথেষ্ট প্ৰসাৰ হয়। চিত্ৰসমূহ সাধাৰণতে পুথিৰ পাতত অঁকা হৈছিল। হস্তী-বিদ্যাৰ্ণৱ, ভাগৱত, শঙ্খচূৰ বধ কাব্য

আৰু গীত-গোবিন্দ আদি পুথিত থকা চিত্ৰসমূহ বৰ্ণৰ সামঞ্জস্য আৰু প্ৰতিকৃতি আৰু প্ৰাকৃতিক দৃশ্যৰ মনোৰমতাৰ হেতু অতুলনীয়। ডঃ সুনীতিকুমাৰ চট্টোপাধ্যায়ে এই চিত্ৰসমূহৰ বিষয়ে কৈছে—

During the 16th-18th centuries, Assam developed her own styles of miniatures which form a distinctive group within the frame-work of the art of the late medieval Indian miniature, but nufortunately this Assamese style ( or styles ) of miniatures, examples of which have from time to time appeared in print, in both colour and monochrome has not yet been properly studied It is to be seen to what extent the style of Hindu and Moghul ( i e Indo-Persian with European influences ) painting was modified by Mongoloid-Bodo and Ahom influences With the background of the wooden architecture of the Ahom houses and palaces and the special costumes of the Assamese people, these miniatures illustrating Assamese books are indeed charming ( *The Place of Assam in the History and Civilization of India* )

নানা জাতি-উপজাতিৰ সংমিশ্ৰণৰ ফলত ( cultural complex ) আহোম যুগত অসমীয়া শিল্প-ৰীতিয়ে যি এক নতুন গঢ় লৈছিল তাক আৰ্য-আহোম শিল্প-পদ্ধতি বুলি আখ্যা দিব পাৰি। চিত্ৰাঙ্কনৰ বাহিৰে অন্য বিষয়তো এই শিল্প-ৰীতি প্ৰকাশ পাইছিল। সাধাৰণ মানুহৰ ঘৰ-বাৰী আনকি ডা-ডাঙৰীয়া সকলৰ টুপ-লগোৱা গৃহও কাঠ-বেত-বাঁহ-খেৰ-ইকৰাৰে শুৱনিকৈ নিৰ্ম্মাণ কৰা হৈছিল। এইবোৰত গৃহনিৰ্ম্মাণ-নিপুণতাৰ বাহিৰেও সৌন্দৰ্যবোধ আৰু পাৰিপাট্যৰ পৰিচয় আছে। বিভিন্ন ধৰণৰ আসন (সিংহাসন, শৰ্য্যা, পীড়া, দোলা ইত্যাদি), পেড়া পেটাৰি, তাঁত-শাল আৰু খেতিৰ আহিলা-পাতি আদি দৈনন্দিন ব্যৱহাৰৰ সাধাৰণ কাঠ-বাঁহৰ বস্তুও মনোৰম ৰহণ আৰু মণ্ডন কাৰ্য্যৰে সুশোভিত কৰা হৈছিল। বেত-বাঁহৰ দ্বাৰাহি পাচি তুলা-চালনী, জপা-জাপি, ঢাৰি-পাটি, কঠ-ঢৰা, বিচনি আদিত ৰহণ সনা আৰু ফুল কটা হৈছিল। মাটি, কাঁহ, পিতল, হাতীদাঁতৰ শিল্পৰ উন্নতিৰ নিমিত্তে কুমাৰ, কঁহাৰ, মৰীয়া আদি শিল্পীসকলক ৰজাঘৰৰপৰা সহায় কৰা হৈছিল।

মাইহং, তাওকিন, বানবাটি, খুৰীবাটি, ধুপৰ ঘৰা, তাওবান, বেৰা-কাঁহী, লোটা, কলহ, বটা-শৰাই, টৌ, ভোগ-জৰা, ভৃঙ্গাৰ, পিকদান আদি কাঁহ-পিতলৰ শিল্পজাত বস্তু আহোমৰ দিনৰপৰা বিশেষভাৱে প্ৰচলিত হয়। এই যুগত সজা পিতলৰ দেৱবিগ্ৰহো উদ্ধাৰ হৈছে।

আহোমৰ দিনৰ এই শিল্পচৰ্চাৰ বিষয়ে Dr Francis Hamilton-এ তেওঁৰ ৰিপোৰ্টত (১৮০৮-১৮১৪) লিখিছে—"The King has in his house some men who make very fine mats, fans and head-scratchers of ivory, all Chinese arts These people are said to be able to straighten the tooth of an elephant by covering it with a thick coat of clay and cow-dung and then exposing it to the fire

Many people make mats, some are made of a species of Thalia, and some are made of the Sola or Aeschmomena-difusa

There are stone cutters who make plates, cups and stones for grinding curry-stuff The stone is the produce of the country"

আহোমসকলে নতুন গঢ়ৰ সোণৰ জোন-বিৰি, ঢোল-বিৰি, বানা, গেজেৰা, কটীয়া থুৰীয়া, দীঘল-কেৰু, বৰৈলগা কেৰু, মাদলী বাখৰাম-সোণৰ আঙঠি, বাখৰাম-সোণৰ টেমী, শিলিখাৰ্মণি, পোৱালে সৈতে হাতৰ চেও, খাৰু, গামখাৰু, সোণৰ হাৰ, ডুগডুগী লোকাপাৰ আদি বিচিত্ৰ অলংকাৰ পাতি প্ৰচলন কৰে। নদীত সোণ কমোৱা ব্যৱসায়ৰো তেওঁলোক প্ৰৱৰ্ত্তক।

অসমৰ তাঁত-শিল্পৰ উন্নতিত আহোমৰ দান সৰ্ব্বোচ্চ। এই প্ৰসংগত স্বৰ্গদেৱ প্ৰতাপসিংহৰ দিনত মোমাই তামুলী বৰবৰুৱাই কৰা ব্যৱস্থা মন কৰিবলগীয়া।

তেওঁ নিয়ম কৰিলে যে অসমৰ প্ৰত্যেক গৰাকী তিৰোতাই নিজে সন্ধিয়া বা ৰাতি দুটা সুতলাহী পকাব লাগিব। পাচদিনা গাৱঁৰ গাওঁবঢাই চাই ফাব সেই আদেশ মতে কাম হৈছে নে নাই। তাৰ উপৰিও প্ৰত্যেক অসমীয়া গৃহস্থীয়ে বজাৰ ভৰাললৈ বছৰি এপোৱা পাটৰ সুতা দিয়া নিয়ম আছিল। (বুৰঞ্জীৰ বাণী পৃঃ ১২৭)

অসমীয়া শিপিনীয়ে বোৱা ৰণুৱা কাপোৰৰ বিষয়ে বহু কিম্বদন্তী প্ৰচলিত আছে এই কাপোৰ পিন্ধি ৰণলৈ লগে ৰণজয় নিশ্চিত, এই কাপোৰৰ লক্ষণ—

মাজ-নিশা ৰাতি কপাহ নেওঠি পাঁজি কাটি, ৰাতি নোপুৱাওঁতেই বৈ উলিয়াৰ লাগে, তাকে আহোম মতে লব তাকে কবচ-কাপৰ বোলে। (অসম বুৰঞ্জী, পৃঃ ২১)

কিংখাপ মেজাঙ্কৰি পাট আৰু মুগা শিল্পৰ ব্যাপক প্ৰচলন আহোম স্বৰ্গদেৱ আৰু ডা-ডাঙৰীয়াসকলৰ পৃষ্ঠপোষকতাতে সম্ভৱ হৈছিল। কুঁৱৰী আৰু উচ্চ বা-বিয়ৱাৰ তিৰোতাসকলেও বিচিত্ৰ কাপোৰ বৈ নিজৰ শিল্প-নিপুণতাৰ পৰিচয় দিছিল।

H F Sammon-এ তেওঁৰ Monograph on the Cotton Fabrics of Assam (1887) নামৰ পুথিত লিখিছে—'The Ahom Rajas kept skilled weavers to supply the Royal wardrobe with clothes, and it is related how in the reign of Purandar Rajah, one Madhuram Tanti excelled all the other weavers of the day and was, for his services to the Royal family, granted land rent free by the King "

এই একেজন লিখকেই নিপুণ অসমীয়া গুণা-কটীয়াৰ বিলোপৰ বিষয়ে মন্তব্য কৰিছে—

In former days the gold and silver wire ( Guna ) used for embroidery was made within the province by a class of workmen called Gunakatia, the process of manufacture was a trade-secret, and no information concerning it has been procured This is all the more regrettable as the class of Gunakatia is rapidly becoming extinct, and such men as still retain the name depend no longer on their professional occupation for a livelihood, but have taken to agriculture or other more profitable employments and are fast losing or have lost already entirely their knowledge of the art for which they were once so famous "

অসমীয়া পুৰুষ-মহিলাৰ যি জাতীয় সাজ-পোছাক সি সম্ভৱতঃ আহোম যুগতে নিৰ্দ্ধাৰিত হয়। ভাৰতবৰ্ষৰ ভিতৰত অসমীয়া তিৰোতাইহে ৰিহা-মেখেলা-চাদৰ একেলগে এই তিনি বস্ত্ৰ পৰিধান কৰে। বুৰঞ্জী আৰু সম-সাময়িক প্ৰাচীন গ্ৰন্থৰপৰা আহোম যুগৰ অসমীয়া মানুহে ব্যৱহাৰ কৰা কানি-কাপোৰৰ এটি তালিকা তলত দিয়া হ'ল—

বৰ কাপোৰঃ তাৰ ভিতৰত আছে—পিত কাপোৰ পিত-খনীয়া, তিতা কঁৰিয়া, ছকঠীয়া, নৰা-কাপোৰ, ঢৰা-কাপোৰ, ফুলাম বৰ কাপোৰ।

খনীয়াৰ ভিতৰতঃ উকা খনীয়া, মুগা-ফুলৰ খনীয়া, আচু-ফুলৰ খনীয়া, গুণা-কটা খনীয়া, গাড়ী দিয়া খনীয়া, দবিয়ালী-গুণা খনীয়া, বুটা-দিয়া খনীয়া, গুটি-বুলোৱা খনীয়া, কৰ্বাচিপ খনীয়া, নোৱা কটা সুতাৰ খনীয়া আদি।

বিবিধ চেলেঙাঃ উকা-চেলেং, আচুদিয়া চেলেং, ফুলদিয়া চেলেং, গুণা-কটা চেলেং, পাৰি দিয়া চেলেং, জাৰি দিয়া চেলেং, ডবিয়লী চেলেং, মুগা-গুটি দিয়া চেলেং, সোণ-সুতাৰে চাৰ মৰা চেলেং প্ৰধান।

চাদৰৰ ভিতৰতঃ এৰীয়া চাদৰ, পাটৰ চাদৰ, গাত লোৱা চাদৰৰ নাম উল্লেখ কৰিব পাৰি।

গামোচাৰ ভিতৰতঃ ফুলবছা গামোচা, পানী গামোচা, ককাল-বন্ধা গামোচা, টঙালিমৰা গামোচা, কুহুমীয়া টঙালি, তামোল বন্ধা টঙালি, মূৰত বন্ধা গামোচা, হাঁচতি, মূৰহাঁচতি আদি।

মুনিহে ক'কালৰ তলত পিন্ধা পৰিধানৰ নাম হ'ল চুৰিয়া, ধুতি, ভুনি বা আওচা, তিয়নি গামোচা, পানী-গামোচা ইত্যাদি।

সিয়া কাপোৰৰ ভিতৰত বুকু চোলা, এঙগা চোলা, হোলোং চোলা ফতুৱৈ, ঘাগৰা, মিৰ্জাই। ভালেমান ধৰণৰ মোনা বা জোলোঙাৰো নাম পোৱা গৈছে, যেনে—থামুটি মোনা, দুফলী মোনা, বটুৱা, থুনুপাক আদি।

আহোম স্বৰ্গদেৱসকলে মোগলাই কহুমৰুলীয়া, সোণৰ ফুলবছা আদি নানা প্ৰকাৰৰ পাগ মূৰত বান্ধিছিল। এই পাগ আৰু পাগ বন্ধাৰ বিবিধ ৰীতিৰ চিত্ৰ পুৰাণি পুথিত আছে। স্বৰ্গদেৱ, কুঁৱৰী আৰু ডা-ডাঙৰীয়া-সকলৰ আগত জাপিধৰাই সোণ ৰূপৰ চুলাৰ জাপি, বৰদৈয়া জাপি সৰুদৈয়া জাপি ধৰিছিল।

ইয়াৰ বাহিৰেও স্বৰ্গদেৱ আৰু ডা-ডাঙৰীয়াসকলে নানা তৰহৰ কিংখাপ, মেজাঙ্কৰি আৰু কাৰচিপি বনকৰা কাপোৰ পিন্ধিছিল। এই সু-দীঘল পৰিধান তালিকাত অসমীয়া মানুহৰ বসন-বিলাসিতাৰ মনোৰম পৰিচয় আছে।

আহোম যুগত কৃষি-শিল্পাৰো যথেষ্ট উন্নতি হৈছিল। গছ-গছনি ৰোৱা আৰু আম-কঠাল, তামোল-পাণৰ বাৰী পতা কাৰ্য্যত আহোম স্বৰ্গদেৱসকলে কিদৰে উদগণি দিছিল সেইকথা মোমাই তামুলীৰ পদোন্নতিত প্ৰকাশ পাইছে। অসমীয়াত থকা অলেখ ধানৰ নামৰ পৰাও ধান-খেতিৰ প্ৰাধান্য আৰু ব্যাপক প্ৰচলন অনুমান কৰিব পাৰি।

পূৰ্ত্ত বিভাগৰ উন্নতি সাধনতো আহোমসকলৰ অসামান্য কীৰ্ত্তিৰ পৰিচয় আছে। শত্ৰুৰপৰা দেশ ৰক্ষাৰ্থে কোঁঠ আৰু গড় নিৰ্ম্মাণ পানীৰ পৰা হাত সাৰিবৰ কাৰণে মথাউৰি বন্ধা আৰু মৈদাম আদি সজাত পূৰ্ত্ত বিভাগৰ জ্ঞানৰ পৰিচয় পোৱা হৈছে। ৰজা মানসিংহই আহোমৰ গড় দেখি প্ৰশংসা কৰি কৈছিল—

> পাহাৰৰ ওপৰত গড় কৰিছে আগত মৈদানো অল্প, তালেতো আচামৰ যুদ্ধে নোৱাৰে। চক্ৰাকৃতি বেহু, একো ঠাইলৈ ভিতৰি আলি, মাইৰে নাপাই। তীৰ, কামান, যোৱা যুদ্ধ নাই। ধন্য মন্ত্ৰী, ধন্য সেনাপতি ধন্য পদাতি। একে পৰ্ব্বত তাতে এনে দুৰ্গম বেহু কৰিছে। ধন্য মন্ত্ৰী ধন্য সেনাপতি ধন্য পদাতি! (অসম বুৰঞ্জী পৃঃ ১১৫)

দেশৰ একীকৰণত বাট-পথ নিৰ্ম্মাণ অতি প্ৰয়োজনীয়। অসম দেশৰ ইমুৰৰ পৰা সিমুৰলৈ আহ-যাহৰ সুচলাৰ্থে আহোমসকলৰ দিনতে প্ৰশস্ত

ৰাজপথ নিৰ্ম্মাণ হয়। জয়সাগৰ, গৌৰীসাগৰ আদি দীঘল-বহল পুখুৰী নিৰ্ম্মাণ কাৰ্য্য আহোম যুগৰ পূৰ্ত্ত-বিদ্যানিপুণতাৰ অন্যতম নিদৰ্শন। আহোম যুগৰ দেৱালয়, মন্দিৰত অসমীয়া চাৰু-শিল্পীৰ শিল্প-চাতুৰ্য্যৰো পৰিচয় আছে। বস্তু-নিৰ্ম্মাণ ব্যৱস্থাৰ পৰিচয় ৰংঘৰ, কাৰেং। বাস্তুভিটা নিৰ্ম্মাণ কাৰ্য্যত শিল আৰু ইটাৰ প্ৰয়োগ মন কৰিবলগীয়া। শিলৰ মূৰ্ত্তি ভাস্কৰ্য্যৰ বাহিৰেও সাঁকো, স্তম্ভ আদি সজা হৈছিল। নামদাং আদি শিলৰ সাঁকোৰ নিৰ্ম্মাণ-নিপুণতা দেখিলে আজিও চমৎকৃত হব লাগে। আহোম যুগত ইটা গঢ়া ৰীতি অতুলনীয় আছিল। টেৰাকটা শিল্পৰো (ইটাত মূৰ্ত্তি কাটি পোৰা কাৰ্য্য) প্ৰাধান্য এই যুগতে হয়।

আহোম যুগতে নানা প্ৰকাৰ ক্ৰীড়া-কৌতুক, খেল-ধেমালিৰ সৃষ্টি হৈছিল। ঘৰৰ ভিতৰত কৰা খেলৰ ভিতৰত পাশা, সতৰঞ্চ, কড়িখেল। বাহিৰৰ ক্ৰীড়া-কৌতুকৰ ভিতৰত আছিল হাতী-যুঁজ ঘোৰা-দৌৰ, শোণ-যুঁজ, কুঁকুৰা যুঁজ, কণী-যুঁজ, ম'হ-যুঁজ, বাঘ-ভালুকৰ যুঁজ (আহোম-ৰজাৰ ৰং-ধেমালিঃ দেওধাই অসম বুৰঞ্জী, পৃঃ ১৩৭-১৪২)। এইবোৰ দৰ্শাবলৈ ৰংঘৰ আদিৰ নিৰ্ম্মাণ উল্লেখযোগ্য। স্বৰ্গদেৱ কমলেশ্বৰ সিংহৰ দিনত ৰংঘৰত মুনকাণ্ডৰ কটকী তোলা অনুষ্ঠান প্ৰসঙ্গত আছে—

আতপাতে সেই পৌষ মাসৰ ১৪ দিন যাওঁতে শুক্ৰুবাৰে গধূলিবেলা ৰংঘৰত 'এ সেই মনকণ্ডীয়াৰ কটকীক তুলিলে। ৰংঘৰৰ ওচৰত দুখন চাঙি কৰিছিল। তাকো কাপোৰেৰে চাইছিল। এখন চাঙত ডাঙৰীয়া দুজনা বহিছিল। এখনত বৰবৰুৱা, ফুকনবোৰ ৰাজখোৱা, কটকী, কাকতী দলৈ দেওধাই, বাইলুং এই সকল বহিছিল। খলাতে চাঙি এখনত মুনকণ্ডীয়া কটকী বহিবলৈ দিছিল। পাচে চিৰিং ফুকনে ভেটালে। পত্ৰ খবলৈ থুপৰ শৰাই দিলে। টেমাত ভৰি ভিঙিত বান্ধি পত্ৰ আনিছিল। শৰাইত থৈ সাত সেৱা কৰি সেই চাঙিতে বহিল। পাচে 'এ চিৰিং-ফুকনক চোধায়ে সুধিবলৈ আজ্ঞা কৰিলে। পাচে ফুকনে সিহঁতৰ ৰাজৰ কুশল শুধি জনালে। চিৰিং-ফুকনে পত্ৰ মাতি 'ত শুনোৱালে। পত্ৰ শুনি 'এ বোলে—"তাহেঁতত ক ৰাজা যি জনাই আছিছে আৰ সমাচাৰ বিদায় কালে পাব। সম্প্ৰতি থকা বহাতে থাকক।" এই বুলি ফুল-চন্দন দিলে। সিহঁতেও বহি বহি বহাবলৈ গ'ল। 'ও বাহৰলৈ আহিল। সেই কটকী তোলাত ৰংঘৰটো কাপৰে চাইছিল। দাঁতিত থুপৰ বৰে আৰিছিল। চাংখনত বানত পাৰিছিল। সেই খনতে 'ও চাঙতে চাপোৱাৰ ভৰি পাগ-জামা পিন্ধি বহিল। আনেও পাগ-জামা পিন্ধিছিল। প্ৰধান কোজ কৰিছিল।

সেইবেলা মুনুকেপণীয়া কটকীক দেখাই অনেক বাজী কৰাইছিল। বাজীও এই— মতা লগাইছিল, চকৰাল মাৰিছিল। ঢেপা-হিলৈ মাৰিছিল। আতচবাজী মাৰিছিল। জেংহাগ জলাই ধুপা মাৰিছিল। অপবাজিতাও জলাইছিল। বাঘ এটাও হাতীয়েৰে মৰাইছিল। হাতীয়ে পূৰে শিঙতে বাঘ-হাতী দুয়ো বাজলৈ জাল কালি ওলাল। ওলাই বাতে চিপাহী এটা কামুৰিলে। পাচে সকল চিপাহীয়ে চাপি চাপনে তৰোৱালে খুচি-

কাটি সেই বাঘ মাৰিলে। সেই বাঘৰ ডাঢ়ি পুৰিবলৈ জোঁৰ আনোঁতে হাম খৰি খাই পৰিয়েই দৈয়ংগীয়াৰ নেওগ এটা মৰিল। (তুংখুংগীয়া বুৰঞ্জী, পৃঃ ১৭৪-১৭৫)

হাতী চিকাৰ আৰু হাতীক সম্পদ আৰু সম্মান স্বৰূপে এই যুগতে গণ্য কৰা হয়। খেদি অথবা জালেৰে ঘেৰি হাতী, বাঘ, হৰিণ আদি পশু-পক্ষী, চিকাৰ কৰা ৰজা-প্ৰজা সকলোৰে আমোদৰ ক্ৰীড়া আছিল। কোনো কোনো বিষয়াই দোলাত পহুমৰা কুকুৰা তুলিও পহু মাৰিবলৈ গৈছিল (অসম বুৰঞ্জী, পৃঃ ৮৩)। স্বৰ্গদেৱ মৃগয়ালৈ যাওঁতে লগত পহুচুঙী আদি ভালেমান বা-বিষয়া লৈ গৈছিল, আৰু মৃগয়া বনত টঙ্গি-ঘৰ সাজি তাত চন্দ্ৰতাপ আঁৰি ৰং-ৰহইচকৈ কেইবাদিনো কটাইছিল। (দীৰ্ঘেশ্বৰীত মৃগয়া, গড়মুৰত স্বৰ্গ-দেৱৰ মৃগয়াঃ তুংখুংগীয়া বুৰঞ্জী, পৃঃ ৩৪, ৯৩)। এই একে বুৰঞ্জীতে কমলেশ্বৰ সিংহ স্বৰ্গদেৱৰ ম'হ চিকাৰ প্ৰসংগত আছে—

আতপাচে সেই শকৰ পোষ মাসৰ ৪ দিন যাওঁতে 'ও দিলশিৰিৰ মুখত ম'হ মাৰিবলৈ গৈছিল। সেইদিনা ম'হ এটা হাতীয়ে দলি মাৰি গড়ৰ বাজ কৰিলে। সেই মাহে মানুহ তিনিটা মৰি গুচি গ'ল। ম'হ মৰাই 'ও গধূলি বাহৰলৈ আহিল। (পৃঃ ১৭৪)

অসমৰ বৈষ্ণৱ-শাক্ত ধৰ্ম্মৰ বিভিন্ন সম্প্ৰদায়ক মাটি-বৃত্তি দান দি আহোম-সকলে সুপ্ৰতিষ্ঠিত কৰি গঢ়িলে। অসমৰ ধৰ্ম্ম আৰু অসমীয়া সাহিত্য-সংস্কৃতিৰ মূল ভেটি সত্ৰসমূহ আহোম ৰজাসকলৰ বদান্যতাতে চিৰায়ু হৈ আছে। জাক-জমক আৰু পয়োভৰেৰে পূজা-অৰ্চ্চনাৰ প্ৰচলন আহোম ৰজা আৰু যা-বিষয়াৰ কীৰ্ত্তি। মন্দিৰ আৰু দেৱ-দেৱালয়সমূহ কেৱল পূজা-অৰ্চ্চনাৰ কেন্দ্ৰ নাছিল, ই সাংস্কৃতিক মিলনক্ষেত্ৰ আৰু গীত-নাট্য-বাদ্য আদি চাৰু-শিল্পচৰ্চ্চাৰ কেন্দ্ৰত পৰিণত হৈছিল। হিন্দু ধৰ্ম্মৰ বাহিৰে অন্য ধৰ্ম্মকো আহোমসকলে পৃষ্ঠপোষকতা কৰিছিল। বৌদ্ধধৰ্ম্মৰ লগত সংমিশ্ৰণ হৈ আহোমসকলৰ যি নিজস্ব ধৰ্ম্ম গঢ়ি উঠিছিল সেই কথাও এই প্ৰসংগত উল্লেখ কৰিব পাৰি। আহোমসকলৰ চোমদেউ, ফুৰাতাৰা আদি সুকীয়া দেৱতা আৰু চৰাইদেৱ-পূজা আছি কিছু নিজৰ ধাৰ্ম্মিক অনুষ্ঠান, কুকুৰা কাটি মঙ্গল চোৱা আদি সুকীয়া ধৰ্ম্ম বিশ্বাস আছিল। সেইবোৰৰ প্ৰচলন অসমৰ ঠায়ে ঠায়ে এতিয়াও আছে।

আহোম ৰাজত্বৰপৰা অসমত কিছুমান নতুন উৎসৱ আৰু পূজা-পাৰ্ব্বণ প্ৰচলিত হয়। ভালেমান পুৰণি উৎসৱ আৰু পূজা-পাৰ্ব্বণ ৰাজসিক ভাৱে কৰা হৈছিল, নতুন উৎসৱৰ ভিতৰত ৰাজ-অভিষেকৰ সময়ত অনুষ্ঠিত হোৱা ধ্বজভন আৰু ৰণজয়ত অনুষ্ঠিত হোৱা উৎসৱ উল্লেখ কৰিব পাৰি। দ'ল-দেৱালয় পুখুৰী আৰু মৈদাম নিৰ্ম্মাণ আৰু প্ৰতিষ্ঠা উৎসৱ-অনুষ্ঠানেৰে সম্পন্ন কৰা হৈছিল। বুৰঞ্জীত উল্লেখ আছে যে—

দিহিঙ্গীয়া ৰজাই ৰজয় হুই বৰুৱা বিলৰ কাষৰত নাম দীঘ পুখুৰী খালি ব্ৰাহ্মণ দৈৱজ্ঞ সকলো লোকক ৭ দিন পুহিলে, ১৪৪৭ শক। (ডঃসূৰ্য্যকুমাৰ ভূঞা সম্পাদিত অসম বুৰঞ্জী, পঃ ১২)

মেচাগৰৰ পুখুৰী উচৰ্গা প্ৰসংগত আছে—

সেইবেলা মেচাগৰৰ পুখুৰী খানি আহোম নামে ম'হ গৰু কাটি স্বৰগ দেৱলৈ উচৰ্গি দিলে মাঘৰ সংক্ৰান্তিৰ দিনা (ঐ, পঃ ৬১)। গড়গঞা ৰজাই হুই গড়গ্ৰামত পুখুৰী খানিলে। ব্ৰাহ্মণ দৈৱজ্ঞ দেওধাই খুৱাই ধুৱাই ৭ দিন পুহিলে। (ঐ, পৃঃ ৩০)

দুৰ্গাপূজাৰ ব্যাপক প্ৰচলন আহোম যুগত হয়। এই পূজা বিশেষকৈ কামাখ্যা মন্দিৰ, শিৱসাগৰ আৰু শিলঘাট আদিৰ শিৱদ'লত, সদিয়াৰ কেচাই-খাতী গোসাঁনীৰ মন্দিৰত মহা পযোভৰেৰে পালন কৰা হৈছিল। দেৱীপূজাত ম'হ-ছাগলীৰ বাহিৰে নৰবলিও দিয়া হৈছিল। স্বৰ্গদেৱ গোৰীনাথ সিংহই কামাখ্যালৈ ১০,০০০টা ম'হ আগবঢ়াইছিল (তুংখুঙ্গীয়া বুৰঞ্জী, পৃঃ ৯৩)। কালী আৰু চণ্ডী পূজাও বাজহুৱা ভাৱে পতাৰ উল্লেখ পোৱা গৈছে। শাক্ত ধৰ্ম্মৰ লগত জড়িত আৰু সৰ্ব্বভাৰতীয় যাত্ৰী আকৰ্ষণ কৰা এটি প্ৰধান উৎসৱ হৈছে অম্বুবাচী। শৈৱ পূজা-পাৰ্ব্বণৰ ভিতৰত শিৱৰাত্ৰি উল্লেখযোগ্য। শিৱসাগৰ, উমানন্দ দেৰগাওঁ আদি ঠাইৰ শিৱমন্দিৰত এই পূজা সকলো শাস্ত্ৰীয় বিধি-বিধানেৰে পালন কৰা হৈছিল। লুইতৰ পূজাও প্ৰচলিত আছিল। মোগলৰ লগত যুদ্ধৰ কালত স্বৰ্গদেৱ প্ৰতাপসিংহে—

লুইতকো পূজিলা ম'হ চাৰি হাল হাঁহ পাৰ ছাগ আৰু আৰু আনো উপহাৰ বস্তুদ্ৰব্য দি পূজা কৰি ৰজাদেৱে প্ৰাৰ্থনা কৰি বুলিলে—

"ব্ৰহ্মপুত্ৰে মোৰ সম্বন্ধি সুপ্ৰসন হৈ জতকৰাৰ সাঁতি তৰ পোলোৱা।" পাচে ৰজা-দেৱৰ প্ৰাৰ্থনাত থাকি ব্ৰহ্মপুত্ৰে হাজোৰ সাঁতি তৰ পেলাই বঙ্গালৰ বৰ নাও যতে আছিল ততে তৰ পৰি নাও লাগি থাকিল। (দেওধাই অসম বুৰঞ্জী পঃ ৭০)

আহোমৰ দিনতে সমগ্ৰ অসমত বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ হয়। বৈষ্ণৱ ধৰ্ম্মৰ প্ৰচাৰত আহোম স্বৰ্গদেৱসকলৰ অসীম দানৰ উল্লেখ আগতে কৰা হৈছে। বৈষ্ণৱ সম্প্ৰদায়ৰ মাজতো ভালেমান উৎসৱ আৰু তিথি পালনৰ ব্যৱস্থা আছে। এইবোৰৰ ভিতৰত ৰাস-যাত্ৰা ঝুলন-যাত্ৰা জন্মাষ্টমী নন্দোৎসৱ, ফাকুৱা আদি প্ৰধান। স্বৰ্গদেৱ ৰুদ্ৰসিংহে ফাকু যাত্ৰাৰ দ'ল বন্ধাই তাতে ফাকু-যাত্ৰা কৰাৰ উল্লেখ তুংখুঙ্গীয়া বুৰঞ্জীত আছে। (পৃঃ ২৯)*

---

* আহোম স্বৰ্গদেৱসকলে সত্ৰপৰা ভাওনাক নি ৰজাঘৰত প্ৰতিষ্ঠা কৰিলে। আহোমৰ দিনত ভাওনা কেনে জাক-জমকেৰে পতা হৈছিল তাৰ বিৱৰণ বুৰঞ্জীত আছে। ৰাজেশ্বৰ সিংহৰ দিনত মণিপুৰীয়া আৰু কছাৰী ৰজাক ৰাৱণ-বধ ভাওনা দেখুৱা হৈছিল। সেই ভাওনাত কাৰ্ত্তিকচন্দ্ৰ বৰুৱা ওস্তাদ আছিল, সাত শ মানুহে ভাও লৈছিল। কমলেশ্বৰ সিংহৰ দিনত স্বৰ্গদেৱৰ আজ্ঞাৰে ১৭২৭ শকৰ ফাগুন মাহৰ ১৮ দিন যাওঁতে বাৰবৰীয়া মহন্তে দোলাকবীয়া চোৰাৰ কাষত চাৰিদিনীয়াকৈ ৰুক্মিণীহৰণ ভাওনা কৰিলে, অঙ্কৰ মতে।

বিপদ-আপদ, অপায়-অমঙ্গল দূৰ কৰিবলৈকেও ৰাজহুৱা আৰু ঘৰুৱা, উভয়ভাবে ভালেমান পূজা-পাৰ্ব্বণৰ প্ৰচলন হয়। নৱগ্ৰহ-পূজা, মনসা বা মাৰৈ পূজা, সুবচনী পূজা, শীতলা-পূজা, বুঢ়া-ডাঙৰীয়া আদি অপদেৱতাৰ অৰ্থে কৰা পূজা উল্লেখনীয়।

ঋতু আৰু শস্য সম্বন্ধীয় উৎসৱৰ ভিতৰত বিহু প্ৰধান। আহোমসকলৰ দিনতে বিহু জাতীয় উৎসৱ স্বৰূপে পৰিগণিত হয়।

ধানৰ আগ অনা, লখিমী আদৰা, ন-খোৱা আদি ঘৰুৱা শস্য উৎসৱ। লখিমী উৎসৱ আহোম সকলে বিশেষ ধৰণে পালন কৰে। তেওঁলোকে অকলে ভঁড়ালৰ আগত আৰু সমূহীয়াকৈ কোনো মুকলি ঠাইত এই উৎসৱ পালন কৰে। বাঁহৰ খুটাৰে টকৌ পাতৰে এটা চাংঘৰ সাজি তাক আহু-লখিমী বুলি কুকুৰা, ফুল, তামোল, মদ, পিঠা ফল আদি দি পূজা কৰে। তাৰ ওচৰত এটা নগা হোৱা সাজি এডাল নল-খাগৰীৰ লাখুটি দি হুচুংখোড়াক পূজা কৰে। ভঁৰালৰ ভিতৰত শালি-লখিমী বুলি কুকুৰা আদি দি পূজা কৰে। পানী তুলিবলৈ যাওঁতে খাওখাম বা বৰুণদেৱতাক ফল পিঠা আদিৰে পূজা দিয়ে। লখিমী আদৰা গীতসমূহত দেৱ-দেৱীৰ উল্লেখ পোৱা যায়—

লক্ষ্মী আই সুন্দৰী মৰাণৰ জীয়ৰী
খোড়া হচুঙৰে জী এ।
দলৰ কাণেমাৰি বজালৰ লাখুটি
আহা ভৈয়ামলৈ নামি এ॥
খিয় পৰেৰতত আছিলা লক্ষ্মীআই
কচলু কোমৰা খাই এ।
মনিচৰ বাজালৈ আহিলা লক্ষ্মীআই
কলে পিঠাগুৰি পায় এ॥
অতি কুলক্ষণী দবিদ্ৰ জীয়ৰী
দিলা ধুৰি পোকে মেলি এ।
ধুৰি পোক মেলিলা শনাহী মেলিলা
মাইজৰ কি গতি হব এ॥
খাওখাম দেৱতাক দিব বলি পূজা
শনাহী ভাটিয়াই যাব এ। —ইত্যাদি

(শ্ৰীযোগেন চেতিয়াৰ "লাখিমী আদৰা উছৱ আৰু তাৰ গীত" প্ৰবন্ধৰপৰা উদ্ধৃত)

---

মহন্তৰ দুৱো ভায়েক সেইবেলা উজানিকালে কলাপাতত বহিছিল। কালীসৰ্প ১টা, ভালুক ১টা, হাতী ১ যোৰ উলিয়াইছিল। আনো হো তাহৰ দৰে ওলাইছিল।" সেই একে জন স্বৰ্গদেৱৰ দিনতে অভ্ৰুবাগমন ভাওনা পতাৰ উল্লেখ আছে। এই ভাওনাত "বহুৱা নাই, তাৰ ঠিক নহৈছিল।" এনেবোৰ বিৱৰণৰপৰা সেই যুগৰ ভাওনা আৰু নাটৰ সম্পৰ্কে বহু তথ্য উদ্ধাৰ কৰিব পাৰি।

# ৬। আহোমৰ দিনত অসমীয়া সাহিত্য

আহোম যুগৰ পূৰ্ব্বে অসমৰ ৰজাসকলে ৰজাঘৰীয়া বিষয়ত সংস্কৃত ভাষা ব্যৱহাৰ কৰিছিল। অসমৰ পুৰণি শিলালিপি আৰু তামৰ ফলিসমূহে এই কথা প্ৰমাণ কৰে। আহোমৰ দিনতে অসমীয়া ভাষা ৰাজকাৰ্য্যত ব্যৱহাৰ কৰা হয়। কছাৰী, কোচ, দৰং, জয়ন্তীয়া আদি ৰাজদৰবাৰতো অসমীয়া ভাষাই প্ৰাধান্য লভিছিল। পুৰণি অসমীয়া সাহিত্য এই ৰাজ-দৰবাৰৰ সহায়তে বিশেষভাৱে পৰিপুষ্ট হয়। প্ৰথম অৱস্থাত আহোমসকলে ৰাজ-সভাত, উচ্চ সমাজত, বিচাৰালয়ত আহোম ভাষাকে চলাবলৈ চেষ্টা কৰিছিল। কিন্তু লাহে লাহে যেতিয়া আহোমসকলে অসমীয়াৰ লগত বৈবাহিক সম্বন্ধ স্থাপন কৰিলে, অসমীয়াৰ ৰীতি-নীতি গ্ৰহণ কৰিলে, তেতিয়া তেওঁলোকে নিজৰ ভাষা এৰি অসমীয়া ভাষা গ্ৰহণ কৰিবলৈ বাধ্য হ'ল। এই সংমিশ্ৰণৰ ফলত অসমীয়া ভাষাত আহোম ভাষাৰ শব্দ সোমাল, আহোমৰ মানসিক চিন্তা-ধাৰাই অসমীয়া সাহিত্যৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিলে। পূৰ্ব্বৰ অসমীয়া বৈষ্ণৱ সাহিত্যৰ ভগৱত-ভক্তি, শান্তি-প্ৰিয়তা, অদৃষ্টবাদত বিশ্বাস, উদাসীনতা আদিৰ ঠাইত আহোমসকলৰ আত্মনিৰ্ভৰতা, বীৰত্ব, নিৰ্ভীকতা, দুঃসাহসিক জীৱনৰ কল্পনা আদি ভাৱে অসমীয়া সাহিত্যত ঠাই ললে।

আহোমৰ ৰাজত্বকালত মুছলমানসকলে অসমদেশ আক্ৰমণ কৰা আহোম-যুৰঞ্জীৰ ডাঙৰ ঘটনা। মুছলমানসকলৰ অসম আক্ৰমণৰ ফলত আওপকীয়া-ভাৱে অসমৰ কেইবাটাও উপকাৰ সাধিত হয়। মুছলমানসকলৰ আক্ৰমণৰ ঠিক পূৰ্ব্বে অসমত সম্পূৰ্ণ সংঘ আৰু ঐক্যবদ্ধ জাতীয় জীৱন আছিল বুলি কব নোৱাৰি। সমূহীয়া বিপদে অসমীয়া মানুহৰ একত্ৰীকৰণত সহায় কৰিলে। কোচ, কছাৰী, আহোম, অসমীয়া, সকলোৱে নিজ জাতি-উপজাতিৰ কথা পাহৰি এক শক্তিমন্ত ৰজাৰ ছত্ৰৰ তলত সমবেত হ'ল। এই সম্মিলনৰ ফলত ক্ষুদ্ৰ স্বাৰ্থ পাহৰি এক জাতীয় চিত্তৰ সৃষ্টি হ'ল, এক অসমীয়া সংস্কৃতিৰ সূচনা হ'ল। এই সমূহীয়া বিপদে এক অসম দেশৰ প্ৰতি দেশবাসীৰ অসীম প্ৰীতি-ভাৱ জন্মালে। দেশৰ স্বাধীনতা ৰক্ষাৰ্থে মোগলৰ বিপক্ষে যুদ্ধ কৰি ভালেমান অসমীয়া পুৰুষ-মহিলাই খ্যাতি ৰাখি গৈছে। সেই চৰিত্ৰ আৰু ঘটনাসমূহে অসমীয়া মানুহক আজিও দেশ-প্ৰেম উদ্দীপনা দিছে, আৰু অসমীয়া সাহিত্য দেশ প্ৰেম-প্ৰধান কৰিছে। এইখিনিতে এটি কথা মন কৰিবলগীয়া যে—

আহোমসকলৰ আক্ৰমণৰ সময়ত অসমীয়া ৰাষ্ট্ৰীয় পৰিস্থিতি যিদৰে অনিশ্চিত আছিল সেইদৰে সামাজিক আৰু ধাৰ্ম্মিক অৱস্থাও শৃংখলাবিহীন আৰু শিথিল হৈ পৰিছিল। মানুহে নিজৰ শৌৰ্য্য-বীৰ্য্য-কৰ্ম্মশক্তিৰ ওপৰত বিশ্বাস এৰি তন্ত্ৰ-মন্ত্ৰ আৰু যাদু-বিদ্যাৰ ওচৰত আত্ম-সমৰ্পণ কৰিছিল। শক্তিশালী আহোম ৰজাৰ লগত যোগ হৈ শত্ৰুৰ বিপক্ষে থিয় হোৱাত অসমীয়া মানুহৰ অন্তৰলৈ পূৰ্ব্বৰ সাহ-তেজ আৰু আত্মপ্ৰত্যযৰ ভাৱ ঘূৰি আহিল।

মোগল আক্ৰমণৰ অন্য এটি সুফলৰ ভিতৰত অসম দেশৰ লগত সৰ্ব্ব-ভাৰতৰ পুনৰ সংযোগ স্থাপন। খৃষ্টীয় একাদশ আৰু দ্বাদশ শতিকাত অসমদেশে সৰ্ব্ব-ভাৰতীয় সংস্কৃতিৰ লগত সংযোগ-সূত্ৰ হেৰুৱাইছিল। মুছলমানৰ আক্ৰমণৰ লগে লগে অন্য জাতি আৰু অন্য ধৰ্ম্মাৱলম্বী, বিশেষকৈ ইছলামধৰ্ম্মী সকলৰ ভাৱ-চিন্তা, চিত্ৰ-শিল্প, সংগীত অসমলৈ আহিল। ইছলামৰ চুফী মত পোষণকাৰী ধৰ্ম্মপুৰুষ পীৰ-ফকিৰসকলৰ প্ৰভাৱত ইছলাম ধৰ্ম্মৰ লগত সম্বন্ধ থকা একেশ্বৰবাদ বিষয়ক জিকিৰ আৰু জাৰি নামৰ ভালেমান গীত ৰচনা হ'ল। লগে লগে আৰৱী আৰু ফাৰ্চী ভাষাৰ ভালেমান শব্দও অসমীয়া ভাষাত ঠাই ললেহি।

যুদ্ধ-বিগ্ৰহ কৰি বিদেশীৰপৰা দেশ ৰক্ষা কৰাৰ বাহিৰেও আহোম ৰজাসকলে নানা ভাৱে অসম দেশৰ উন্নতি সাধিছিল। দেশৰ বিভিন্ন অঞ্চলৰ লগত সংযোগ স্থাপন কৰিবলৈ, চিঠি-পত্ৰ অনা-নিযা কৰিবলৈ ডাঙৰ ডাঙৰ আলিবাট সজাইছিল। বেহা-বেপাৰৰ সুচলাৰ্থে হাট-বজাৰ পাতিছিল। ঠায়ে ঠায়ে নগৰ আৰু শৃংখলাবদ্ধভাৱে গাওঁ স্থাপন কৰিছিল। এই আটাইবোৰে জাতীযতাৰ বান্ধোন দৃঢ় কৰিলে। আহোমসকলে দেশত শাক্ত-শৈৱ-বৈষ্ণৱ আদি সৰ্ব্ব সম্প্ৰদায়ৰ ধৰ্ম্মৰ লগত জড়িত দেৱ-দেৱীৰ মন্দিৰ সজাইছিল। এই মন্দিৰবোৰ জাতিৰ সাংস্কৃতিক মিলনক্ষেত্ৰত পৰিণত হৈছিল। এইবোৰত সংস্কৃত আৰু অসমীয়া শাস্ত্ৰৰ পঠন-পাঠন, কাব্য গীতৰ চৰ্চ্চা হোৱাত অসমীয়া সাহিত্যৰ প্ৰচাৰ বাঢ়িছিল। দেশ-শাসনত শান্তি শৃংখলা বিৰাজ কৰাত সংগীত-শিল্প আৰু বিবিধ সুকুমাৰ কলাৰ উন্নতি হৈছিল। ঘটনা-বহুল যুগ হোৱাৰ হেতু এই সময়তে জনা গাভৰু, বাখৰৰৰা, পদুম-কুঁৱৰী আদি বুৰঞ্জীমূলক গীতৰ ( historical ballad ) উদ্ভৱ হৈছিল। মুঠৰ ওপৰত আহোম যুগটো বহুমুখী কৰ্ম্মপ্ৰেৰণাৰ যুগ। আহোমসকলৰ কাৰ্য্যক্ৰম আৰু বস্তু-ধৰ্ম্মী মনোবৃত্তিৰ আছিল। এই আটাইবোৰ কাৰণৰ হেতু বৈষ্ণৱ যুগৰ সাহিত্যৰ লগত আহোম যুগৰ সাহিত্যৰ ভালেমান পাৰ্থক্য হ'ল। আহোম যুগৰ সাহিত্যত ধৰ্ম্ম-সাধনাৰ ভাৱ আৰু কল্পনা-প্ৰৱণতা হ্ৰাস পালে তাৰ ঠাইত মানুহ বাস্তৱমুখী হ'ল। এই কাৰণেই আহোম যুগত ধৰ্ম্ম সাধনাৰ ভাৱ থকা কাব্যৰ সৃষ্টি কম হ'ল। এই যুগত গদ্যৰ সৃষ্টি প্ৰধান হ'ল। আনকি

যি কাব্য ৰচনা হৈছিল সিয়ো নীৰস, প্ৰাণহীন আৰু গদ্যময়ী হ'ল। মন কৰিবলগীয়া কথা যে এই যুগত বুৰঞ্জীও কবিতাত ৰচা হৈছিল।

আহোমসকলৰ কোনো বিশিষ্ট ধৰ্ম্মমত নাছিল। সেইহেতু তেওঁলোক প্ৰথম অৱস্থাত সকলো ধৰ্ম্মৰ প্ৰতি উদাৰ আছিল। কালক্ৰমত আহোম ৰজাসকল হিন্দু-ধৰ্ম্মত দীক্ষিত হ'ল। আহোম বিষয়াসকলেও হিন্দু-ধৰ্ম্ম গ্ৰহণ কৰিলে। তেওঁলোকৰ কোনো কোনোৱে বৈষ্ণৱ ধৰ্ম্ম ললে, আৰু কোনো কোনোৱে শাক্ত ধৰ্ম্ম গ্ৰহণ কৰিলে। ইয়াৰ ফলত ৰজাই পৃষ্ঠপোষকতা কৰা আৰু নকৰা সম্প্ৰদায়ৰ মাজত লাহে লাহে অৰিয়া-অৰিৰ সৃষ্টি হ'ল। শিৱসিংহ ৰজাই (১৬৩৬-৬৬) শাক্ত গুৰুত শৰণ লৈ শাক্ত সম্প্ৰদায়ক অধিক ৰাজ-সন্মান আৰু প্ৰাধান্য দিয়াত বৈষ্ণৱসকল বিদ্ৰোহী হৈছিল। শিৱসিংহৰ পত্নী ফুলেশ্বৰী কুঁৱৰীয়ে দেৱীপূজা পাতি তালৈ বৈষ্ণৱসকলৰ মোৱামৰীয়া নামৰ সম্প্ৰদায়ক নিমন্ত্ৰণ কৰি অপমান কৰাত বৈষ্ণৱসকলে আহোম ৰজাৰ বিপক্ষে বিদ্ৰোহ কৰে। এই ধৰ্ম্ম-বিদ্ৰোহ আহোম ৰাজ্য ধ্বংসৰ অন্য এটি কাৰণ। আহোমসকলে বৈষ্ণৱ আৰু শাক্ত ধৰ্ম্মৰ সকলো সম্প্ৰদায়কে সহায় কৰাত অসমীয়া সাহিত্যৰ প্ৰচাৰ আৰু সৃষ্টিত কিছু আহোম প্ৰভাৱ পৰিছিল। এই হেতু আহোম যুগত সাহিত্য বহুমুখী আৰু উদাৰ হ'ল। তেতিয়াৰপৰা কবিসকলে শাক্ত শাস্ত্ৰও অনুবাদ কৰিবলৈ ললে। শাক্ত সম্বন্ধীয় ভালেমান গীত ৰচনা কৰা হ'ল। দুই-চাৰিজন আহোমৰ ৰজাযো শাক্ত গীত-পদ ৰচনা কৰাৰ পৰিচয় পোৱা গৈছে।

আহোম যুগ বিৰাট জাগৰণৰ যুগ। কেৱল যুদ্ধ বিগ্ৰহৰ জয়তে আহোমসকলৰ কীৰ্ত্তি প্ৰকাশ পোৱা নাছিল, তেওঁলোকে শিক্ষা-সংস্কৃতিৰ উন্নতিতো উৎসাহী আছিল। ৰাজ পৰিয়ালৰ আৰু বিষয়াসকলৰ পুত্ৰাদিক বাৰানসী আদি শিক্ষ-কেন্দ্ৰত বিবিধ শাস্ত্ৰ অধ্যয়ন কৰিবলৈ পঠোৱা হৈছিল। প্ৰত্যেক সম্ভ্ৰান্ত পৰিয়ালৰ লৰা-ছোৱালীক পঢ়োৱা ব্যৱস্থা আছিল। ৰজা আৰু ৰাজবিষয়া সকলে কবি আৰু শিল্পীসকলক মাটি-বাৰী দি সহায় কৰিছিল। সংস্কৃত শাস্ত্ৰৰ অনুবাদ আৰু মৌলিক কাব্য ৰচনাত কবিসকলক ৰজা আৰু ৰাজবিষয়াই কিদৰে সহায় কৰিছিল সেই কথা এই যুগৰ কবিসকলে তেওঁলোকৰ কাব্যৰ ভণিতাত উল্লেখ কৰি গৈছে। অৱশ্যে সাহিত্যিকসকলৰ ওপৰত ৰাজ অনুগ্ৰহ পৰাত সাহিত্যৰ ভাৱ আৰু বিষয়-বস্তু পৰিবৰ্ত্তন নোহোৱাকৈ থকা নাছিল। ৰজা-ৰাণীসকলৰ গুণ বৰ্ণনা কৰি ভালেমান বন্দনা-গীত ৰচিত হৈছিল। আহোম ৰাজ-দৰবাৰ জাক-জমক আৰু ধন-ৰত্নেৰে শোভিত হৈ আছিল। এই পাৰিপাৰ্শ্বিক অৱস্থাই কবিৰ কল্পনাৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিছিল। গতিকে আহোম যুগৰ কবিতাত বৈষ্ণৱ যুগৰ austerity আৰু sincerityৰ ঠাইত artificiality প্ৰধান হ'ল। বৈষ্ণৱ-সাহিত্যত স্বাভাৱিক সুখ-স্বাচ্ছন্দতাক দমন কৰা

হৈছিল, আহোম যুগৰ সাহিত্যই সেই বন্ধনৰপৰা মুক্তি লাভ কৰিলে। বিশেষতঃ ৰাজ-দৰবাৰ প্ৰেম আৰু ৰোমাঞ্চৰ কেন্দ্ৰ। ৰজা-ৰাণীসকলেও আনন্দ-বিনোদনৰ কাৰণে ধৰ্ম্ম-আখ্যানতকৈ প্ৰেম-আখ্যানকে বিচাৰে। গতিকে কবিসকলে বহুতো প্ৰেমৰ আখ্যান লৈ কাব্য ৰচনা কৰিলে, অথবা ধৰ্ম্ম-আখ্যানসমূহকে প্ৰেম-আখ্যানলৈ ৰূপান্তৰিত কৰিলে। পুৰাণসমূহত ভালেমান প্ৰেম-মূলক আখ্যান থকা হেতু আহোম ৰজাসকলে এই পুৰাণসমূহ অসমীয়াত অনুবাদ কৰিবলৈ কবিসকলক সহায় আৰু উদগনি দিছিল। আৰু এটা কথা মন কৰিব লগীয়া যে বৈষ্ণৱ যুগৰ সাহিত্যত সাধাৰণতে দেৱ-দেৱীৰ মহিমা কীৰ্ত্তন কৰা হৈছে। অৱশ্যে কোনো কোনো ক্ষেত্ৰত দেৱ-দেৱীৰ চৰিত্ৰ চিত্ৰনত মানুহৰে জীৱন প্ৰকাশ পাইছে। কিন্তু আহোম যুগত মানুহ সাহিত্যৰ বিষয়-বস্তু হ'ল। মানুহৰ জীৱনৰ লগত জড়িত লৌকিক-অলৌকিক কাহিনী লৈ কাব্য ৰচনা কৰা হ'ল। কিন্তু কাব্যতকৈ গদ্যত হে অধিক প্ৰকাশ লাভ কৰিছে।

এই সকলোবোৰৰ ভিতৰত আহোমসকলৰ অসমীয়া সাহিত্যলৈ সৰ্ব্বশ্ৰেষ্ঠ দান হৈছে বুৰঞ্জী। ৰজা-ঘৰীয়া সকলো বিষয় লিপিবন্ধ কৰা আহোমসকলৰ নীতি আছিল। অসমীয়া সাহিত্যক বুৰঞ্জীৰাজিয়ে অপূৰ্ব্বভাৱে মহীয়ান আৰু গৌৰবান্বিত কৰি ৰাখিছে। বুৰঞ্জী সাহিত্যৰ বিষয়ে উল্লেখ কৰি Sri G A Grierson-য়ে লিখিছে—

"The Assamese are justly proud of their National Literature In no department have they been more successful than in a branch of study in which India as a rule is curiously deficient The historical works or Buranjis are numerous and voluminous A knowledge of the Buranjis was an indispensable qualification to an Assamese gentleman"

বুৰঞ্জী অসমীয়াৰ মানত জ্ঞানৰ ভঁৰাল। দেশ শাসনৰ পদ্ধতি, ৰজা-ঘৰীয়া কাৰ্য্য, সামৰিক ঘটনাৰ বিবৃতি আৰু দেশৰ ডা-ডাঙৰীয়াৰ বিষয়ে জন-শিক্ষিত সমাজে শিক্ষাৰ এটি অপৰিহাৰ্য্য অংগ বুলি বিবেচনা কৰিছিল। বুৰঞ্জী প্ৰণয়ন অতি পবিত্ৰ কাম। সেয়েহে ৰচনাৰ আৰম্ভতে দেৱতাৰ প্ৰতি প্ৰণতি জনাই লেখনী হাতত লোৱা হৈছিল। বুৰঞ্জীসমূহ সাধাৰণতে ৰাষ্ট্ৰৰ সকলো বিষয়তে জ্ঞান থকা লোকৰ হতুৱাই যুগুত কৰোৱা হৈছিল। বুৰঞ্জী লিখকক ৰজা-ঘৰৰ পৰা প্ৰয়োজনীয় সকলো কাকত-পত্ৰ, আহিলা-পাতি দি সহায় কৰা হৈছিল। ৰজাঘৰীয়া ওখ পদৱীৰ বিষয়াই ৰচনা কৰা কেইবাখনো বুৰঞ্জী পোৱা গৈছে। এই কাৰণ সমূহৰ নিমিত্তে বুৰঞ্জীৰ ভাষা গাম্ভীৰ্য্যপূৰ্ণ আৰু সম্ভ্ৰমসূচক। বিশেষতঃ বিষয়-বস্তু সত্য ঘটনাৰ বিবৃতি হোৱাত ভাষাই ভাব-প্ৰৱণতা আৰু অত্যাধিক বাক্যালঙ্কাৰৰ পৰা অব্যাহতি লভিছে। সহজ

সৰলভাৱে বৰ্ণনা কৰাত আৰু স্থিৰ-ভাব ব্যঞ্জক প্ৰকাশ-ভংগিমাৰ অনুপস্থিতিত লেখনী হৃদয়গ্ৰাহী আৰু সৌষ্ঠৱপূৰ্ণ হৈছে। বুৰঞ্জী ৰচনাৰ মাজেদিয়েই অসমীয়াৰ ঐতিহাসিক চেতনা আৰু বিচাৰশীল মনৰ উন্মেষ হয়।

বিৰাট বুৰঞ্জী-সাহিত্যৰ সামান্য অংশহে বৰ্ত্তমান প্ৰকাশ হৈছে। ড° সূৰ্য্যকুমাৰ ভূঞাদেৱে অসম গৱৰ্ণমেণ্টৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ পৰা এই জাতীয় সম্পদ পোহৰলৈ আনিছে। গদ্য-পদ্যত ৰচিত এই প্ৰকাশিত বুৰঞ্জীৰ ভিতৰত প্ৰধান হৈছে হৰকান্ত বৰুৱাৰ অসম বুৰঞ্জী (প্ৰকাশ ১৯৩০), দেওধাই অসম বুৰঞ্জী (কেইবাখনো বুৰঞ্জীৰ পৰা সংগ্ৰহ, ১৯৩২), শ্ৰীনাথ বৰবৰুৱাৰ তুংখুংগীয়া বুৰঞ্জী (১৯৩২), কছাৰী বুৰঞ্জী (১৯৩৬), জয়ন্তীয়া বুৰঞ্জী (১৯৩৭), ত্ৰিপুৰা বুৰঞ্জী (১৯৩৮), অসম বুৰঞ্জী (১৯৪৫), আৰু পদ্যত ৰচিত কলি ভাৰত' আৰু 'বেলিমাৰৰ বুৰঞ্জী'। কামৰূপ অনুসন্ধান সমিতিৰ পৰাও পুৰণি অসম বুৰঞ্জী আৰু পাদশ্যাহ বুৰঞ্জী নামৰ দুখন প্ৰখ্যাত বুৰঞ্জী প্ৰকাশ হৈছে।

এই বুৰঞ্জীসমূহত ৰজা-ঘৰীয়া ঘটনাৰ বাহিৰেও আহোম যুগৰ সামাজিক, ধাৰ্ম্মিক আৰু শিক্ষা-সম্বন্ধীয় ভালেমান তথ্য-পাতি সন্নিহিত হৈ আছে। মাজে মাজে প্ৰাচীন কাহিনী, কিম্বদন্তী আৰু সাধুকথাও সিঁচৰতি হৈ থকা পোৱা গৈছে।

বুৰঞ্জীসমূহত অলেখ প্ৰৱচন আৰু মনোৰম প্ৰাজ্ঞ বাণীও আছে। সেই দেখিয়েই ড° সূৰ্য্যকুমাৰ ভূঞাদেৱে মন্তব্য কৰিছে—"বুৰঞ্জীৰ কথা শুকান হাড়-ছাল নহয়, তাত ভাবৰ সমাবেশ আৰু আবেগৰ সোঁৱত লক্ষ্য কৰিব পাৰি। সেই দেখি এই বুৰঞ্জীসমূহক বুৰঞ্জীৰ শাৰীৰ পৰা বিশুদ্ধ সাহিত্যৰ অংগীভূত কৰা হৈছে। বুৰঞ্জী আৰু সাহিত্যৰ এনে অপূৰ্ব্ব ত্ৰিবেণী সংগম বৃটিছৰ পূৰ্ব্ব যুগৰ কোনো ভাৰতীয় প্ৰাদেশিক সাহিত্যতে দেখিবলৈ পোৱা নাযায় বুলি কলেও সত্যৰ অপলাপ নহয়।"

আহোমৰ দিনত ৰজাঘৰীয়া চিঠি-পত্ৰ, ভূমি-দান-পত্ৰ, মামলা মোকৰ্দ্দমাৰ সিদ্ধান্ত-পত্ৰত অসমীয়া ভাষাৰ প্ৰচলন হৈছিল। তাৰে ফলত বিভিন্ন বিষয় প্ৰকাশৰ নিমিত্তে ভিন ভিন সাঁচৰ অসমীয়া গদ্য-ৰীতিৰ উদ্ভৱ হ'ল, নানা বিষয়ৰ শব্দই অসমীয়া শব্দ-সম্ভাৰ বৃদ্ধি কৰিলে। এই চিঠি-পত্ৰসমূহৰ ভিতৰত ১৫৫৫ খৃষ্টাব্দত কোচবিহাৰৰ নৰনাৰায়ণ ৰজাই আহোম স্বৰ্গদেউ স্বৰ্গনাৰায়ণলৈ দিয়া চিঠিয়েই প্ৰথম।

সাহিত্য আৰু ধৰ্ম্ম সম্বন্ধীয় পুথিৰ বাহিৰেও আহোম ৰজাসকলৰ পৃষ্ঠপোষকতাত নানা বিষয়ৰ ব্যৱহাৰিক জ্ঞানৰ পুথি অসমীয়ালৈ অনুদিত হৈছিল। ইয়াৰ ভিতৰত আয়ুৰ্ব্বেদশাস্ত্ৰ, নিদান, জ্যোতিষ, অংকৰ আৰ্য্যা, নৃত্য-গীতৰ পুথি, গৃহ-নিৰ্ম্মাণ আদি বিষয়ৰ পুথি প্ৰধান। এনেবিধ বিজ্ঞান সম্বন্ধীয়

পুথিৰ ভিতৰত সুকুমাৰ বৰকাঠৰ 'হস্তী-বিদ্যার্ণৱ' উল্লেখ কৰিবলগীয়া। চিত্র-যুক্ত এই পুথিখনি মহাৰাজ শিৱসিংহ আৰু তেওঁৰ কুঁৱৰী অম্বিকাদেৱীৰ নিৰ্দ্দেশত ১৭৩৪ খৃষ্টাব্দত যুগুত কৰা হয়। পুথিৰ চিত্রসমূহ আঁকিছিল দিলবৰ আৰু দোচাই নামৰ দুজন শিল্পীয়ে।

আহোম স্বর্গদেৱসকল কেৱল সাহিত্যিকৰ পৃষ্ঠপোষকেই নাছিল, তেওঁ-লোকে নিজেও সাহিত্য সেৱা কৰিছিল। ৰুদ্রসিংহ আৰু শিৱসিংহৰ ভণিতা থকা ভালেমান গীত বৰ্ত্তমানে সংগৃহীত হৈছে। বৰগীতৰ আৰ্হিত দেৱগান্ধাৰ ৰাগত ৰচিত শিৱসিংহ ৰজাৰ—

"শাৰদ পুৰ্ণিমা হিমকৰ বদনী।
চঞ্চল নীল নলিনীদল নয়নী॥
চঞ্চল লোচনে কাজৰ ৰাঙ্গ।
ভাবুক মনে কুটিলতৰ ভঙ্গ।"—গীত উল্লেখযোগ্য।

আহোম ৰজাসকলৰ সভা-কবিৰ ভিতৰত কবিৰাজ চক্রবৰ্ত্তী প্রধান। শিৱসিংহ আৰু তেওঁৰ কুঁৱৰী ফুলেশ্বৰীৰ নিৰ্দ্দেশ মতে কবিৰাজ চক্রবৰ্ত্তীয়ে 'শঙ্খচূৰ বধ' কাব্য আৰু 'গীত গোবিন্দ'ৰ অসমীয়া অনুবাদ কৰে। ৰাণী প্ৰমথেশ্বৰী আৰু ৰজা শিৱসিংহৰ আদেশত অনন্ত আচাৰ্য্য নামে অন্য এজন কবিয়ে 'আনন্দ লহৰী' নামে শাক্ত কাব্য ৰচনা কৰে। ৰজা-ৰাণী আৰু নিজৰ বিষয়ে কবিয়ে ভণিতাত লিখিছে,—

সৌম্যৰ পীঠৰ সম নাহি আন।
সততে থাকন্ত যাত ভৱানী ঈশান॥
সেহি পীঠ মধ্যে আছে পুৰী নানা খান।
কেহো নোহে ৰঙ্গপুৰ নগৰী সমান॥
সেহিসে নগৰী জানা দুতি আয়ৱতী।
তাতে শিৱসিংহ ভৈলা দুতি সুৰপতি॥
প্ৰমথেশ্বৰী ভৈলা তান পটেশ্বৰী।
ৰূপে গুণে কোতো যাৰ নাহি সৰিবৰি॥
তাসম্বাৰ সঙ্গে থাকি মই বিদ্যাহীন।
ৰাজা দুজনাৰ হিত ৰাঞ্ছো নিতে নিত॥
অনন্ত আচাৰ্য্যে ভণে এৰি আন বাণী।
নিৰন্তৰে বোলা নৰে শঙ্কৰ ভৱানী॥

ৰুদ্রসিংহৰ অনুগ্রহত ৰুচিনাথ কন্দলিয়ে মাৰ্কণ্ডেয় চণ্ডী আৰু কল্কি পুৰাণ নামৰ দুখন কাব্য ৰচনা কৰে। তেওঁ ৰাজ-অনুগ্রহৰ বিষয়ে লিখিছে,—

ৰাসৱ বংশত জাত ৰুদ্রসিংহ নামে খ্যাত
সৌম্যৰ পীঠৰ অধিপতি।

কামৰূপ অধিকাৰী দুৰ্জ্জনৰ দণ্ডকাৰী
গদাধৰ সিংহৰ সন্ততি॥
ৰংগপুৰ নামে এক তেহে পুৰ কৰিলেক
থাপিলেক তৈতে বিপ্ৰগণ।
নানা স্থান হন্তে নিয়া বৃত্তি-বিধানক দিয়া
আনিলেক অনেক ব্ৰাহ্মণ॥
সি স্থানত বিপ্ৰবৰ নানা গুণে গুণাকৰ
ভৈল কৃষ্ণাচাৰ্য্য শুদ্ধ মতি।
তান পুত্ৰ ৰুচিনাথে দুৰ্গাক সেৱিয়া মাথে
চণ্ডিপদ ৰচিলা সম্প্ৰতি॥

ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱৰ পুতেক চাৰুসিংহ আৰু বোৱাৰীয়েক প্ৰেমদাৰ আজ্ঞা অনুসাৰে বিদ্যাচন্দ্ৰ কবিশেখৰে হৰিবংশৰ অসমীয়া পদ কৰে। আহোম তিৰোতাসকলে সাহিত্য-শিল্পত কিদৰে পৃষ্ঠপোষকতা কৰিছিল সেইকথা বিদ্যাচন্দ্ৰ কবিশেখৰৰ পদৰ পৰাই প্ৰমাণিত হয়। কবিয়ে ভণিতা কৰিছে,—

তাহান তনয় চাৰুসিংহ মহামতি।
গুণীগণ মধ্যে শ্ৰেষ্ঠ বিপুল শকতি॥
তান পত্নী প্ৰেমদা নামত মনোনীতা।
সৰ্ব্ব গুণৱতী যেন দ্ৰুপদা দুহিতা॥
তাসম্বাৰ আজ্ঞা ৰত্নমালা শিৰে ধৰি।
শ্ৰীকবি শেখৰ ভট্টাচাৰ্য্য দ্বিজ হৰি॥
ভাষা বন্ধে নিৰ্বন্ধিত হৰি বংশ পদ।
শুনা নিজৰদে শুদ্ধ বুদ্ধ সভাসদ॥

হিতোপদেশ আৰু পঞ্চতন্ত্ৰৰ সাধুকথাসমূহ এই যুগত অসমীয়ালৈ অনুবাদ কৰা হয়। 'মৃগাৱতী চৰিত' নামৰ মনোহৰ কাব্য এখনো আহোম যুগতে অসমীয়াত অনূদিত হয়।

আহোম ৰজাসকলে পুৰাণসমূহো অসমীয়াত অনুবাদ কৰিবলৈ কবি-সকলক সহায় কৰিছিল। স্বৰ্গদেৱ শিৱসিংহ আৰু অম্বিকাদেৱীৰ নিৰ্দ্দেশত কবিচন্দ্ৰ দ্বিজে ধৰ্ম্ম-পুৰাণ অসমীয়ালৈ অনুবাদ কৰিছিল। আগতে উল্লেখ কৰা কবিৰাজ চক্ৰৱৰ্ত্তীয়ে শিৱসিংহ আৰু প্ৰমথেশ্বৰীৰ অনুগ্ৰহত ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণ অনুবাদ কৰিছিল। এইজনা কবিয়ে পদ্ম-পুৰাণৰো কিছু অংশ অনুবাদ কৰিছিল বুলি অনুমান কৰিব পাৰি। ঘনশ্যাম খাৰঘৰীয়া ফুকনে উনৈশ শতিকাত কল্কি-পুৰাণৰ কিছু অংশ অনুবাদ কৰে।

আহোমসকলৰ দিনতে মহাভাৰতৰো কেইবাটাও পৰ্ব্ব অসমীয়ালৈ অনুবাদ হয়। শান্তিপৰ্ব্বৰ পদকৰ্ত্তা লক্ষ্মীনাথ দ্বিজক আহোম ৰজা ৰুদ্ৰসিংহই অনুগ্ৰহ কৰাৰ উল্লেখ আছে। শম্ভুনাথ দ্বিজে মহাভাৰতৰ অশ্বমেধ পৰ্ব্বৰ আখ্যান

লৈ ধৰ্ম্ম-সংবাদ নামৰ কাব্য ৰচিছিল। সেই কাব্যৰ ভণিতাত কবিয়ে শিৱসিংহ ৰজাৰ বিষয়ে বৰ্ণাইছে—

শিৱসিংহ ধৰ্ম্মৰাজা গুণে নাৰায়ণ।
কৰন্ত ভকতি সদা কৃষ্ণৰ চৰণ॥
তাহান আদেশ পাই দ্বিজ শুভনাথে।
ৰচিলা পয়াৰ হৰি পদ ধৰি মাথে॥

আহোমৰ দিনতে ভালেমান সন্ত-মহান্তৰ চৰিত আৰু সত্ৰসমূহৰ বিৱৰণ সংকলিত হয়।

আহোমৰ ছশ বছৰীয়া শাসন কালত অসমীয়া সাহিত্যই এই দৰেই গদ্য-পদ্য উভয়তে বিশেষ সমৃদ্ধি লাভ কৰিছিল।

# ৭। মুছলমানৰ আগমন

যি জনসমষ্টিয়ে অসমীয়াক মাতৃভাষা স্বৰূপে গ্ৰহণ কৰিছে—তেওঁলোকৰ দ্বাৰাই অসমীয়া জাতি আৰু সংস্কৃতি সৃষ্টি হৈছে। অসমীয়া সংস্কৃতি কোনো এক বিশেষ ফৈদ বা খেলৰ স্বকীয়া বস্তু নহয়। অসমীয়া সংস্কৃতি সুগভীৰ সমুদ্ৰ। নানা জাতি আৰু উপজাতিৰ ভাৱ-চিন্তা, নীতি-নিয়মৰ সোঁতেৰে ই গঢ়ি উঠিছে। অসমবাসী আৰু অসমীয়া ভাষা কওঁতা হিন্দু-মুছলমান সকলো সম্প্ৰদায়ে এই সংস্কৃতিৰ সৃষ্টিত আৰু পৰিপুষ্টিত শক্তি অনুসৰি সহায় কৰিছে। কল আৰু ডিল সংযোগ হৈ সহজ সৰল অসমীয়া শব্দ কল-ডিল সৃষ্টি হোৱাৰ দৰে হিন্দু-মুছলমান বিভিন্ন সম্প্ৰদায়ৰ মিলনত অসমীয়া সভ্যতা আৰু সংস্কৃতিৰ উদ্ভৱ হৈছে।

জাতিৰ সংস্কৃতিৰ মূল ভেটি হৈছে ভাষা। অসমীয়া ভাষাৰ মূল সংস্কৃত, পালি, প্ৰাকৃত, যি কোনো ভাৰতীয় আৰ্য্য ভাষাই নহওক, সি কিন্তু আজি-কোপতি মূল ভাষাৰ ওপৰতে নিৰ্ভৰ কৰি থকা নাই। আধুনিক অসমীয়া ভাষাৰ ওপৰত দেশী-বিদেশী ভাষাৰ প্ৰভাৱ বিশেষ ভাৱে পৰিলক্ষিত হৈছে।

অকল আধুনিক নহয়, পূৰ্বণি অসমীয়া ভাষাৰ ওপৰতো ইচ্‌লামিক ভাষাৰ প্ৰভাৱ লক্ষ্য কৰিব পাৰি। ত্ৰয়োদশ শতিকাৰ অসমীয়া সাহিত্যৰ আদি কৱি হেম সৰস্বতীয়ে তেওঁৰ হিন্দু-আখ্যান-মূলক কাব্যত 'নফৰ' শব্দ ব্যৱহাৰ কৰি বহল মনৰ পৰিচয় দি গৈছে। শঙ্কৰদেৱেও তেওঁৰ সাহিত্যত ফৰমান, জান, চাহাব আদি ইচ্‌লামিক শব্দ ব্যৱহাৰ কৰিছে। মহাপুৰুষ শঙ্কৰদেৱৰ সম-সাময়িক অন্যান্য বৈষ্ণৱ কৱিবৰ্গৰ লেখনীতো ইচ্‌লামিক শব্দ পৰিত্যক্ত হোৱা নাই।

আধুনিক অসমীয়া ভাষাত ব্যৱহৃত ভালেমান শব্দ ইচ্‌লামিক ভাষাৰ পৰা চয়ন কৰা। অসমীয়া ভাষাত সোমোৱা এই আৰবী আৰু ফাৰ্চী শব্দ-সমূহ পাঁচ শ্ৰেণীত ভগাব পাৰি। যথা—

(১) ৰজা, ৰাজ-সন্মান, যুদ্ধ বিষয়ক শব্দ।
(২) খাজনা, শাসন আৰু আইন সম্বন্ধীয় শব্দ।
(৩) ইচ্‌লাম ধৰ্ম্ম সম্বন্ধীয় শব্দ।
(৪) মানসিক, সংস্কৃতিমূলক শব্দ।
(৫) বিলাসৰ সামগ্ৰী আৰু ব্যৱসায় বিষয়ক শব্দ,

(অসমীয়া ভাষাৰ শব্দ প্ৰসঙ্গ)

এইবোৰ শব্দ ব্যৱহাৰ কৰি অসমীয়া ভাষা কেৱল শক্তিশালীয়েই হোৱা নাই, ইয়াক বাদ দিলে অসমীয়া ভাষা নিস্জীৱ আৰু বহু পৰিমাণে প্ৰকাশ-শক্তি ৰহিত হব। অসমীয়া জাতিৰ দৈনন্দিন জীৱনৰ সুখ-দুখ, কাৰ্য্য-ক্ৰম আদি প্ৰকাশত এই শব্দসমূহ অপৰিহাৰ্য্য।

আৰবী-ফাৰ্চী ভাষাই অসমীয়া ভাষাক যিদৰে সহায় কৰিছে ইচলাম-ধৰ্ম্মী সকলেও তেনেদৰে অসমীয়া সাহিত্যৰ যোগান ধৰি আহিছে। অসমীয়া পুৰাণ কথা-সাহিত্যও বুৰঞ্জী প্ৰধান। অসমীয়া কথা-সাহিত্যৰ প্ৰাণ-প্ৰতিষ্ঠা হল বুৰঞ্জী ৰচনা দিনৰ পৰাহে। বৰ সুখৰ বিষয় যে এই বুৰঞ্জী ৰচনা কৰোঁতে মুছলমানসকলৰ দান নগণ্য নহয়। কামৰূপ অনুসন্ধান সমিতিৰ তৰফৰ পৰা ড° সূৰ্য্যকুমাৰ ভূঞাদেৱে যি "পাদশ্যাহ বুৰঞ্জী' প্ৰকাশ কৰিছে, সেই পুথিয়েই এই কথাৰ সত্যতা প্ৰমাণ কৰিছে। এই বুৰঞ্জী ১৬৭০-১৬৮২ খৃষ্টাব্দৰ ভিতৰত লিখা হৈছিল আৰু এই পুথি মহম্মদ আলিয়ে নিজে নিলিখিলেও, ইয়াৰ সকলো সমল সংগ্ৰহ কৰি দিছিল বুলি নিঃসংকোচে কব পাৰি। ড সূৰ্য্যকুমাৰ ভূঞাদেৱে এই সম্পৰ্কে পাদ্‌শ্যাহ বুৰঞ্জীৰ পাতনিত ইংগিত কৰিছে—

"In our opinion some of the chapters were compiled by a Mohommadan author"

জিকিৰ আৰু জাৰি গীতসমূহ মুছলমানসকলৰ অসমীয়া সাহিত্যলৈ অমূল্য দান। জিকিৰ আৰু জাৰি গীতসমূহে অসমীয়াৰ আধ্যাত্মিক জীৱনত কিদৰে প্ৰভাৱ বিস্তাৰ কৰিছে সি তত্ত্বগ্ৰাহীসকলৰ সূক্ষ্ম বিচাৰৰ বিষয়। জাৰি গীত কাৰবালাত ইমাম হোছেনৰ মৃত্যু-কাহিনী সম্বন্ধীয়, এই গীত মহৰম উৎসৱত গোৱা হয়। জাৰি গীত করুণৰস-সিক্ত, অন্যায় অত্যাচাৰ নিষ্ঠুৰতাৰ প্ৰতিবাদ বিষয়ক সাহিত্যৰ ভিতৰত জাৰি গীত অন্যতম।

তিৰোতাই ৰচনা কৰা প্ৰাচীন অসমীয়া সাহিত্যৰ ভিতৰত বিয়ানামৰ উল্লেখ-যোগ্য, বিয়ানামত অসমীয়া তিৰোতাৰ আশা-আকাঙ্ক্ষা সংৰক্ষিত হৈ আছে। হিন্দুৰ অনুকৰণত মুছলমান নাৰীয়েও বিয়ানাম ৰচনা কৰিছে। এই শাৰী বিয়ানামত ইচলামীয় শব্দ, ইচ্‌লাম ধৰ্ম্মৰ কথা, আৰু মুছলমান তিৰোতাই পিন্ধা কানি-কাপোৰ অলঙ্কাৰ-পাতিৰ পৰিচয় পোৱা যায়।

আৰবী ফাৰ্চী শব্দৰ লগত ইচলামী ভাৱধাৰায়ো অসমীয়া সাহিত্যত প্ৰৱেশ কৰিলে। অসমীয়া সাহিত্য ঘাইকৈ ৰামায়ণ, মহাভাৰত আৰু পুৰাণ-সমূহৰ বিষয়বস্তুৰে পৰিপুষ্ট আছিল। পূৰ্ব্বৰ এক আখ্যাত আহোমৰ দিনত মানৱ-প্ৰেমমূলক দুই এখন কিতাপ ফাৰ্চী হিন্দীৰ পৰা অনূদিত হৈছিল বুলি উল্লেখ কৰা হৈছে। ভক্ত-ভগৱানৰ মাজত যে প্ৰেমিক-প্ৰেমিকাৰ সম্বন্ধ সেই কথা চুফিসকলে বিশেষকৈ প্ৰচাৰ কৰিলে। চুফিসকলে মৃত্যুকো ৰমনীয়

আৰু বৰণীয় বুলি কল্পনা কৰিছিল। লাহে লাহে এই ভাবে অসমীয়া সাহিত্যত বিস্তাৰ লভিলে।

আধুনিক অসমীয়া সাহিত্যৰ বিভিন্ন শ্ৰেণীত মুছলমান লিখকসকলৰ বিশিষ্ট দান আছে। বুটিছ যুগৰ প্ৰাৰম্ভতে অসমীয়া কবিতাত মিষ্টিক ভাব সংযোগ কৰিছে মৌলবী মফিজুদ্দিন আহম্মদ হাজৰিকাৰ 'জ্ঞান-মালিনী'য়ে, বীৰবলৰ হাঁহি দিছে 'মাজৰ গল্প'ৰ লিখক মছলেন্দিন আহমেদে আৰু সহজ-সৰল কবিতাৰ যোগে নৈতিক শিক্ষা দিছে মহম্মদ চুলেমান খাঁৰ 'কবিতা পাঠে'। এসময়ত চুলিমান খাঁৰ কবিতাৰ লগত পৰিচিত নহলে অসমীয়া ছাত্ৰৰ প্ৰাথমিক শিক্ষা অসম্পূৰ্ণ হৈছিল।

আধ্যাত্মিক জীৱন আৰু বাস্তৱ সভ্যতাৰ লগত জাতীয় সংস্কৃতিৰ অংগাংগী সম্বন্ধ। ইচলাম ধৰ্ম্ম আৰু আধ্যাত্মিকতাই অসমীয়া ভাৱধাৰাৰ ওপৰতো পোহৰ লেপাইছে। ইচলামৰ লগত অসমৰ সম্বন্ধ মোগল সংঘৰ্ষৰ পৰাই বুলি বহুতৰে ধাৰণা। দৰাচলতে মোগল আক্ৰমণৰ পূৰ্ব্বৰেপৰা ইচলাম ধৰ্ম্মৰ লগত অসমৰ পৰিচয় ঘটিছিল। মুছলমান পীৰ, উলেমা, দৰবেশ আদি ধৰ্ম্ম-প্ৰচাৰকসকল একাদশ-দ্বাদশ শতিকাতে অসমলৈ অহা বুলি প্ৰমাণ পোৱা গৈছে। দুটা কাৰণৰ হেতু ইচলাম ধৰ্ম্মই আৰু ইচলামীয় অধ্যাত্মতত্ত্বই অসমত প্ৰচাৰ লাভৰ সুবিধা পালে বুলি ইংগিত কৰিব পাৰি। তাৰে ভিতৰত প্ৰথম হৈছে আহোম স্বৰ্গদেৱসকলৰ পৃষ্ঠপোষকতা। আহোম ৰজাসকল সকলো ধৰ্ম্মৰ প্ৰতি উদাৰ আছিল। মুছলমান পীৰ আৰু ফকিৰসকল তেওঁলোকে সমাদৰ কৰিছিল, মাটি-বৃত্তি দি থাপিছিল, দৰ্গা, মছজিদ আৰু মক্তাব সাজিবলৈ অৰ্থ সাহায্য দিছিল। হাজোৰ পোৱামক্কা নিৰ্ম্মাণতে এই কথাৰ প্ৰমাণ।

দ্বিতীয়তে, অসম দেশ বৈষ্ণৱ ধৰ্ম্ম-প্ৰধান হোৱাত ইচলামৰ চুফিবাদ প্ৰচাৰৰ ই উপযুক্ত ক্ষেত্ৰ হৈ উঠিছিল। চুফিমতৰ কেইটিমান প্ৰধান বৈশিষ্ট্য হৈছে: জগতৰ সকলো পদাৰ্থ পৰমাত্মাৰ প্ৰকাশ, মানুহৰ সকলো ক্ৰিয়া-কৰ্ম্ম, সংকল্প পৰমাত্মাই নিয়ন্ত্ৰিত কৰে, মানুহৰ প্ৰধান কৰ্ত্তব্য ধ্যান আৰু সমাধি, প্ৰাৰ্থনা আৰু নাম স্মৰণ, সকলো ধাৰ্ম্মিক আৰু নৈতিক অনুভূতিৰ মূলতে সৰ্ব্বজীৱৰ প্ৰতি প্ৰেম আৰু দয়া। এইবোৰৰ লগত বৈষ্ণৱ বিশ্বাসৰ মিল থকাত অসম-দেশত চুফিবাদ নিৰ্ব্বিবাদে প্ৰচাৰ হল, আৰু হিন্দু-মুছলমান ঐক্যৰ প্ৰথম চেষ্টা চলিল। খৃষ্টীয় চতুৰ্দ্দশ শতাব্দীত প্ৰচাৰ হোৱা চুফিবাদে গোটেই ভাৰতে হিন্দুৰ মন আকৃষ্ট কৰিছিল। এই বিষয়ে ফাৰ্কুহাৰে তেওঁৰ *Outline of Religious Literature in India* গ্ৰন্থত লিখিছে—"It was through the teachings of Sufis that Islam found entrance to Hindu hearts They fraternised with Hindu ascetics and gurus, and each learned to respect the other's religious faith and life.

But not until the last quarter of the fifteenth century did the movement show any notable force Kavir was the man through whom the leading ideas were popularised From this time the condemnation of idolatry and polythesim became frequent" কবিৰৰ দোঁহাৰ লগতে হিন্দুৰ বেদান্ত আৰু ইচলামৰ একেশ্বৰবাদ মিলি গ'ল। কবিৰৰ সময় খৃষ্টীয় পঞ্চদশ শতাব্দী—এই সময়ৰ ভিতৰতে মহাপুৰুষ শঙ্কৰদেৱে তীৰ্থ ভ্ৰমণ কৰিছিল। চৰিত্ৰ পুথিত আছে যে শঙ্কৰদেৱে উক্ত কবিৰৰ সাক্ষাৎ পাবৰ নিমিত্তে তেওঁৰ ঘৰত উপস্থিত হৈছিল। তেওঁৰ পৰিয়ালৰ লগত মহাপুৰুষে আলাপ আলোচনা কৰিছিল। কবিৰৰ ভক্তিপন্থ* আৰু একেশ্বৰবাদ সেই সময়ত গোটেই ভাৰততে প্ৰচাৰ হৈছিল। কবিৰৰ দোঁহাই একেশ্বৰবাদ প্ৰতিষ্ঠা কৰাৰ বাহিৰেও ভাৰতত হিন্দু আৰু ইচলাম ধৰ্ম্মৰ মিলন ঘটুৱাবলৈ চেষ্টা কৰিছিল।

শঙ্কৰদেৱৰ প্ৰচাৰিত ধৰ্ম্মৰ ওপৰতো কবিৰৰ মতবাদৰ প্ৰভাৱ পৰিলক্ষিত হৈছে। শঙ্কৰী ধৰ্ম্মৰ "একদেৱ একসেৱ" আদৰ্শবাদ দিও তেখেতৰ গীত-পদত কবিৰৰ দোহাৰ ভাৱ-ভাষাৰ প্ৰভাব দেখা যায়। শঙ্কৰদেৱৰ চতিহা আৰু দিহা নামবোৰ কবিৰৰ চৌতিশা আৰু দোহাৰ আদৰ্শত ৰচনা কৰা হৈছে। অসমীয়া সাধু-সন্ত, ভিক্ষাৰী-বৈৰাগীয়ে ৰচনা কৰা দেহ-বিচাৰৰ গীতবোৰবো মূল হৈছে জিকিৰসমূহ।

আজান ফকিৰৰ নামত চলা তলৰ জিকিৰ কেইটিৰ লগত বৈষ্ণৱ যুগৰ গীত-পদৰ ভাৱ-ভাষা আৰু গুৰুবাদৰ লগত সাদৃশ্য লক্ষ্য কৰিব লগীয়া—

ঘোষা—ৰহমৰ গিৰিহ'ত তুমি আল্লা চাহাব ঐ
যদি কৰা দৰিয়াৰ পাৰ।
পদ—চিন্তো হেৰা মোৰ মন আল্লাৰ নামত।
ভজো হেৰা মোৰ মন গুৰুৰে পাৱত॥
পানী মৰে পিয়াহত, অগ্নি মৰে জাৰত।
খোদা ৰছুল লুকাই আছে মোমিনৰ অন্তৰত॥
খোদা ৰছুল লুকাই আছে নকৰা বিচাৰ।
মক্কাৰ দুৱাৰৰ বান্দা মাৰিলা সপ্তাৰ॥
মক্কাৰ দুৱাৰত চাহাব জীৱই মাৰে তালি।
যেনে শালে শলৰ লগত দৰিকাৰ টপালি॥
মক্কাৰ দুৱাৰত চাহেব ভিৰবেনীৰ ঘাট।
যেহাৰ নোৱাৰে তাত মাৰাই তেঠে বাট॥
আচমানৰ কুটুৰ ভৰা আদমৰ জাত।
সজাত মইনা আছে, ধনে লগায় মাত॥

* অসমীয়াত বিশেষ অৰ্থত ব্যৱহৃত হোৱা পন্থ আৰ পন্থীয়া শব্দ কবিৰ পন্থৰ পৰাই উদ্ভূত।

সজাৰ মইনাটিৰ অনেক যুগুতি।
দেও মাৰি পাৰ হলে এৰিলে পিৰীতি॥
দেও মাৰি পাৰ হৈ জীৱই আছে চাই।
চোৰা চোৰা জীৱসকল ভেলবে বিলাইখ॥

ঘোষা—নাম ভাল নাম ভাল, হয় চাহেব হয়।
পদ—আল্লা কাদিৰ কামাল, চাহেব কাদিৰ কামাল।
মাজ সাগৰত পৰিছো বান্দাক কৰিবা আচান।
মাৱৰ চাৰি, বাপৰ চাৰি, আল্লাৰ লোৱা দহ।
ওঠৰ মোকামৰ মাজে পিয়ে মধু ৰহ (ৰস)॥
ওঠৰ মোকামৰ মাজে কোন কোন মোকাম জ্বলে।
তেল নাই শলিতা নাই, সদায় প্ৰদীপ জ্বলে॥
লাহুতৰ দৰিয়াৰ মাজে ঘনে পেলায় জাল।
বহৰ দৰিয়াৰ মাজে বহি আছে কাল॥
জবৰুত মোকামৰ মাজে জ্বলে দুই তাৰা।
সেই তৰা নেথাকিলে দুনিয়া আন্ধাৰা॥
বৰ ঘৰ বৰ বাৰী থাকিব পৰিয়া।
গহন্থৰ বৰ পুত্ৰ যায় ফকিৰ হৈয়া॥
বৰ বৰ আউলীয়া বৰ বৰ পীৰ।
বৰ বৰ দৰখত ভাগি বাগাৰ পৰিব॥
অপাৰ সাগৰৰ মাজে পুলচেৰাতৰ পাৰ।
বচুল হব কাণ্ডাৰী উম্মত হৈব পাৰ॥
আল্লা নামৰ ওপৰেদি (সিপাৰেদি) মোহম্মদ চাহাবা।
সেই নামে কৰিব বান্দাক পুলচেৰাতৰ পাৰ॥

অসমীয়া বন-গীত, বিহু-গীত আদিৰ অনুকৰণত জিকিৰ সাহিত্য কেনেকৈ গঢ়ি উঠিছিল তাৰ নিদৰ্শন তলত জিকিৰটোৱেই দিব—

ঘোষা—ঐ আল্লা হে।
পদ—দুনীয়াই এদিনৰ দুনিয়াই দুদিনৰ
দুনীয়াই ফুলনী বাৰী,
কতক চলে বলে কৰ তই দুনীয়াই
ধৰিব খেৱালী মাৰি॥
খেৱালী জালবে পুৰো বাবে বুৰি
পাহবে জেখে জোখে নাই,
টিকনিতে ধৰি চোচানি মাৰিব
সবাকো একে ঠাই পাই॥
ছাইৰ আলি বান্ধি কি কৈ বণাৰি
ৰবদেৰ টোপালত ভাগে,
পিজৰ আলি বান্ধি বণাৰ জানিলে
তেহে পিৰিৰ'ত্তে বাখে॥

ৰবকৈ আদমে পৃথিৱী বনালে
চৌপাশে বান্ধিলে পাৰ।
এনুৱা পৃথিৱীত চিত হৈ বুৰিলে
মলিও নুগুচিল গাৰ॥
পৃথিৱী ইচনে পৃথিৱী বিচনে
পানীত পোনাবাঁহি চৰে,
পানীত পোনাবাঁহি বামলৈ উঠিলে
সাধুৰ গুণ বিলাপ কৰে॥
নামৰে ডাঙৰ চাৰিটি কলিমা
চিজ্জৰে ডাঙৰ ভাত
তাকে নেখালে পামৰু নবহে
নোলায় শৰীলৰ মাত।
আকাশত ফুলিলে আকাশী চন্দ্রমা
তাত পৰে সোণৰ ভোমোৰা॥
আপোনাৰ শৰীলক আপুনি নিচিন
হৈ আছ জীয়াতে মৰা।
বনি আদামে এই আলি বন্ধালে
দীঘলী এখনি থল।
হাৱা ও আদমে পৃথিৱী বনালে
সৰিয়হ নগলে তল॥
এই দুনিয়ালৈ কেলেই আহিলো
সৰুতে নগলো মৰি,
গোৰ আজাবৰ বাতৰি শুনি মোৰ
আগলৈ নচলে ভৰি॥
কি কাম কৰিলো কি বুধি কৰিলো
বাৰীত ডামে কলে বুই,
আগেয়ে নেজানো এতিয়া জানিলো
শৰীলত একুৰা জুই।
সৰুৰে পৰা গৰু ৰাখিছিলো
মাথাৰো পকালো চুলি,
পামৰু মনায়ে বুজিব নোৱাৰে
নামেহে সাৰ কথা বুলি॥
এই ৰব ঘৰ কেলেই সজালা
কেলেই সাঁচিলা ধন।
জপাৰ ৰবে কাপোৰ জপাতে পচিব
হাড়তো গজিব বন॥
ৰবে ঘৰ ভাগিলে সাজিম ভালে কৰি
কালতকৈ বুপহী কৰি,

দেহা বুঢ়া হলে        ৰাখিম কেনে কৰি
যাব নিজ ঘৰে চলি॥
ঘৰো ভাগিব        মাড়লি হালিব
চাঁতিত ধৰিব ঘুণে
মৌৰতৰ টেকেলাই        ধৰি লৈ যাব
জামিন হৈ ৰাখিব কোনে॥
ঘৰো ভাগিব        মাড়লি হালিব
যাতিবৰ নহব পৰ।
দীঘলে দুমাৰি        পথালি এমাৰি
লবা যাৰী চুকত ঘৰ॥
কাষৰি নেযাবা        বাগৰি পৰিবা
আচল দৰিয়াৰে কোল
ধনো এৰিবলো        জনো এৰিবলো
মোল্লা হাতত ধৰি তোল॥ *

বৈষ্ণৱ ধৰ্ম্মৰ ভাৱধাৰাৰ লগত কিছু সামঞ্জস্য থকা কাৰণেই অসমত ইছলাম ধৰ্ম্মই প্ৰচাৰ লভিছে আৰু এই কাৰণেই অসমবাসী হিন্দু আৰু মুছলমান পন্থীদ্বয়ে সমিল-মিল ভাৱে দেশৰ আৰু জাতিৰ উন্নতিত লাগিব পাৰিছে। চান্দসায় আদি মুছলমান সাধকসকল মহাপুৰুষ শঙ্কৰদেৱৰ ধৰ্ম্মৰ প্ৰতি আকৃষ্ট হোৱাৰো মূল কাৰণ এয়ে। চান্দসায়ে হিন্দু-মুছলমানৰ মাজত সদ্ভাৱ-সম্প্ৰীতি স্থাপনৰ চেষ্টা কৰাৰ উপৰিও বৌদ্ধ চৰ্য্যাপদৰ সদৃশ দ্বি-অৰ্থব্যঞ্জক মনোৰম ফকৰা গীত ৰচনা কৰি গৈছে—

ঘোষা—কিনো গীত গাইলি        চান্দৰে ৰবাই
কিনো গীত গাইলি চান্দে।
গতুৱা এন্দুৰৰ        পাৰত পৰিয়া
বোন্দা বিড়ালীয়ে কান্দে॥

পদ—বাহৰে আগতে        বোল চিয়েমিকায়
চিলনী কি খাই জীয়ে।
বেজীৰে আগতে        বান্ধন বাঢ়ন
উধানে কি কাপোৰ সিয়ে॥
আমৰ গছত        তামোল নাৰিকল
কঠালৰ গছত বেল।
কৰিবাৰ চাৰি ভাই        বজাৰ হাতীদাঁত
এন্দুৰৰ গাঁতত মেল॥

* ওপৰৰ জিকিৰ কেইটা গুৱাহাটী বিশ্ববিদ্যালয়ৰ হৈ সংগ্ৰহ কৰা অধ্যাপক আব্দুল মালিকৰ সংগ্ৰহৰ পৰা উদ্ধৃত।

গায়ে গোহালি গিলিলে বৰাই
পথাই গিলিলে গৰু।
হাতত টাৰু লৈ বান্ধনী পলাই গ'ল
খেদি লৈ গ'ল চৰু॥
বেৰে বাৰী গিলিলে বৰাই
দুৱাৰে গিলিলে ঘৰ।
হাতত জপা লৈ চোৰে খেদি নিলে
গিৰিহঁতে মাৰিলে লৰ॥
চাউলে খুদলি গিলিলে বৰাই
তুঁহে উৰুৱালে কুলা।
ৰজাৰ হাতীদাঁত বিচুটি চিঙিলে
কুঠাৰে কাটিলে মুলা॥
সাগৰৰ মাজত ঘোঁৰাৰ ঠকঠকি
নগৰত বুৰালে নাও।
কহতু চান্দাসাই এই গীত ৰচিলে
বুজা ভকতিৰ ভাও॥

বাস্তৱ সভ্যতালৈ মন কৰিলেও ইচ্‌লামৰ দান অসমীয়া সংস্কৃতিত ধৰিব পাৰি। গুৱালপাৰা, হাজো আদি ঠাইৰ মছজিদ ইচলামীয় কাৰুকাৰ্য্যৰ নিদৰ্শন, আহোম ৰজাৰ গড়গাৱঁৰ কাৰেংঘৰ আৰু ৰংপুৰৰ ৰংঘৰৰ ওপৰত মোগল শিল্প-ৰীতিৰ সাঁচ পৰিছে। প্ৰতি কাৰেংঘৰৰ চৌপাশে মছজিদৰ চূড়াৰ দৰে থকা চূড়াই ইয়াৰ প্ৰমাণ। মোগল শিল্পীয়ে এই ৰাজপ্ৰাসাদ নিৰ্ম্মাণ কৰিছে বুলি কোনো কোনোৱে মত প্ৰকাশ কৰে।

মোগল চিত্ৰাঙ্কনৰো উৎকৃষ্ট নিদৰ্শন অসমত আছে। শিৱসিংহ ৰজাৰ নিৰ্দ্দেশত (১৭৩৪ খৃঃ) হস্তী-বিদ্যাৰ্ণৱ নামৰ পুথিত সুন্দৰ চিত্ৰপট অঁকা হৈছিল। দিলবৰ আৰু দোচাই নামৰ দুজন মোগল শিল্পীয়ে এই পুথিৰ চিত্ৰপটসমূহ আঁকিছিল। চিত্ৰসমূহৰ লক্ষণ আৰু ৰীতিলৈ লক্ষ্য কৰিলেই এই পুথিৰ চিত্ৰসমূহ মোগল শিল্পীয়ে অঁকা বুলি অনুমান কৰিব পাৰি। ইয়াৰ বাহিৰেও প্ৰাচীন অসমীয়া পুথিত অঁকা ক্ষুদ্ৰ প্ৰতিকৃতিও (miniature art) মোগল শিল্প-ৰীতিৰ আৰ্হিত অঁকা হৈছিল।

মোগল চিত্ৰত প্ৰধান হৈছে ব্যক্তি, বহুকাৰ্য্য আৰু বিষয়ৰ মাজত ব্যক্তিৰ চিত্ৰকে বাস্তৱৰূপ দিয়া হয়। মোগলৰ চিত্ৰত ঘাইকৈ জীৱনৰ আনন্দ উল্লাস, দৰবাৰ, চিকাৰ, যুদ্ধ, গছ, ফুল আদি উজ্জ্বল ৰহনেৰে কলি কৰা হয়। এই-বোৰৰ সৰহখিনি প্ৰাচীন পুথি-পত্ৰত অঙ্কিত কৰা হৈছিল। আহোমৰ যুগৰ সাচিপতীয়া পুথি যেনে ভাগৱত, গীতগোবিন্দ, দৰং, ৰাজবংশাৱলী, ধৰ্ম্মপুৰাণ আদিত এনে সাদৃশ্যৰ চিত্ৰ দেখা যায়। অসমীয়া সঙ্গীতৰ ওপৰতো মুছলমান-সকলৰ কিছু প্ৰভাৱ আছে, তাৰ ভিতৰত গজল আৰু জাৰিয়ালী সুৰ প্ৰধান।

ৰবাব, সৰোদ, তবলা, তাম্বুৰা, চেতাৰ প্ৰভৃতি বাদ্যযন্ত্ৰ মুছলমান সকলৰ লগে লগেহে অসমত সৰবৰহী হয়।

ইচলাম বা মোগলৰ সৌন্দৰ্য্যমূলক সংস্কৃতি কেৱল কাৰুকাৰ্য্য আৰু চিত্ৰাঙ্কনতে পৰ্য্যবসিত হোৱা নাই। আহোম স্বৰ্গদেৱসকলৰ পোছাক-পৰিচ্ছদৰ কিছু পৰিবৰ্ত্তনো মোগল দৰবাৰৰ অনুগ্ৰহতে হৈছিল। আহোম ৰজাসকলে জামা, পাগইজাৰ, ফতুৱৈ আদি পিন্ধিবলৈ লোৱাৰ বিষয়ে তুংখুঙীয়া বুৰঞ্জীত উল্লেখ আছে—"তাত পাছে বঙ্গালৰ হাতে ৰংপুৰত হেৱালীঘৰ সাজিলে, টেঙ্গাবাৰীত তলাতল ঘৰ সজালে। ৰঙ্গনাথ গোসাঁইৰ দ'ল বন্ধালে। ফাকু যাত্ৰাৰ দ'ল বন্ধাই তাতে ১৬২৬ শকত ফাকুযাত্ৰা কৰি ৰজাদেৱে জাম, পাগইজাৰ পিন্ধিলে। সকলোকে সেইৰূপ দিলে মুছলমানৰ পায়জামা আৰু লুঙি হিন্দু-মুছলমান উভয়ে পিন্ধে।' ইচলামৰ চাৰুশিল্পৰ অন্যান্য নিদৰ্শনৰ ভিতৰত নানাবিধ অলঙ্কাৰ নিৰ্ম্মাণ* সোণ-ৰূপ-মিনাৰৰ কাম, কাপোৰত বেজীৰ কাম আদিৰ উল্লেখ কৰিব পাৰি। দৰ্জ্জী অৰ্থাৎ কানি-কাপোৰ সিয়া ব্যৱসাবৰ তেওঁলোকেই প্ৰবৰ্ত্তক। (India through the Ages by J N Sarkar)।

ইয়াতে উল্লেখ কৰা উচিত যে শিল্পনিপুণতাৰ হেতু মুছলমানসকলক আহোমৰ দিনত নানা কাৰুকাৰ্যত নিয়োগ কৰা হৈছিল। মুদ্ৰাত সাঁচমৰা শিলত আখৰ কটা (আখৰ কটীয়া) গুণাকটা, জলমৰটা আদি কামবোৰ ঘাইকৈ মুছলমান সকলেই কৰিছিল। মুছলমান তিৰোতাসকল তাঁতবোৱাত বিশেষকৈ ফুল-বছা দহি বটা আদি কামত পাকৈত। মৰীয়া সকলে পিতলৰ টৌ-চৰিয়া গাগৰি আদি বাৰ্ধানি ঘৰত লগা বাচোন বৰ্ত্তনৰ বাহিৰেও হিন্দুৰ ধৰ্ম্ম আৰু মাঙ্গলিক অনুষ্ঠানত প্ৰয়োজন হোৱা বনবাই, দুলড়ি আদিও মনোৰম ভাৱে আজিকোপতি তৈয়াৰ কৰি আছে। ইয়াৰ বাহিৰেও আহোমৰ দিনত মুছলমান সকলে খাবঘৰৰ আৰু লোনচোৱাৰ কামো দক্ষতাৰে চলাইছিল।

অসমীয়া জাতিৰ সৌন্দৰ্যমূলক আৰু ৰূপাৰ্যণিক প্ৰতিভা মোগলৰ বিলাসৰ সামগ্ৰীয়ে বিশেষভাৱে বঢ়াইছিল। আইনা, আঁতৰ আবক, মিছিৰি, হোকা পিকদান ৰুমাল আদি বিলাসৰ সামগ্ৰী আৰু গোলাপ, হাচনাহানা আদি সুগন্ধি ফুল মুছলমানসকলৰ লগে লগেই অসমলৈ আহে। কাগজাৰা প্ৰচলন মুছলমান-সকলৰ অনুগ্ৰহতে হয়। অসমীয়া আহাৰ-বিহাৰেও মুছলমানসকলৰ অনুগ্ৰহত

*কোনো কোনোৰ মতে নথ বা নাকফুল (লংফুলৰ সাদৃশ্য দেখি অন্য নাম লঙ) মুছলমানৰ অলঙ্কাৰ।—"There is no reference to Naths or nose ornaments in the pre-Muslim literature All paintings and sculptures of the Hindu period totally ignore this ornaments" J P A S B (N S), xxiii, 1927, Pp 295 96

আভিজাত্য লাভ কৰিছে। পোলাও, কোৰ্ম্মা, খিচুৰি (ভাত), আচাৰ (pickle), কিচমিচ আদিয়ে আজিৰ অসমীয়া সম্ভ্ৰান্ত পৰিয়ালৰ পৰ্ব্ব-উৎসৱত ভোজনৰ সামগ্ৰীত প্ৰধান স্থান লভিছে। ধপাত, হোকা, নলিচা, ধপাতখোৱা অভ্যাস সম্ভৱতঃ মুছলমানৰ লগতে অসমলৈ আহিছে। (সম্ভৱতঃ ১৬০৫ খৃষ্টাব্দত পৰ্ত্তুগীজে ভাৰতলৈ ধপাত, tobacco আমদানি কৰে)। আভিজাত্যৰ অন্য উপাদান পৰ্দ্দা-প্ৰথাও মোগলৰ লগতে অসমৰ অন্তঃপুৰত প্ৰৱেশ লভে। তাজিয়া, মহৰম, ইদ্-উল্-জুহা, ইদ্-উল্-ফিটৰ আদি পৰ্ব্ব-উৎসৱে অসমীয়া জনসাধাৰণক আনন্দ বৰ্দ্ধনত বিশেষ সহায় কৰিছে।

মোগলৰ শাসন ব্যৱস্থা, ৰাজহ আৰু ভূমি সংক্ৰান্ত নিয়ম, বিচাৰ-পদ্ধতি অসমত আজিও কিছু পৰিমাণে চলি আছে।

# ৮। বিহুগীতত অসমীয়া জীৱনৰ চিত্ৰ

## (ক) প্ৰাকৃতিক চিত্ৰ

জাতিৰ সংস্কৃতি আৰু সাহিত্যৰ দৃষ্টিত ভৌগোলিক অৱস্থিতিয়ে কিদৰে সহায় কৰে সেই কথা W Schimdtয়ে 'The Culture—Historical Method of Ethnology" নামৰ গ্ৰন্থত বিশ্লেষণ কৰিছে। সকলো জাতিৰ ধৰ্ম্ম-কৰ্ম্ম, ধ্যান-ধাৰণা, ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, শিল্প-সাহিত্য, সমাজ-ব্যৱস্থা, দেহৰ গঠন, ভৌগোলিক অৱস্থাৰ ওপৰত ভালেখিনি নিৰ্ভৰ কৰে। অতুল সৌন্দৰ্য্য মণ্ডিত বিস্ময়-বিজড়িত অত্যুচ্চ হিমালয় পৰ্ব্বতৰাজিয়ে বৈদিক ধৰ্ম্ম আৰু সাহিত্যৰ সৃষ্টিত বিশেষভাৱে প্ৰেৰণা যোগাইছিল। সেইদৰে বহল লুইতৰ পাৰ, শ্যামল পৰ্ব্বতমালা চকু জুৰোৱা ধাননি পথাৰে সৰ্ব্বভাৰতীয় পটভূমিত অসমীয়া জাতিৰ স্বকীয়া বৈশিষ্ট্য গঢ়িবলৈ সমৰ্থ হৈছে। কেৱল আমাৰ জাতীয় কানন-কবিতাসমূহেই নহয়, পুৰণি সাধুকথা, প্ৰবচন, লোক-গীত, কিম্বদন্তি—এই সকলোবেই জন্মনীড় হৈছে অসমৰ প্ৰকৃতি আৰু ভূগোল। অসমীয়া ভাষাৰ ওপৰতো প্ৰকৃতিৰ চাপ নপৰাকৈ থকা নাই। সংস্কৃত ভালেমান কঠিন ধ্বনি অসমীয়াত কোমল ধ্বনিলৈ পৰিৱৰ্ত্তন হোৱাৰ মূলতো প্ৰকৃতিৰ প্ৰভাৱ পৰিলক্ষিত হৈছে। অসমীয়া ধ্বন্যাত্মক শব্দৰ ভালেখিনি মাধুৰ্য্য প্ৰকৃতিৰ অনুকৰণত গঢ়ি উঠিছে।

অসমৰ জলবায়ু অতি শীত অথবা অসহ্য তাপৰপৰা আঁতৰত। অসমীয়া মানুহে সেইকাৰণে বছৰৰ বাৰ মাহতে পথাৰে-পৰ্ব্বতে, নৈয়ে-বিলে, হাবিয়ে-বননিয়ে জীৱন নিৰ্ব্বাহৰ নানা কাৰ্য্যত সহজভাৱে ওলাই সোমাই ফুৰিব পাৰে। বাৰমাহী গীতত বৰ্ণোৱাৰ দৰে প্ৰতি ঋতুৱেই অসমৰ প্ৰকৃতিক নতুন আভৰণেৰে অলঙ্কৃত কৰে। সেয়েহে উন্মুক্ত প্ৰকৃতিত মুকলিমূৰীয়াভাৱে বিহাৰ সম্ভৱ আৰু অসমীয়া মানুহৰ প্ৰাণত ঋতুয়ে ঋতুয়ে নতুন উৎসাহ নতুন উদ্দীপনা, নৱীন কল্পনাৰ উদয় হয়। প্ৰকৃতিৰ অনুৰাগত অনুৰঞ্জিত হোৱাৰ হেতু অসমীয়া মানুহ অহম্ ভাৱৰপৰাও ভালেখিনি মুক্ত হৈছে। প্ৰকৃতিৰ লগত আত্মীয়তাৰ সংস্পৰ্শত অহাত যুগে যুগে অসমীয়া মানুহৰ মনত বিচিত্ৰ ভাৱ অনুভূতিৰ জন্ম হৈছে। সেই বাঙ্ময় প্ৰকাশৰ ফলত অসমীয়া ভাষাত অলেখ অলিখিত লোকগীত বিহুগীতৰ জন্ম। প্ৰকৃতিৰ লগত এই ঘনিষ্ঠতা হেতু প্ৰকৃতিৰ সমু-বৰ, ৰমণীয়-বৰণীয়, ভয়-ভয়ঙ্কৰ সকলো ৰূপকে সূক্ষ্ম নিৰীক্ষণ

সুচল হৈছে। সেই কাৰণেই মেঘৰ গাজনি, বিজুলীৰ চমকনি, বাৰিষাৰ বাঢ়নী পানী, লুইতৰ ঢৌ, বনগীতত মনোৰম আৰু প্ৰীতিকৰ।

দিনৰ সৰহখিনি সময় মুকলি পথাৰত, নৈৰ শীতল বুকুত, অথবা সেউজীয়া বননিত কটাব লগীয়া হোৱাত প্ৰকৃতিৰ ৰূপ-ৰস-বৰ্ণ-গন্ধ-শব্দৰ প্ৰতি অসমীয়া মানুহ সকলো মুহূৰ্ত্তে সচেতন। চকুৰ আনন্দ আৰু ভয়-শঙ্কা জন্মোৱা মনোৰম আৰু বিৰাট দৃশ্য, জিভাৰ আস্বাদিত মিঠা, তিতা, কেঁহা আস্বাদ, স্পৰ্শৰ অনুভৱ-গোচৰীয় শীত-উষ্ণ পদাৰ্থ, নাকে অনুভৱ কৰা বিবিধ গন্ধৰাজি, কাণত মধুৰ বা কৰ্কশ লগা ধ্বনি—এই সকলোবোৰেই প্ৰকৃতিৰ দান। প্ৰকৃতিৰ পৰশত স্পন্দিত হোৱা অনুভূতিৰ বহিঃপ্ৰকাশৰ কাৰণেই বিহুগীত অসমীয়া মানুহৰ মনৰ আৰু অসমৰ প্ৰকৃতিৰ প্ৰতিচ্ছবি হবলৈ সক্ষম হৈছে।

বিহুগীতসমূহ বিশ্লেষণ কৰিলে তাত অসমৰ প্ৰকৃতিৰ প্ৰধান চাৰিটা চিত্ৰ ৰূপায়িত দেখা যায়। সেয়ে হৈছে অসমৰ নদ-নদী, গৰু-মহ চৰণীয়া উদং চাপৰি আৰু জীৱন ধাৰণত সমল যোগোৱা বহল পথাৰ, প্ৰকৃতিৰ সঞ্চয়ভঁড়াল পৰ্ব্বতৰাজি আৰু বিচিত্ৰ বৰ্ণ আৰু মধুৰ সংগীত সৃষ্টি কৰা পশুপক্ষীসমূহ। অসমীয়া সভ্যতা কৃষি জীৱনৰ সভ্যতা, কৃষি-জীৱন সহজ নদীৰ পাৰত। সেইদেখি সাধাৰণ মানুহৰ প্ৰাচীন প্ৰজ্ঞাৰ ওপৰত ভেটি কৰি অসমীয়াত—"কুল ল কুল ল নদীৰ কুল ল" প্ৰবচনৰ সৃষ্টি হৈছে।। অসমীয়া সভ্যতা যুগ যুগ ধৰি লুইত ব্ৰহ্মপুত্ৰৰ পাৰতে বৰ্দ্ধিত হৈছে। এই নদ অসমৰ অধিষ্ঠাতা দেৱতা, (উটুৱাই নিনিবা ব্ৰহ্মপুত্ৰ দেৱতা, তামোল দি মাতোঁতা নাই)। লুইতৰ পানীয়ে অসমৰ পথাৰ শ্যামল কৰাৰ উপৰিও চিৰি লুইতৰ বুকুত পাৰি দিয়েই সতী বেউলাৰ দৰে অসমীয়া জীয়ৰীয়ে অসীমৰ পথত উজাই গৈছিল। পৰশুৰাম কুণ্ডকে আৰম্ভ কৰি মাজুলীৰ চাৰি সত্ৰক বুকুত লৈ অসমীয়াৰ ধ্যান-ধাৰণাৰ তীৰ্থক্ষেত্ৰসমূহ লুইতৰ পাৰতে অৱস্থিত। লুইতৰ বাঢ়নী ঢল, পাৰৰ চাপৰি, কহুৱা বন ৰূপালী বালি, বুকুৰ শিহু-ঘড়িয়ালে অসমীয়াৰ অনুভূতিক যুগে যুগে উদ্দীপ্ত আৰু বিস্ময়ান্বিত কৰি আহিছে। "লুইতৰে বালি, বগী ধকে ধকি, কাছই কণী পাৰে লেথি", 'চিৰিপ চিৰিপ কৰি কাপোৰ ধুই আছিলোঁ চিৰি লুইতলৈ চাই"—আদি ৰমণীয় চিত্ৰই লুইতক অধিক আকৰ্ষণীয় কৰিছে। অসমৰ শিৰা-উপশিৰা—নদী কেইখনক অসমীয়া মানুহে প্ৰাণ দি ভাল পায়। যি দেশত জলসিঞ্চনৰ ব্যৱস্থা নাই, সেই দেশত ভঁৰালৰ সঞ্চয় নদীৰ প্ৰসাদতে, বৰুণ দেৱতাৰ কৃপাৰপৰা বঞ্চিত হলেও কলং, কপিলী, দিখৌ ডিবৰু, ধনশিৰী, সোৱনশিৰীৰ কৰুণা-ধাৰাৰপৰা অসম বঞ্চিত নহয়। "দিখৌ নৈ এৰিব পাৰো মই জাহ্নৱী, জাঁজী নৈ এৰিব পাৰো" এইবোৰতে জাতিৰ নদী-প্ৰীতি সুন্দৰভাৱে প্ৰকাশ পাইছে।

লুইতৰ পাৰৰ চাপৰি (লুইতৰে শুদ্ধৰ্নি বৰেকৈ চাপৰি) আৰু বহাৰি লুইতৰ পানীয়ে লুথুৰীপিঠা কৰা পথাৰ কেইখন অসমীয়াৰ অৱসৰ বিনোদনৰ ক্ৰীড়া-ভূমি আৰু জীৱন বৰ্ধনৰ প্ৰধান সম্বল। এই চাপৰিতে সৰুৰেপৰা গৰু-ম'হ চৰাই অসমীয়া ল'ৰা-ছোৱালীয়ে (সৰু হৈ আছিলোঁ গৰু চৰাইছিলোঁ) লুইতক ভাল পাবলৈ শিকে। যৌৱনত লুইতৰ চাপৰিৰ ক'হুৱা ফুলৰ সোৰতে ডেকা-গাভৰুৰ "ঘৰতো নবহে মন সমনীয়া, পথাৰত নবহে মন"ৰ অৱস্থা কৰে। "ম'হ মেলি গুৱালটি চাপৰি পালেগৈ, বাটত ছিঙি খালে জবা। পিছৰটি গুৱালে উকিটি মাৰিছে নুঘুৰে ষ'তৰত শলা"– আদি বিহুগীতত সেই ভাৱেই প্ৰতিভাত।

অসমলৈ ম'হ শ্যামদেশৰপৰা আহিছে শ্যাম-থাই সংস্কৃতিৰ লগত ই জড়িত। সেই সূত্ৰে অসমীযাৰ লগতো ম'হৰ সম্বন্ধ আছে। ম'হ শক্তি, সৌন্দৰ্য্য আৰু যৌবনৰ প্ৰতীক। বিহুগীতত তাৰ পৰিচয় আছেঃ "কিনো খুৱাই বঢ়ালে, মতা মহৰ গলধন ওদালৰ তলতে নাকীজৰী বাটোতে ম'হ বনবীয়া হ'ল -ইত্যাদি।

বহল পথাৰে অসমীয়াক কেৱল জীৱনধাৰণৰ সমলকে যোগোৱা নাই, পথাৰৰ পৰশত অসমীযা ডেকা-গাভৰুৰ অন্তৰত প্ৰেমৰো উন্মেষ হয়। ধানৰ পথাৰে মানুহৰ মনলৈ সন্তুষ্টি সঞ্চয় আৰু সম্ভোগৰ কল্পনা আনে। মুকলি পথাৰ আদিম যুগৰেপৰা প্ৰেমৰ বেদী স্বৰূপে ব্যৱহৃত হৈ আহিছে। আদিম যুগত ডেকা গাভৰুৰ প্ৰথম প্ৰেম বিবাহ-মিলন, মান-অভিমান, পথাৰৰ উৰ্ব্বৰ বুকুতে মূৰ্ত্ত হৈ উঠিছিল। অসমীয়া ডেকা-গাভৰুৰ ধাননি পথাৰত উদয় হোৱা জীৱনৰ চলন্ত স্বৰ্ণময় মুহূৰ্ত্তৰ অলেখ চিত্ৰ বিহুগীতত আছেঃ -

> দকৈ পথাৰত ধান দাই আছিলো
> খিলা চকলিয়া মুঠি
> সকলোকে দেখো লাহৰীক নেদেখো
> চাপৰে ওপৰত উঠি॥
> আকৌ—দূৰতে ঐ নুবুৰো ছুঁই ঐ মইনা
> দূৰতে ঐ নুবুৰো ছুঁই।
> বাওঁতে বিৰাব ককাল ঐ লাহৰী
> আহোঁতে বিৰাব ভাঁৱ॥
> অথবা—তোকে চাই বাওঁলি
> বান্ধি বাওঁ ভাঙৰি। ইত্যাদি।

কোনো কোনো পণ্ডিতৰ মতে অসমৰ প্ৰাচীনতম অধিবাসীসকলে আদিতে পৰ্ব্বতত বাস কৰিছিল। অসমীয়া ভাষাত থকা পৰ্ব্বত বুজোৱা 'পাহাৰ', 'ভুল' আদি দেশজ শব্দই আৰু পৰ্ব্বতৰ ভাসেমান জন্তুৰ নাম আৰ্য্য-পূৰ্ব্ব

ভাষাৰপৰা অহায়েই এই মতটি সমৰ্থন কৰে। গতিকে পৰ্ব্বতৰ প্ৰতি অসম-বাসীৰ এটি স্বাভাৱিক সম্বন্ধ আছে। মনোমুগ্ধকাৰী পৰ্ব্বতৰ সৌন্দৰ্য্যই অসমীয়া মানুহক যুগে যুগে মুগ্ধ কৰি আহিছে। কামাখ্যা, বশিষ্ঠ, শৰণীয়া আদি ধৰ্ম্মক্ষেত্ৰ পৰ্ব্বতৰ ওপৰত প্ৰতিষ্ঠিত হোৱাৰ কাৰণো মন কৰিব লগীয়া। "পৰ্ব্বতে পৰ্ব্বতে থালো নগা টেঙ্গা," "ধনে গৈ আছে গৈ মিছিমি দেশত,' "পৰ্ব্বতত একুৰা জুই," আদি বিহুগীতত থকা পদবোৰে অসমীয়া মানুহৰ পৰ্ব্বতৰ লগত পৰিচয়ৰ চিত্ৰ প্ৰকাশ কৰিছে। কৃষিৰ বাহিৰে অসমীয়া মানুহৰ অন্য উপজীব্য মৃগয়া। 'পৰ্ব্বতত মাৰিলো নোদোকা গাহৰি," "পৰ্ব্বতত মাৰি যাওঁ বাঙলি হৰিণা," পদসমূহ শাৰীৰিক ক্ৰিয়াৰ পিনৰপৰাও উল্লেখনীয়। মাকৰ কোলা শুৱনি কৰা সন্তানৰ দৰে অসমৰ পৰ্ব্বত শুৱাই থকা পাহাৰৰ ভাই-ভনী সকলোৰে উল্লেখ বিহুগীতত আছে।

বনদেৱতা আৰু বৃক্ষ-পূজা অসমত এতিয়াও প্ৰচলিত। পৰ্ব্বতীয়া ভাই-ভনীসকলৰ বাহিৰেও ভৈয়ামৰ লোকৰ মাজতো বৃক্ষপূজা নানা ৰূপত বিদ্যমান। পূজা শব্দটো আৰু পূজা প্ৰথা দুয়োটা আৰ্য্য-পূৰ্ব্ব সংস্কৃতিৰ বুলি বৰ্ত্তমান প্ৰতীয়মান হৈছে। হোম-প্ৰথা চলা আৰ্য্যসকলৰ মাজত পূজা-পদ্ধতি পিছৰ যুগতহে প্ৰচলন হৈছিল। সৰ্ব্বভাৰতীয় পটভূমিত পৰিপুষ্ট হোৱা অসমীয়া সংস্কৃতিত গছ-গছনি, পত্ৰ-পুষ্প বিশেষ সমাদৃত। বিয়াত কল গছৰ বেই, পূজাত কল গছৰ মণ্ডপ, পদূলিত কল গছৰ ৰোপণ, সকলো মাঙ্গলিক কাৰ্য্যত কলপাত আমপাতৰ ব্যৱহাৰ বৃক্ষ-পূজাৰ অন্য ৰূপ। হাউলিৰ চৌদিশে বিবিধ গছ ৰোৱা, বাৰীৰ পিচ পিনে বাঁহৰ জোপা, আগবাৰী শুৱনি তামোল—এই সকলোবোৰৰ মূলতো গছৰ প্ৰতি প্ৰগাঢ় শ্ৰদ্ধায়ে ৰূপায়িত হৈছে। গছৰ ছাঁ গৰখীয়াৰ বিশ্ৰাম বিনোদনৰ স্থান ডেকা-গাভৰুৰ প্ৰেমৰ কুঞ্জ। এই সম্পৰ্কে ইঙ্গিত বিহুগীতত আছে—

আহো বৰৰ তলে যাওঁ বৰৰ তলে
বৰৰে চপলা পাত।
বৰৰ তলতে মোকে নোজোকাবি
ওলাব মইনা মাত॥

"বিৰিণাৰ আগতে তামোল থৈ আহিছো, হেৰা পালো বুলি খাবি" "আহো কেঞ্চাবনে যাওঁ কেঞ্চাবনে, কেঞ্চাবনে কাটিলে গা," "আঠিয়া কলৰে দুডালি ঠাবি ঐ," "ছাঁ পাই তৰিলো তাত," "হাতত ধৰি ধৰি দিহিং পাৰ হলো, জিৰাই যাওঁ খাগৰিৰ তলত"—আদি মনোৰঞ্জক প্ৰেমৰ কাহিনী—গছ-গছনিৰ আঁৰতেই ঘটে।

ফুলৰ প্ৰতি আগ্ৰহ অসমীয়া জাতিৰ সৌন্দৰ্য্য-স্পৃহাৰ অন্য এটি নিদৰ্শন।

পূজা উৎসৱত ফুলৰ ব্যৱহাৰৰ বাহিৰেও ই শৰীৰ প্ৰসাধনতো অপৰিহাৰ্য্য। ফুলৰ দৰে নিজকে ৰমণীয় কৰিবলৈ অসমীয়া ছোৱালীয়ে ফুলৰ নামেৰে নিজৰ নাম তবে, বিয়া নামত ফুলৰ নামেৰে পদ পূৰণ কৰে। বিহুগীতবপৰা অসমীয়া ফুলৰ এখনি মনোমোহা তালিকা বাচিব পাৰি। অসমীয়া মানুহে ফুলক ভাল পায় দেখিয়েই মাধৱ কন্দলি আৰু শঙ্কৰদেৱে সাধাৰণৰ মন তুষ্টিৰ কাৰণে অসংখ্য ফুলৰ বৰ্ণনাৰে তেওঁলোকৰ ৰচনাৱলী জাতিষ্কাৰ কৰি গৈছে। প্ৰাচীন ভাৰতীয় শিল্প আৰু সাহিত্যত নাৰী আৰু ফুলৰ সম্বন্ধৰ বিষয়ে এটি মনোৰম আখ্যান আছে—

স্ত্ৰীণাং স্পৰ্শাৎ প্ৰিয়ঙ্গুৰ্বিকশতি
বকুলং শীধুগণ্ডুষ সেকাৎ।
পদাঘাতাদশোকস্তিলককুৰবকৌ
বীক্ষণালীঙ্গনাভ্যাম্॥
মন্দাৰো নৰ্মবাক্যাৎ পটুমৃদু হসনা
চম্পকো বক্ত্ৰবাতাৎ।
চূতো গীতান্নমেৰুৰ্বিকশতি চ
পুৰোনৰ্ত্তনাৎ কৰ্ণিকাৰঃ॥

সুন্দৰী নাৰীৰ আলিঙ্গন স্পৰ্শত পুষ্প বিকশিত হোৱা কল্পনাটো সংস্কৃত সাহিত্যত আৰ্য্য-পূৰ্ব্ব সংস্কৃতিৰপৰা গ্ৰহণ কৰা হৈছে বুলি কোনো কোনোৱে বিশ্বাস কৰে। এই কল্পনাৰ লগত অসমীয়া মানুহৰো যে ঘনিষ্ট পৰিচয় ঘটিছিল তাৰ আভাস প্ৰাচীন গীতৰ বহু ঠাইত দেখা গৈছে—

ফুলৰ বাৰ্তাৰ পালো মই আইটি
ভৰিতে মাৰিলো টিপা।
বাৰ বছৰীয়া নুফুলা ফুলেও
আপুনি ধৰিলে শিপা॥
ফুলৰ বাৰ্তাৰ পালো মই মইনা
চৌপাশে মেলিলো হাত।
সেউতী মালতী তগৰ গুৰোমালী
সবেও মেলিলে পাত॥
ফুলৰ বাৰ্তাৰ পালো মই মইনা
মিচিকাই মাৰিলো হাঁহি।
সেউতী, মালতী, তগৰ, গুৰোমালী
সবেও মেলিলে পাহি॥

প্ৰকৃতিৰ বৰ্ণ, গন্ধ আৰু শব্দৰ প্ৰতি সচেতন অসমীয়া মনৰ বিষয়ে পূৰ্ব্বে উল্লেখ কৰা হৈছে। বিহুগীতত সন্ধিয়াৰ শিমলুফুলীয়া বৰণ, পকা ধানৰ পথাৰত দুপৰৰ ৰ'দে স্বৰ্ণময়ী কৰা দাৱনীৰ ৰূপ (বহুতকৈ পথাৰত ধান

দাই আছিলো, হাতত সোণোৱালী কাচি) বিবিধৰ সেউজীয়া কুমলীয়া পাতৰ বৰণৰ মনোৰম বৰ্ণনা আছে। "পানীৰ জিকমিক পানীৰে পৰুৱা," "ওপৰত উৰিলে কালিন্দী ভোমোৰা," "চৰাই হালধীয়া পাখি বিনন্দীয়া," "আলি চাকি পৰিলে হালধীয়া চৰাই"—পদবোৰে বিচিত্ৰ বৰ্ণ-গৌৰৱৰ চৰাই-পখিলাৰ দৰেই সুন্দৰ আৰু মনোমোহা অসমৰ ৰূপ প্ৰকাশ কৰিছে। নদী নিজৰাৰ কুলু-কুলু ৰৱে, বতাহৰ ৰিব-ৰিব সুৰে অসমীয়া ডেকা-গাভৰুৰ প্ৰাণত সহজ সঙ্গীত সৃষ্টি কৰিবলৈও সমৰ্থ হৈছে। "ফেঁচাই কুৰুলিযাই কুহু কুহু কৰি," "কপৌটি বিনালে," "কি চৰাই বিনালে হেতুলুকা," "বৈ নো বৈ কান্দিলে চুঙাৰে বাদুলি," "এৰা গছত মাতিলে জিলী"—এই সুৰৰ লহৰত অসমীয়া জীবন স্বাভাৱিকতে গীতিধৰ্ম্মী হৈছে।

## (খ) গৃহস্থালিৰ চিত্ৰ

জাতীয় সংস্কৃতি এদিনতে গঢ়ি নুঠে। যুগ যুগ ধৰি জাতিৰ যি জীৱন মন্দাকিনী বৈ গৈছে তাৰ ওপৰত নিৰ্ভৰ কৰিহে জাতিৰ সংস্কৃতিয়ে স্বকীয় ৰূপ লয়। প্ৰাচীন কালৰেপৰা যিবোৰ ক্ৰিয়া কাৰ্য্য, অনুষ্ঠান-উৎসৱৰ মাজেদি অসমীয়াৰ জীৱন-যাত্ৰা আৰম্ভ হৈছে, সেই সকলোবোৰৰ সঙ্গমতহে জাতীয সংস্কৃতিৰ জন্ম। বিহুগীতসমূহত অসমীযা জীবনৰ বাস্তৱ আৰু চলন্ত ইতিহাস সংৰক্ষিত হৈছে। পূৰ্ব্বেই কোৱা হৈছে যে অসমীয়া সংস্কৃতি গাৱঁলীযা সংস্কৃতি। গাওঁ আৰু গাৱঁলীযা জীবনক দীঘ-বাণি লৈ অসমীয়া সংস্কৃতিৰ ফুলাম গামোচা বোৱা হৈছে। প্ৰাচীন কাশী, কাঞ্চী অথবা মধ্য-যুগৰ আগ্ৰা, মাদুৰাৰ দৰে নগৰ অসমত নিৰ্ম্মাণ হোৱা নাছিল। অথবা মহাবলিপুৰম-কোনাৰ্কৰ দৰে স্থপতি শিল্পৰো প্ৰাচুৰ্য্য অসমত নাই। আমাৰ দেশ কাঠ-বাঁহ-বেত আৰু মাটিৰ দেশ। এতিযাও অসমীয়া মানুহে কাঠ-বেত-বাঁহৰেই ঘৰ-দুৱাৰ সাজে নিত্য-প্ৰয়োজনীয় সা-সঁজুলি গঢ়ে। মৃন্ময়েই আমাৰ মাঙ্গলিক আৰু পৱিত্ৰ পাত্ৰ। মাধৱদেৱে ডাঙৰ ঘৰ নিৰ্ম্মাণ কৰিবলৈ নিষেধ দিয়াৰ সম্বন্ধে ৰামচৰণ ৰচিত চৰিতত আছে—

মাধৱে বোলন্ত আৱে কি কৰিবো আমি।<br>
একখানি কথা কহো শুনিয়োক তুমি॥<br>
বৰ ঘৰ বৰ মেলা নকৰিবা তুমি।<br>
নটুৱাক নলচাৱা হাক দেও আমি॥

এটি বিৰাট ঘৰৰ সলনি অসমীয়া মানুহে বৰ ঘৰ, মাৰল ঘৰ, চ'ৰা ঘৰ, বান্ধনি ঘৰ গোসাঁই ঘৰ, ভঁৰাল ঘৰ, বাট চৰা গোহালি ঘৰ আদি বিভিন্ন

প্ৰয়োজনৰ কাৰণে সৰু সৰু সুকীয়া ঘৰ সাজে। কোনো কোনো জাতিৰ মানুহে একেটা চাং ঘৰকে আহাৰ আৰু শয়নৰ নিমিত্তে ব্যৱহাৰ কৰে, চাঙৰ তলত জন্তু পোহে (ই প্ৰধানতে মঙ্গোলীয় প্ৰথা)। গৃহ-নিৰ্ম্মাণ প্ৰথা, গৃহৰ আকাৰ, প্ৰকৃতি আৰু ভিতৰৰ আহিলা-পাতিৰ ব্যৱহাৰত দেশৰ সভ্যতা আৰু জাতিৰ মনোবৃত্তি প্ৰকাশ পায়। পূৰ্ব্বৰ মহেঞ্জোদাৰ'ৰ আৰু আজিৰ মাৰ্কিন সভ্যতাৰ স্বৰূপ গৃহ-নিৰ্ম্মাণৰ কৌশলত ধৰিব পাৰি। কেইবাটাও ক্ষুদ্ৰ ক্ষুদ্ৰ গৃহ নিৰ্ম্মাণৰ মূলত প্ৰকাশ পাইছে অসমীয়া জাতিৰ আচাৰ-নীতি, সমাজ-ব্যৱস্থা আৰু জীৱন যাপনৰ আদৰ্শ। বৃহৎ পৰিয়ালৰ সৈতে একেলগে বাস কৰাৰ হেতু অসমীয়া গৃহস্থৰ কেইবাটিও ঘৰৰ প্ৰয়োজন। মতা-তিৰোতা বিশেষে শোৱনিঘৰ বেলেগ (এই ৰীতিৰ লগত পৰ্ব্বতীয়া জাতিসকলৰ চাংঘৰ অথবা মৰুঙৰ সাদৃশ্য তুলনীয)। ল'ৰা-ছোৱালী ডাঙৰ নোহোৱালৈকে মাকৰ লগত শোৱা ব্যৱস্থা (সৰু হৈ আছিলি মাৰৰ লগত শুইছিলি)। আলহী অতিথি আহিলে শোৱা ঠাইৰ অভাৱৰ কথাও বিহুগীতে উল্লেখ কৰিছে (কালি যে নাহিলা ভালকে কৰিলা শুবলৈ নাছিলে ঠাই)। ঘৰ সজা পদ্ধতি, ঘৰত ব্যৱহৃত মাৰলি ফুল-চতি বুৱা-কাঠীৰ বহল বৰ্ণনা বিহুগীতত দিয়া হৈছে। অসমীয়া মানুহে অৱস্থা বিশেষে বাঁহৰ বা কাঠৰ খাট পালেং, চাম পীৰা, ঢাৰি-পাটী (ফুলাম) তুলি তলিচা (শিমলু-তুলাৰে তুলি), গাত লোৱা তিনি-কঠীয়া, গাৰু (মাদুলি তুলাৰে গাৰু) ব্যৱহাৰ কৰে। পহু-শিঙৰ হাঁকোটাত বস্তু আঁৰি থয়, (ধনৰ চেওৰ্মাণ বটীয়া পুৰাণ, পহু-শিঙৰ হাকোটাত থলোঁ), বন্ধা-বঢ়া মাটিৰ চৰু-হাড়িত কৰে খোৱা-লোৱাৰ পৰিবেশন কাঁহৰ কাঁহী-বাটি পান-ধোৱাত হয লোটা ঘটী'ৰে মুখ ধোৱে। মাটিৰ কলহ আৰু পিতলৰ গাগৰিত পানী থায। চাকী আৰু গছাৰ বহল ব্যৱহাৰৰ উল্লেখ বিহুগীতত আছে। ঘৰৰ ভিতৰ আৰু বাহিৰত মৰণা মাৰিবলৈ আৰু ধান শুকুৱাবলৈ 'চাতাল থাকে। চোহদৰ চাৰিওকায তামোল পাণ, আম-কঠালৰ গছে শুৱনি কৰে। কোনো কোনোৱে পদুলিৰ ঢাপত তিতাফুল আৰু সিজু গছ ৰোৱাৰ উল্লেখ আছে। (তিতাফুল ফুলিলে ঢাপত ঢাপত নুৰুৱো সিজু)।

প্ৰাচীন যুগৰেপৰা অসমীয়াৰ প্ৰধান উপজীৱ্য কৃষি আৰু এই খিনিতে অসমীয়া সংস্কৃতি সৰ্ব্বভাৰতীয় সংস্কৃতিৰ লগত ওতঃপ্ৰোতভাবে জড়িত। কৃষি সম্বন্ধীয় অসমীয়া শব্দমালা বিচাৰ কৰিলে সেই সকলোবোৰ আৰ্য্য ভাবাৰপৰা আহিছে বুলি নিসন্দেহে নিৰ্ণয় কৰিব পাৰি। কৃষি-জীৱনৰ লগত জড়িত কৃষক, খেতিয়ক (ক্ষত্ৰ+অক), হালোৱা (হাল+বাহক), খেতিৰ মাটিৰ লগত সম্বন্ধ থকা খেত খেতি (ক্ষেত্ৰ), পথাৰ (প্ৰস্থাৰ), খোলা, খেল (খলায়), মথাউৰি (মন্থৰ অপুৰ) মাটিৰ পৰিমাণ আৰু গুণ যুজেৰা হালিচা (হাল+ত্য=চ), দোন (ডোন) উশৰ (উষৰ) সা-সঁজুলিৰ নাম হাল, ঈহ (ঈষা),

ফাল, যুঁৱলি, যোত (যোত্র, যোক্ত্র), বৰতি (বৰত্রা), ওখোন (আখান, আখন) কৃষি-কৰ্ম্ম বুজুৱা হাল (হাল), চহ (কৃষ), সিচা (সিঞ্চন), সমাৰ (সম্বাকাৰ), মৰণা (মৃণস্তৰ), শস্য আৰু শাক-পাচলিৰ নাম ধান, মাহ, তিল, কুঁহিয়াৰ (কোষকাৰ), সৰিয়হ (সৰ্ষপ) লাই (বাজিক), চাণেগৰী (চাণ্গ), বাৰবি (বৰবটী), ভেদালি (ভদ্রালি), শুং (ধানৰ) আদি সংস্কৃত ভাষাৰ প্রসাদ।

মাক-বাপেক, ককাই-ভাই, জীয়ৰী-বোৱাৰীৰ সৈতে অসমীয়াৰ ভৰপূৰ গৃহস্থালি। অসমৰ গাৱঁৰ কোনো কোনো অঞ্চলত জোঁৱাইৰ সম্মুখত শাহুৱে মুখ দেখুৱাবৰ নিয়ম নাই। এই সম্পৰ্কৰ বিষয়ে দুই-এটি ধেমালীয়া পদ আমাৰ বিহু-গীতত পোৱা যায়—

বাঁহৰ তলে তলে বাঁহীটো বজালো
শাহুৱে শুনকাঁহ বুলি।
শাহু আয়ে শুনিলে মিচিকাই হাঁহিলে
জোৱাই ধেমেলিয়া বুলি।"

সাধাৰণতে ভূঁই ৰোৱা, ধান দোৱা, মৰণা মৰা আৰু ম'হ চৰোৱা, মাছ মৰা চিকাৰ কৰা আদি খাদ্য সংগ্রহৰ (food collecting) কাম পৰিয়ালৰ সকলোৱে মিলি-জুলি কৰাৰ প্রথা। তিৰোতাৰ দৈনন্দিন কাৰ্য্যাৱলীৰ ভিতৰত চোতাল-সৰা, উঁই মাটিৰে ঠাই মছা (পানী আনি আনি ঘৰকে মচিলা, পথাৰৰ হাফলু মাটি), পানী অনা, ধান বনা, ভাত ৰন্ধাই প্রধান। ইয়াৰ ভিতৰত কেঁচা খৰিৰে ভাত ৰন্ধা ঘৰুৱা জীৱনৰ দুৰ্ব্বিহ যাতনা। (কেঁচা আমখৰি ফালিম কেনে কৰি জুলাম কেনে কৰি জুই, কেঁচা খৰি বুলি আফালি-সাফালি ধোঁৱাই খাব বুলি কান্দো)।

বহুৰৰ পিন্ধা কাপোৰ খিনি জীয়ৰী-বোৱাৰীয়ে বৈ-কাটি উলিয়ায়। ৰাতিটোৰ ভিতৰতে পাঁজী কাটি কাপোৰ বোৱাৰ উল্লেখ আছে (ৰাতিটোৰ ভিতৰত কাটে পাঁজি-সুতা পুৱালৈ তৰিলে তাঁত)। সন্তান জন্ম দিয়াও তিৰোতাৰ প্রধান কৰ্ত্তব্যৰ ভিতৰত (পুৰুষৰ ৰণ, তিৰিৰ বিয়ন)।

গৃহস্থালিৰ উৎসৱৰ ভিতৰত বিয়া-বাৰু প্রধান। ল'ৰালৈ ছোৱালী, ছোৱালীলৈ ল'ৰা খোজা-বঢ়া সাধাৰণতে মাক-বাপেকেই কৰে। বিবাহৰ কথা-বতৰা হোৱাৰ লগে লগে ৰাহি-জোৰা চাই (তোমাৰ মোৰে চাই ৰাহি-জোৰা, মাৰে বাপেৰে হেনো), বামুণ-গণকৰ হতুৱাই চোৱাই-চিতাই বিয়াৰ দিন নিৰ্দ্ধাৰিত কৰে (বামুণক চোৱালে, গণকক চোৱালে, হব মোৰ বহাগত বিয়া)। বিবাহৰ বাবে বহাগ মাহটো প্রশস্ত। কোনো কোনো ক্ষেত্রত বিহুতলীৰপৰা ছোৱালী পলুৱাই অথবা বাটৰপৰা ধৰি নি পিছত ধন ভৰি বিয়া কৰোৱা হয় (বিহু মাৰি থাকোঁতে পলুৱাই নিনিবা ভৰিব লাগিব ধন)। কোনো কোনোৱে ধন লৈ ছোৱালী বিয়া দিয়ে (আয়ে বোপায়ে আলচখন পাতিছে আমাক বেচি

খাবৰ মন, ধনীয়া, পিপলা মোকে নিব খোজ, কিমান দিব পাব ধন? তোমাৰনো বাপেৰে লব কেইকুৰি ছাগলী বেচাবে ধন)।

কেতিয়াবা আকৌ ঔষধ-আহুদি কৰিও ছোৱালীৰ মন ঘূৰোৱা হয় (ঘৰতে বন কৰি থাকিব নোৱাৰো কোনোবাই খুৱালে কিবা)। ল'ৰা-ছোৱালী সমান জাতৰ নহলে বিয়া হোৱাত বিঘিনি ঘটে (তোমাৰ লগত দেহা দিলোহেঁতেন, তুমি হলা অজাতি কুল)। ধুপহী ছোৱালী বিয়া কৰিবলৈ বিচাৰি বিদ্ৰূপ-হাঁহিয়াতৰ পাত্ৰ হোৱা বুঢ়াৰ গাৱঁত আকাল নাই (বুঢ়াটো বুঢ়াটো চকুৰে নেদেখে, কাণেৰে নুশুনে, ছোৱালী বিচাৰি ফুৰে)। কানীয়ালৈ আৰু সতিনী থকালৈ বিয়া সোমাবলৈ অসমীয়া গাভৰুৰ চিৰকালে আপত্তি (কানীয়ালৈ নেযাবি, কানি দিব লাগিব, বাটি দিব লাগিব মাজি, কানি-তিতা মাৰোতে পিঠা দিব লাগিব, তাকো দিব লাগিব ভাজি সতিনী লগলৈ যাবৰে সলনি কটনা কাটিয়ে খাওঁ)।

অসমীয়া গাৱঁলীয়া জীৱনত স্ত্ৰী-পুৰুষৰ অবাধ আৰু অসংকোচ মিলন লক্ষ্য কৰিবলগীয়া। বিবাহৰ পূৰ্ব্বে ডেকা-গাভৰুৰ মাজত হোৱা গোপন মিলনৰো বাস্তৱ চিত্ৰ বিহুগীতত আছে—

আজি গধূলি যাম ঐ মইনা
বাটৰে নগুলা ধূলি।
কুকুৰে ভুকিলে ওলাই তই আহিবি
ক'ত কি দেখিছে বুলি॥

আজি গধূলিকৈ নাহিবা সোণাই
নোপোৱা পদূলিত মোক।
পৰাহিলৈ গধূলি আহিবা লাহৰি
কালি থম বেৰৰে চুক॥
আজি গধূলিকৈ আহিবা সোণাই
নোপোৱা পদূলিত মোক
পৰাহিলৈ গধূলি আহিবা লাহৰী
কালি থম বেৰৰে চুক।

* * *

কুকুৰা কুকুৰা অজাতি কুকুৰা
ভুকুৰাই মাৰিছে তোক
বাতি নোপুৱাওতেই কিয় ডাকে দিলি
ধনে এৰি যায় মোক।

বহু গীতত গাৱঁৰ ডেকাই ডেকাই আৰু গাভৰুৱে গাভৰুৱে উৎসৱ অনুষ্ঠানৰ মাজেদি সখি (Sacramental friendship) পতাৰ উল্লেখ আছে।

এই বন্ধুত্ব বিশেষ দায়িত্বৰ ইয়াৰ লগত ভালেমান কৰ্ত্তব্যও জড়িত আছে। উৎসৱ, ব্যসন, বিবাহ, গুৰুঘৰ আনকি শ্মশানতো বন্ধুৰ পালিব আৰু মানিব লগা আচাৰৰ নিৰ্দ্দেশ আছে। নৃতাত্ত্বিকসকলৰ মতে এই বন্ধুত্ব সমাজ-সংগঠনৰ আদিম অনুষ্ঠান।

তাঁত-শাল সম্বন্ধে বিহু-গীতত বিস্তৃত বৰ্ণনা আছে। সেই প্ৰসংগত হাতী-দাঁতৰ মাকোৰ ব্যৱহাৰ পদ-ফাঁকি উল্লেখনীয়। অলপ দিনৰ আগলৈকে অসমীয়া মানুহে ব্যৱহাৰ কৰা বসন ভূষণ সম্পৰ্কেও বিহু-গীতৰপৰা এটি সম্পূৰ্ণ চিত্ৰ আঁকিব পাৰি। সাধাৰণ মানুহে শালে-কটা চুৰিয়া, চাদৰ, চেলেং, ৰঙা শেলৰ মৰা-নেজীয়া গামোচা মূৰত মৰাৰ বৰ্ণনা আছে। মতা-তিৰোতা উভয়ে হাতত গাঁবিফুলৰ হাঁচতি ব্যৱহাৰ কৰিছিল। হাঁচতি অসমীয়া ডেকা-গাভৰুৰ প্ৰিয় আৰু প্ৰেম নিদৰ্শনৰ প্ৰতীক (আগেয়ে খুজিলো গাঁবি ফুলৰ হাঁচতি এখনি হাঁচতি খুজিব খুজিছো দিয়া কি নিদিযা বৈ)। কপাহী এৰী মুগা কাপোৰ ব্যৱহাৰৰ প্ৰাচুৰ্য্য আছিল। এই কথাই সমাজৰ স্বচ্ছল অৱস্থা সোঁৰবায়। তিৰোতাই ৰিহা মেখেলা, চেলেং-চাদৰ গুণা-কটা খনীযা লোৱাৰ বাহিৰেও জাৰকালিৰ কাপোৰৰ উল্লেখ আছে।

অসমীয়া তিৰোতাই বিশেষকৈ গাভৰু ছোৱালীয়ে ডিঙিত মাছৰ চকু যেন বিৰী, গেজেৰা, সোণ-পোৱালৰ মণি কাণত পনিয়লী বাখৰ খটোৱা কেৰু, যুৰীয়া জাংফাই (জাংফাই কেৰুজোৰ পনীযলী বাখৰজোৰ কাণত জিকেমিকে কৰে), হাতত খাৰু দহো আঙুলিত আঙঠি পিন্ধিছিল। হাতত ৰঙাকৈ বিচনী বাটত ওলালে বোৱাৰীয়ে মূৰত বিজুলী-বাঁহৰ বালিচন্দাৰ টুপ-লগোৱা জাপি, (জাপি হেংগুলীয়া বিজুলী বাঁহৰে দৈ) লয। বৰষুণৰ বতৰত ওলাই সোমাই ফুৰিবলৈ বৰকচুৰ পাতৰো ব্যৱহাৰৰ উল্লেখ আছে। (বৰষুণ দিছিলে, মূৰত বৰ কচুৰ পাত)। প্ৰসাধনত হালধি তেল, জেতুকা ব্যৱহাৰ কৰে (হাতৰে কিনো চাই থাক জিলিকে জেতুকাৰ বোল) সেন্দুৰৰ জোৰ ফোঁট মাৰে। কেশবিন্যাসৰ বিভিন্ন প্ৰথাৰ বৰ্ণনা পোৱা গৈছে। চুলি দীঘল কৰিবলৈ গাভৰুৱে বাঁহৰ কাকৈ আৰু হাতীদাঁতৰ ফণী (বুকুৰ নুমলীয়ে যে খুজি পঠিয়াইছে এখন হাতীদাঁতৰ ফণী) ব্যৱহাৰ কৰে। মূৰৰ বিড়া ওকণী লৌখি মাৰি চুলি-কোছা কিচকিচীয়া কলা কৰিবলৈ ছোৱালী সদায় তৎপৰ। (বিৰ দি মাৰি যাওঁ বিৰা ওকণী, খোঁপিয়াই মাৰি যাওঁ লৌখি) গলধনত পৰাকৈ খোপা বান্ধে। এহাত এমুঠেন বহল খোপাই আছিল সৌন্দৰ্য্যৰ আদৰ্শ (গলধনত পেলাই খোপাটি বান্ধিলা এহাত এমুঠেন কৰি)। সৌন্দৰ্য সাধনৰ কাৰণে গাভৰুৱে খোপাত মালা আৰু ফুল পিন্ধা সম্বন্ধে ভালেমান পদ আছে। অসমীয়া মানুহৰ ফুলৰ প্ৰীতি প্ৰাচীন অসমীয়া সাহিত্যত উল্লেখ থকা ফুলনি-বাৰি, মালিনী, মালাকাৰৰ বৰ্ণনাৰপৰাই কল্পনা কৰিব পাৰি। দুৰ্ভাগ্যবশতঃ মালিনী আৰু

মালাকাৰৰ বৃত্তি বৰ্ত্তমান অসমত লোপ পাইছে। পাদুকাৰ ব্যৱহাৰ সৰ্ব্বজনৰ মাজত প্ৰচলিত নাছিল যদিও কোনো কোনো গীতত কাঠৰ খৰম পিন্ধাৰ উল্লেখ আছে (ভৰি ধুই পিন্ধিলে খৰম)।

অসমীয়া মানুহৰ প্ৰধান আহাৰ ভাত শাক-পাচলি আৰু মাছ-মঙহ। মাগুৰি, আমনা, জহা আদি নানাবিধ ধান-চাউলৰ নামৰ উল্লেখ বিহু-গীতত পোৱা গৈছে। ইয়াৰ বাহিৰেও আহু, শালি দুয়োবিধ ধানৰ নামো আছে শালি ধানৰ চাউল অধিক প্ৰীতিকৰ। শালি ঘাইকৈ ভাৰতৰ পূব অঞ্চলৰ ধান, পতঞ্জলিয়ে মগধত উৎপন্ন শালিধানৰ বিশেষ প্ৰশংসা কৰি গৈছে। হিউয়েন্‌চাঙৰ জীৱনীলেখক হুইলিযে শালিধান কেৱল মগধতহে হৈছিল বুলি মন্তব্য কৰিছে। নালন্দাত থকা কালত হিউয়েনচাঙে শালি ধানৰ চাউলৰ ভাতহে খাইছিল বুলিও জানিবপৰা গৈছে। প্ৰাচীন অসমীয়া গীতত উল্লেখ থকা শালিৰ ভিতৰত অগ্নিশালি প্ৰখ্যাত। কোনো কোনো গীতত ক'লা জহা চাউলৰ সুস্বাদু আৰু সুগন্ধি ভাতৰ ইংগিত আছে (আপুনি নেখায় মোলৈ সাঁচিছিলা ক'লা জহা চাউলৰ ভাত)। গৰম ভাত (কঢ়া ভাত) খোৱায়ে সাধাৰণ ৰীতি। কিন্তু কৰকৰা আৰু পঁইতা ভাতো প্ৰিয় (আইৰে শপনি পঁইতা পোতনি চাঙৰে আঠিয়া কল)। ভাজীতকৈ (ভাজী খোৱা প্ৰথা ভাৰতত অতি প্ৰাচীন, পাণিনিতো তাৰ উল্লেখ আছে) পোৱা বস্তু খোৱাৰ ব্যৱহাৰ অধিক প্ৰচলিত।

নিচুকনি-গীততো পঁইতা ভাত আৰু পোৰা মাছ খোৱা সম্বন্ধীয় পদ আছে। মাঘৰ বিহুত মেজিৰ কাষত পোৰা আলু নেখালে বৰাহ জন্ম পায় বুলি সাধাৰণৰ বিশ্বাস। জা-জলপানৰ ভিতৰত বকুলবৰা ধানৰ কৰাই, চিৰা সান্দহ, দোৱা-ভজা চিৰা (গেলা পইতা নিবলৈ আহোঁতে পালো দোৱা ভজা চিৰা), বোকা চাউল আৰু পিঠাগুৰি (ভোকৰ তিনি মুঠি শুকোন পিঠাগুৰি কিনো গুৱালৰ দৈ ধনলৈ বুলি খুন্দো পিঠাগুৰি পবুৱা-পিপৰাই খায়) আৰু নানাবিধ পিঠা-পনাই প্ৰধান। বোকা-চাউল আৰু পিঠাগুৰি অসমীয়া জাতীয় আহাৰ। গখুৰ দৈতকৈ ম'হৰ দৈ সাধাৰণ মানুহৰ প্ৰীতিকৰ খাদ্য। সৰিয়হৰ পথাৰ গাৱঁৰ মনোমুগ্ধকৰ ছবি। সৰিয়হ তেলৰ ব্যৱহাৰ অসমত অতি প্ৰাচীন। গছৰ গুৰিত খোৰোং কাটি তাত ঢেঁকী সুমুৱাই তেল পেৰাৰ বিশেষ প্ৰথা কোনো কোনো অঞ্চলত এতিয়াও আছে। (সৰিয়হ জনম দৈ বেটৌৰি চেপালৈ কেলৈ কৰিছ ভয়।)

যোগিনী-তন্ত্ৰত অসমত নিৰামিষ আহাৰ আৰু সন্ন্যাস ধৰ্ম্ম নিষেধ বুলি কোৱা হৈছে। আমাৰ অসমৰ ব্ৰাহ্মণ, বৈষ্ণৱ সকলো সম্প্ৰদায়ৰ মাজত মাছ-মাংসৰ প্ৰচলন আছে। গুৰুচৰিত পুথিত মহাপুৰুষ শঙ্কৰদেৱে আৰু মাধৱ-দেৱে মাছ-পুঠীৰ সুচল ঠাইতহে সত্ৰ স্থাপন কৰিছিল বুলি কোৱা হৈছে।

নদীত কাষত মানুহৰ বসতি হোৱাৰ সিও এটি কাৰণ। হৰিণ, ছাগলী, শুকৰ, গড় (পৰ্ব্বতত মাৰিলো নোদোকা গাহৰি ভৈয়ামত মাৰিলো গড়), গুইই, কাছ, হাঁহ, পাৰ, কপৌ আদি বিবিধ চৰাইৰ মাংস অসমীয়াৰ প্ৰিয় খাদ্য। চৰাই-চিৰিকতি আৰু বন্য-জন্তু ধৰিবলৈ ফান্দ-চিটিকা আদি তৈয়াৰ কৰে। অসমৰ নদ-নদী, বিল-খাল, মাছ-পুঠীৰে পৰিপূৰ্ণ। বিহু-গীতত শাল, শ'ল, শিঙি, চেঙা, বামী, বৰালী, বালিচন্দা, এলেং, দাঁড়িকণা, নাৰ-বাট, ৰৌ, চিতল আদি অসংখ্য মাছৰ নাম আছে। কোনো কোনো পদত গাভৰুৰ দেহৰ লাৱণ্য আৰু সৌন্দৰ্য্যৰ লগত মাছৰ তুলনা দিয়া হৈছে। এই কথাই অসমীয়া মানুহৰ মাছ-প্ৰীতিৰ পৰিচয় দিয়ে। মাছক অসমীয়া মানুহে প্ৰজননৰ প্ৰতীক আৰু মাঙ্গলিক বুলি বিশ্বাস কৰে। সেই কাৰণে কন্যাৰ ঘৰলৈ নিয়া জোৰোণৰ বস্তুৰ লগত মাছ অপৰিহাৰ্য্য। গামোচা আৰু চাদৰত মাছৰ চিত্ৰ বছা হয়। প্ৰজননৰ প্ৰতীক হেতু মাছ মাৰিবলৈ যাওঁতে অসমীযা ডেকা-গাভৰুৰ প্ৰথম প্ৰেমৰ উন্মেষ। মাছ মাৰিবৰ অনেক বুধি অসমীয়া মানুহে জানে। জাকৈ, জাল, পল, খোকা, দলঙাৰ বাহিৰেও নৈৰপৰা জান কাটি মাছ ধৰে (মাছ মাৰিবৰে অনেক কৈয়ে বুধি দীঘলী কাটিবৰ লোৰ)। মাছ আৰু কাছৰ কণীও অসমীয়াৰ প্ৰিয় খাদ্য। লুইতৰ বালিত কাছৰ কণী বিচৰা এটি আমোদী ক্ৰীড়া-কৌতুক। শাক-পাচলিৰ ভিতৰত চুকা, কচু, ঢেকীয়া, কেৰেলা, বাৰৰি ভেদাই লতা খুতৰা শাকৰ বিশেষ উল্লেখ আছে। জিকা, বেঙেনা, ঔ টেঙাৰো নাম পোৱা যায়। গাজ টেঙা, কাহুদি-খাৰলি বিশেষ প্ৰিয় খাদ্য। অসম দেশ বহুতো টেঙাৰ কাৰণে প্ৰখ্যাত। বিহু-গীতত সৰবৰহী হোৱা টেঙা হৈছে—জৰা, জেনেৰু, চকলা, থেকেৰা নৰা-সুমথিৰা। ফল-মূলৰ ভিতৰত বিভিন্ন শ্ৰেণীৰ ফল, আম, কঠাল, তেতেলি, পনিয়ল, তিয়ঁহ-চিড়াল, বগী জামু, বগৰী, আমলখি, শিলিখাৰ উল্লেখ আছে। বগৰী, কোট-কোৰা, থেকেৰা আদি ফলমূল শুকুৱাই ভবিষ্যতৰ ব্যৱহাৰৰ উপযোগী কৰি ৰখাৰ বিবিধ প্ৰণালী অসমীয়া মুনিহ-তিৰোতাই জানে। এই সংৰক্ষণ প্ৰথাসমূহে জাতিৰ ব্যৱহাৰিক জীৱনৰ কৰ্ম্মকুশলতা আৰু সঞ্চয় মনোবৃত্তিৰ পৰিচয় দিয়ে।

অসমীয়া মানুহৰ প্ৰাচীন খাদ্যৰ তালিকাত ডাইলৰ স্থান নাছিল যদিও বিহু-গীতে মাটি আৰু লেছেৰা মাহৰ ব্যৱহাৰ উল্লেখ কৰিছে। কুঁহিয়াৰৰ ভিতৰত বগী কুঁহিয়াৰৰ নাম প্ৰসিদ্ধ। তামোল পাণৰ ব্যৱহাৰৰ বিষয়ে আগতে বহলাই আলোচনা কৰা হৈছে। তামোলৰ লগত চুণ-ধপাত আৰু লং-জাইফল খোৱা হয় বুলিও কেতবোৰ গীতত কোৱা হৈছে। মন কৰিবলগীয়া যে সৰ্ব্ব-ভাৰতীয় তামোল খোৱা প্ৰণালীৰ লগত অসমীয়াৰ তামোল কটা আৰু খোৱা প্ৰথাৰ কিছু পাৰ্থক্য আছে। অসমীয়াই কেচা তামোল আনকি কুমলীয়া তামোল (কুমলীয়া তামোল কোঁচ নভৰিলে খোপাই নধৰিব ফুল) খায়। খুৰিয়া

তামোলতকৈ পাণ ভাজ কৰি খোৱাহে সাধাৰণ নিয়ম। যাৰে তাৰে হাতৰ কটা তামোল খালে জাত যোৱা প্ৰথাটোও লক্ষ্য কৰিবলগীয়া (তোমাৰ কটা তামোল নেখাওঁ লাহৰী আমৰে মৰিব কুল)।

যান-বাহনৰ ভিতৰত নাৱৰ উল্লেখ বিহু-গীতত আছে। হেঙুলীয়া নাও, পানচৈ নাও, শিমলুৰ চেপেলী নাও, চৰা-নাওৰ উল্লেখে নৌ-যানৰ প্ৰাধান্য সূচাইছে। গৰু গাড়ী, ঘোঁৰা দোলা আৰু হাতী অন্যান্য বাহন স্বৰূপে ব্যৱহাৰ হয়।

সামাজিক উৎসৱ-আনন্দৰ ভিতৰত বিয়া আৰু বিহুৱেই প্ৰধান। বিবাহ উৎসৱ সমজুৱাভাৱে পালন কৰা হয়। গাৱঁৰ লৰা-বুঢ়া, ধনী-দুখীয়া নিৰ্ব্বিশেষে সকলোৱে, গাৱঁৰ যি কোনো ঘৰতে বিয়া নহওক, লাগি-ভাগি দিয়ে। বিয়াৰ দিনা দৰা-কন্যাক পিন্ধিবলৈ কানি-কাপোৰ, গহনা-গাঁথৰি দি ওচৰ-চুবুৰিয়াই সহায় কৰে (তহঁতৰ গাৱঁলৈ ছোৱালী নিদিওঁ ঐ, লোকৰ ধাৰে কৰা মণি)। এঘৰৰ বিহু-উৎসৱত সমগ্ৰ গঞাৰ সহায় আৰু আনন্দ ই প্ৰকৃত সামাজিক প্ৰীতিৰ পৰিচয়। বহাগ বিহু-উৎসৱ নাচ আৰু গীতেৰে পালন কৰা হয়। বিহু-নাচ আৰু বিহু-গীত, বিহু-উৎসৱৰ আচাৰ-অংগ বুলি অন্য প্ৰসংগতে মন্তব্য কৰা হৈছে। বিহু-গীত নেলাগে ভালেমান প্ৰাচীন অসমীয়া গীত-পদ মন্ত্ৰ সাহিত্যৰ অংগ। বহাগ বিহুত নৈত গৰুকৈ গা ধুৱাবলৈ নিওঁতে গোৱা 'লাও খা, বেঙেনা খা বছৰে বছৰে বাঢ়ি যা'—গীত অথবা লৰা নিচুকাবলৈ আওবোৱা,—আমাৰ মইনা শুলে, বাৰীতে বগৰী বুলে' নাম ফাঁকিও মন্ত্ৰৰ পৰ্য্যায়ৰহে। মন্ত্ৰৰ দৰে কোনো এক বিশেষ কাৰ্য্য সম্পন্ন কৰা এই গীতবোৰৰ মুখ্য উদ্দেশ্য।

বিহু-গীত আৰু বিহু-নাচ অসমীযাৰ জাতীয় ঐতিহ্য। উভয়তে অসমীয়া জাতিৰ চাৰু-শিল্পৰ প্ৰতি স্বাভাৱিক স্পৃহা প্ৰকাশিত হৈছে। বাঁহৰ টকা, ম'হৰ শিঙৰ পেঁপা, আগলি বাঁহৰে লাহৰি গগনা, ঢোল, বাঁহী, টোকাৰী আদি জনসাধাৰণৰ মাজত বিশেষ ভাৱে প্ৰচলিত বাদ্য-যন্ত্ৰ।

অসমীয়া মানুহৰ ধ্যান-ধাৰণা, আচাৰ-অনুষ্ঠান সম্বন্ধেও ইতি তত দুই চাৰি ফাঁকি পদ সিঁচৰতি হৈ আছে। অসমীয়া জাতিৰ ধৰ্ম্ম বিশ্বাসৰ ইতিহাসত এই পদবোৰ বিশেষ মূল্যবান। ঈশ্বৰত পৰম আস্থা, (বিধিহে প্ৰজোঁতা, তোৰে পালোঁতা, তেওঁৰ ওপৰতে ভৰ), ভাগ্যত প্ৰবল বিশ্বাসেই (কি কৰে ঈশ্বৰ, কি কৰে বিধিয়ে নিজ কপালৰ দুখ, চাৰি আঙুল কপালত বিধাতাই লিখিলে, চাচিনো গুচাব কোনে?) অসমীয়া ধৰ্ম্মৰ মূল। দেৱ-দেৱীৰ ভিতৰত মহাদেউ আৰু আই গোসানীৰ পূজাৰ বহুল উল্লেখ পোৱা গৈছে। শিৱ পূজাত ছাগলীৰ ভোগ-বলি অসমৰ শৈৱ-ধৰ্ম্মৰ এটি উল্লেখনীয় অংগ (ছাগে কিনি আনি কাটি চৰাও মহেশ্বৰৰ ভোগ)। উমানন্দ দেৱালয়ত

শিৱৰাত্ৰিত এতিয়াও ডিঙিত মুছৰি ছাগলী বলি দিয়া হয় (এইটো অৱশ্যে বৈদিক নিয়ম)। ইয়াৰ বাহিৰেও বৃক্ষ আদিৰ পূজাৰ ইঙ্গিত পোৱা যায়। পুৰণি গছ মাত্ৰে শ্ৰদ্ধা আৰু ভয়ৰ স্থান। সাধাৰণতে বট, আঁহত (অশ্বত্থ), সিজু, বাঁহৰ জোপাত দেৱতা-অপদেৱতা, যখ-যখিনী বাস কৰে বুলি সাধাৰণৰ বিশ্বাস। নানা বিহু-গীতত এই বিশ্বাসে আত্মপ্ৰকাশ কৰিছে। মনৰ কামনা সিদ্ধিৰ কাৰণে দেৱ-দেৱীলৈ টোপোলা আগবঢ়োৱা সৰ্ব্বসাধাৰণ অনুষ্ঠান (দেৱীলৈ বান্ধি যাওঁ কলাকৈ ছাগলী দেৱতালৈ টোপোলা বান্ধো)। ঘটনাৰ সত্যাসত্য নিৰূপণ কৰিবলৈ দেৱতাক বা চন্দ্ৰ-সূৰ্য্যক সাক্ষী কৰা অথবা তেওঁলোকৰ নামত শপত গ্ৰহণ প্ৰথা প্ৰাচীন যুগ'ৰপৰা চলি আহিছে। গুৰু বা গুৰু-থানৰ পিনে মুখ কৰি শপত খোৱা ৰীতি এতিয়াও বিদ্যমান। প্ৰতিজ্ঞা পালনৰ কাৰণে ইজনে সিজনৰ গালৈ চায়ো শপত খায় (এইবাৰ লাহৰী মোলৈ আহিম বুলি গালৈ চাই শপত খা)। ভূত, ভৱিষ্যত, বৰ্ত্তমান জানিবলৈ মানুহৰ মনত অনন্ত কৌতূহল। এই কাৰ'ণ হোৰা শাস্ত্ৰ, জ্যোতিষ প্ৰাকৃতিক দৃশ্যাত গূঢ় তত্ত্ব দৰ্শন আদিম যুগৰপৰা চলি আহিছে। কুকুৰা কাটি মঙ্গল চোৱা অসমৰ এটি অভিনৱ প্ৰথা। মাটিত মঙ্গল লেখা, খৰিকাৰে মঙ্গল চোৱা আদি ভূত-ভৱিষ্য গণনাৰ অন্যান্য ৰীতি। চৰাই-চিৰিকতিৰ, বিশেষকৈ কোৱা আৰু ফেঁচাৰ মাত আৰু উৰণৰ পৰাও শুভাশুভ গণনা কৰা হয় (কোৱাত কৈ বাতৰি দিলা ঐ আইটি চিলাত কৈ বাতৰি দিলা)।

বিহু-গীতবোৰত অসমীয়া ডেকা-গাভৰুৰ দৈহিক বৰ্ণনাৰ চিত্ৰ পোৱা যায়। অসমীয়া মানুহৰ সৌন্দৰ্য্য-স্পৃহা চিন্তা-ধাৰণা আশা-আকাঙ্ক্ষাৰ ছবিও মাজে মাজে প্ৰকাশ পাইছে। সেইবোৰ বিশ্লেষণ কৰি অসমীয়া জাতীয় চৰিত্ৰৰো এটি ৰূপৰেখা আঁকিব পাৰি। প্ৰফুল্ল চিত্ত, প্ৰকৃতিৰ মাজত সহজ আনন্দ লাভ, শিল্পী মন, জীৱন যাপনৰ সৰল পদ্ধতি, ভাগ্যত অটল বিশ্বাস, সামাজিক প্ৰীতি—এইবোৰেই অসমীয়া জাতীয় চৰিত্ৰৰ বিশিষ্ট লক্ষণ।

অন্য প্ৰসঙ্গত বিহু গীতৰ ভাষাৰ বিষয়ে আলোচনা কৰোঁতে ইয়াৰ ভাষাক অসমীয়া সাধাৰণ মানুহৰ সহজ ভাষা বুলি আখ্যা দিয়া হৈছে। সাধাৰণ মানুহৰ ভাষাত উপমা দৃষ্টান্ত, ৰূপকৰ স্বাভাৱিক সমাবেশ হয়। বিহু-গীতৰ প্ৰতিটো চিত্ৰ প্ৰতিটো অনুভূতি সহজ সৰল উপমাৰে প্ৰকাশ কৰা হৈছে। যিবোৰ উপমা সততে ব্যৱহাৰ কৰা হৈছে সেই সমূহ অসমীয়া জাতীয় জীৱনৰ প্ৰতীক। মানুহৰ দেহৰ বৰ্ণনাত প্ৰাকৃতিক উপমা গ্ৰহণ প্ৰাচীন সাহিত্যৰ লক্ষণ। অসমীয়া বৈষ্ণৱ সাহিত্যত সেই ৰীতি গ্ৰহণ কৰা হৈছে। কিন্তু বিহু-গীতৰ উপমা শাস্ত্ৰৰ ঋণ নহয়, সেইবোৰ অসমৰ প্ৰকৃতিৰ প্ৰত্যক্ষ দৰ্শনত সৃষ্টি হৈছে। পোৱালি হাতীৰ দৰে পুৰুষৰ ৰূপ, পোন বাঁহ পুলিটিৰ দৰে উচ্চতা, সৰগৰ মেজাল তৰাৰ দৰে মুখ আৰু বামী মাছৰ দৰে

তিৰোতাৰ দীঘল চুলি, সৰিয়হ ফুলৰ দৰে দেহৰ লাৱণ্য আদি উপমাত এপিনে যেনেকৈ ৰচকৰ সূক্ষ্ম দৃষ্টিৰ পৰিচয় ওলাইছে আনপিনে ইয়াত অসমীয়া জাতীয়তা প্ৰকাশ পাইছে। বিৰহৰ বৰ্ণনাত 'দেহ হল দিহিঙৰ গড়া', জালুকে পোৰাদি পোৰে', 'খেৰ শুকুৰাদি শুকোৱা' উপমা কেৱল মনোগ্ৰাহীয়েই নহয়, তাৰ মাজত অসমীয়াৰ গ্ৰামীণ জীৱন সজীৱ হৈ উঠিছে।

বিহু-গীতসমূহ ঘাইকৈ ডেকা-গাভৰুৰ প্ৰেম নিবেদনৰ গীত। সেই কাৰণে এই গীতৰ বাক্য আৰু শব্দৰাজিয়ে বিশেষ সঙ্কেতপূৰ্ণ অৰ্থ লাভ কৰিছে। ডেকা-গাভৰুৰ প্ৰেম বিনিময়ত ব্যৱহৃত সাংকেতিক ভাষা, বিশেষকৈ শানজাতিৰ মাজত প্ৰচলিত বুলি Mrs Leslie Milne তেওঁৰ শান আৰু পালোং সম্বন্ধে লিখা পুথিত উল্লেখ কৰিছে। এজন পালোং ডেকাই কি খালা বুলি সুধিলে গাভৰুৱে সৰিয়হৰ গছৰ পাত' খালো বুলি যদি উত্তৰ দিয়ে তেন্তে তাৰ অৰ্থ হয় 'তোমাৰ লগত মোৰ মেল মাৰিবৰ মন'। গাভৰুৱে সোধা সেই একে প্ৰশ্নৰ উত্তৰত যদি ডেকাই কপাহৰ গুটি খালো' বুলি কয় তাৰ অৰ্থ হয় 'মই তোমাক নিবলৈ আহিছোঁ। অসমীয়া বিহু-গীতত গছ ফুল, পশু-পক্ষী, নদ-নদীৰ অসংখ্য নাম আছে। ওপৰে ওপৰে চালে এইবোৰৰ উল্লেখ অৰ্থহীন আৰু পদ পূৰণ কৰিবলৈ সংযোগ কৰা যেন লাগে। কিন্তু দেখাত অপ্ৰয়োজনীয় এই শব্দসমূহ দ্ব্যাৰ্থবোধক আৰু ইয়াৰ লগত বহু দিনীয়া জাতীয় কল্পনা ওতঃপ্ৰোতভাৱে জড়িত আছে।

# ৯। নামঘৰ ঃ জাতীয় নাটশাল

জাতীয জীৱনত নৃত্য আৰু অভিনযৰ অভিন্ন সম্বন্ধ। কেৱল অৱসৰ বিনোদনৰ কাৰণেই নহয, জাতিৰ সাংস্কৃতিক জীৱনৰ উৎসৱ, অনুষ্ঠান, পূজা-পাৰ্ব্বণ সকলোৰে লগত এই দুই চাৰু-শিল্প জড়িত। পৃথিবীৰ সকলো দেশতে ধৰ্ম্মোৎসৱৰপৰাই নাচ, নাটক, অভিনয়ৰ উৎপত্তি হৈছে। পাশ্চাত্য নাটক অভিনয়ৰ জন্ম হৈছিল, গ্ৰীচ দেশৰ দাইনুচিৱচ (Dinysios) দেৱতাৰ মন্দিৰত। দাইনুচিৱচৰ পূজাৰ উপলক্ষে তেওঁৰ বিগ্ৰহ অতি সমাৰোহেৰে শোভাযাত্ৰা কৰি ফুৰোৱা হৈছিল। শোভাযাত্ৰাৰ সন্মুখ ভাগত ফুলেৰে সজ্জিত এদল কুমাৰী গৈছিল তাৰ লগতে আছিল মুখাপিন্ধা প্ৰেতৰ দল। শোভাযাত্ৰা পূজাস্থলত উপস্থিত হোৱাৰ পিচত বলিদানৰ সময়ত চাট্যাৰ সকলে (Satyr) নাচি, গাই বাঁহী বজাই বেদীৰ চাৰিওকাষে প্ৰদক্ষিণ কৰিছিল। এই নৰ্ত্তকসকলৰ নাম আছিল কোৰাছ (Chorus)। তেওঁলোকে দাইনুচিৱচৰ গুণানুকীৰ্ত্তন কৰি যি গীত গাইছিল তাক বুলিছিল ডিথিৰাম্ব (Dithyramb)। কিন্তু নৰ্ত্তকসকল ছাগবেশী আছিল কাৰণে জনসাধাৰণে তেওঁলোকক Tragos অৰ্থাৎ ছাগলী আৰু গীতসমূহক Tragic বুলিছিল। পিছৰ যুগত এই গীতৰ লগত যেতিয়া সংলাপ হল তাৰ নাম হ'ল Tragedy অৰ্থাৎ নাটক।

ভাৰতবৰ্ষতো সেই একে পদ্ধতিৰে নাটক আৰু অভিনয়ৰ জন্ম হৈছে। বহুতে অনুমান কৰে যে ভাৰতবৰ্ষত নাচ আৰু অভিনয আৰ্য্য-পূৰ্ব্বসকলৰ দান, আৰু ই মূলতে আৰ্য্য পূৰ্ব্ব দেৱতা শিব পূজাৰ লগত জড়িত আছিল। সংস্কৃত অভিনয যে আৰ্য্য-পূৰ্ব্ব-সকলৰপৰা আহিছে তাৰ সংকেত ভৰতমুনিৰ নাট্য শাস্ত্ৰতে আছে। চতুৰ্ব্বেদ ৰচনাৰ পিছত ব্ৰহ্মাই শিৱৰ ওচৰত নাট্য-শাস্ত্ৰ শিক্ষা কৰি পঞ্চম বেদ ৰচনা কৰিলে, ভৰত মুনিয়ে ব্ৰহ্মাৰ ওচৰত সেই নাট্য শিক্ষা লভি প্ৰসিদ্ধ নাট্যশাস্ত্ৰ ৰচনা কৰে। এই আখ্যানৰপৰাই ধৰিব পাৰি যে নাট্যকলা বিষযত অনাৰ্য্যসকল আৰ্য্যসকলৰ শিক্ষাগুৰু আছিল, আৰু দ্বিতীয়তে শিৱপূজাক কেন্দ্ৰ কৰিয়েই নাট্যাভিনয় গঢ়ি উঠিছিল।

আৰ্য্যসকলৰ আগমনৰ পূৰ্ব্বে অসমতো শিৱপূজাৰ প্ৰাধান্য আছিল। পুৰণি অসমৰ শিৱ-মন্দিৰত দেৱদাসীৰ নৃত্যৰ প্ৰচলনৰ প্ৰমাণ আছে। সেই কালত অসমৰ ঘাইকৈ মন্দিৰৰ প্ৰাঙ্গণেই আছিল নৃত্য-গীতৰ ৰঙ্গমঞ্চ।

মন্দিৰৰ নৃত্যই ক্ৰমবিকাশৰ ফলত অভিনয়ত পৰিণত হ'ল। নাট্যশাস্ত্ৰকাৰসকলৰ মতেও নাট অভিনয়ৰ জন্মৰ আদিতে আছিল নৃত্য, অৰ্থাৎ তাল-লয় আশ্ৰিত অংগ-সঞ্চালন, তাৰ পিছত হল নৃত্য অৰ্থাৎ বিবিধ মুদ্ৰাসহ মূক অভিনয়। সৰ্ব্বশেষত হল নাট্য বা নাট অৰ্থাৎ নৃত্য-গীতসহ বাচিক আৰু কায়িক অভিনয়।

নৃত্যৰ দৰে গীতেও নাট বা অভিনয়ৰ উদ্ভৱত সহায় কৰিছে। আদি অৱস্থাত মানুহে মন্দিৰ প্ৰাঙ্গণত দেৱতাৰ পূজাৰ অৰ্থে সুৰ-তাল-লয়েৰে পদাৱলী কীৰ্ত্তন কৰিছিল। গীত কীৰ্ত্তনৰ লগে লগে গায়কসকলে নাচ আৰু অংগ-ভংগিমাৰে শ্ৰোতাসকলৰ আগত আখ্যানবস্তু ব্যাখ্যা কৰিবলৈ চেষ্টা কৰিলে। প্ৰয়োজন অনুসৰি কেতিয়াবা মুখাও পিন্ধিছিল, দৰ্শকক বুজাবলৈ কথা আৰু কথোপকথনো বা সহায় লৈছিল।

অসমীয়া নাট আৰু অভিনয়ৰ প্ৰথম স্তৰৰ নিদৰ্শন ওজা পালি অনুষ্ঠানত এতিয়াও সংৰক্ষিত হৈ আছে। মূল গায়কে পালিসকলৰ সহায়ত গীতটোৰ আখ্যান ভাগটো নাচ আৰু অংগ-ভংগিৰে বুজাবলৈ চেষ্টা কৰে। এই ওজা-পালিৰ অন্য নাম পাঁচালি বা পাঞ্চালি। এই শব্দটো সংস্কৃত পাঞ্চালিক বা পঞ্চালিকা শব্দৰপৰা আহিছে। পূৰ্ব্বত ইয়াৰ অৰ্থ আছিল নাচৰ পুতলা এই গীতবোৰ আদিতে পুতলা নাচৰ লগত গোৱা হৈছিল, কিন্তু সময়ৰ লগে লগে পুতলা-নাচ আৰু পাঁচালি দুই ভিন্ন অনুষ্ঠানত পৰিণত হল। অৱশ্যে কোনো কোনোৰ মতে পাঞ্চাল দেশৰপৰা আহিছিল বুলি ইয়াৰ নাম পাঞ্চালি বা পাঁচালি। কাৰো মতে এই নৃত্য-গীত অনুষ্ঠানত পাঁচোটি ভাগ আছে দেখি ইয়াৰ নাম পাঞ্চালি। যেনে, পা চাল অৰ্থাৎ ভৰি চালনা কৰি এই গীত গোৱা হয় নাচাৰি অৰ্থাৎ নাচি নাচি গোৱা হয় ইত্যাদি। তদুপৰি ওজা আৰু পালিৰ মাজত প্ৰশ্ন সমৰ্থনৰ ৰূপত সংলাপ সন্নিবেশ কৰা হয়। মহাপুৰুষ শঙ্কৰদেৱৰ পূৰ্ব্বেও আমাৰ দেশত ওজা-পালিৰ বিশেষ প্ৰচলন আছিল। মন্দিৰৰ প্ৰাঙ্গণৰ বাহিৰেও সামাজিক উৎসৱ অনুষ্ঠানত ওজা-পালি গীত গোৱাৰ প্ৰথা এতিয়াও প্ৰচলন আছে। বিশেষকৈ বেউলা-লখিন্দৰৰ আখ্যান ওজা-পালি গীতৰ প্ৰধান উপজীৱিকা। দেৱতাৰ মহিমা বৰ্ণোৱাৰ চলেৰে অসমীয়া সমাজৰ বাস্তৱ চিত্ৰ ফুটাই তোলাতে এই গীতসমূহৰ বৈশিষ্ট্য। সাধাৰণ মানুহৰ সুখ দুখ বৰ্ণনা কৰাৰ হেতু ওজা পালিৰ গীত আজিলৈকে জনপ্ৰিয় হৈ জীয়াই আছে। এই আখ্যানত গাৱঁলীয়া মুনিহ-তিৰোতাই নিজৰ জীৱনকে প্ৰতিফলিত দেখিছে, আখ্যানৰ চৰিত্ৰৰ দুখ-বেজাৰ নিজৰ দুখ-বেজাৰৰ ৰূপেই অনুভৱ কৰিছে। সাধাৰণ লোকৰ হৃদয় আকৰ্ষণ আৰু স্পৰ্শ কৰিব পাৰিছে দেখি ওজা-পালি পুৰণি হৈও পৰিবৰ্জ্জিত হোৱা নাই।

অসমত নাটক, ভাওনা প্ৰথমে মহাপুৰুষ শঙ্কৰদেৱে প্ৰৱৰ্ত্তন কৰে বুলি

প্ৰসিদ্ধি আছে। মহাপুৰুষে প্ৰথমে ৰচনা কৰা নাটখনিৰ নাম চিহ্নযাত্ৰা আছিল। চিহ্ন আৰু যাত্ৰা এই দুয়োটা শব্দৰে তাৎপৰ্য্য আছে। ই পুৰণি অসমৰ দুবিধ অভিনয়ৰ ইংগিত দিয়ে। প্ৰথম হৈছে চিহ্ন আঁকি আখ্যান বুজুৱা, ই জানিবা আজি-কালিৰ মেজিক লেণ্টৰ্ণৰ যোগে চিত্ৰ দৰ্শোৱা। ছবি দেখুৱাৰ লগে লগে গীত-মাতেৰে ছবিৰ বিষয় ব্যাখ্যা কৰা হৈছিল। ইয়েই পুতলা-নাচৰ অন্য এটি ৰূপ। পুতলা-নাচত পুতলাৰ সহায়েৰে অভিনয় দেখুৱা হৈছিল, অভিনয় অংশ গীত-পদতে আৱদ্ধ আছিল। যাত্ৰা, সেই যুগৰ অন্য এটা অভিনয় অনুষ্ঠান। যাত্ৰাৰ প্ৰচলন বহুদিনৰেপৰা আছিল। তাৰ স্মৃতি বৰ্ত্তমান জগন্নাথ-যাত্ৰা, দোল-যাত্ৰা, ঝুলন-যাত্ৰা, ৰাস-যাত্ৰা আদি উৎসৱত সংৰক্ষিত হৈছে। দেৱতাৰ পূজা উৎসৱত নাচ-গান আৰু শোভা-যাত্ৰা কৰাযে এই যাত্ৰা অনুষ্ঠানৰ প্ৰধান অংগ আছিল। যাত্ৰা এক প্ৰকাৰ পথৰ সংগীত (Street singing)।

মহাপুৰুষ শঙ্কৰদেৱে নাচ, ওজা-পালি, চিহ্নযাত্ৰা, অভিনয, এই সকলো অংগকে সামৰি সম্পূৰ্ণ অৱয়বৰ নাট আৰু ভাওনাৰ সৃষ্টি কৰিলে। শঙ্কৰ-দেৱৰ অঙ্কীয়া নাটসমূহ ভাৰতীয সাহিত্যতে অনিৰ্ব্বচনীয দান। কেৱল সময়ৰ পিনৰপৰাই অঙ্কীয়া নাট ভাৰতত অগ্ৰগণী নহয়, নাটকীয় ৰীতি আৰু পদ্ধতিৰ পিনৰপৰাও ই একক আৰু অতুলনীয। অসমীযাৰ গৌৰৱৰ কথা যে একালত এই নাটসমূহ নেপালৰ ৰাজদৰবাৰতো অভিনীত হৈছিল।

ভাওনাতে অভিনযে সম্পূৰ্ণতা লাভ কৰিছে। দেশ ভ্ৰমণত পোৱা অভিজ্ঞতাৰে মহাপুৰুষে ভাওনাক মনোহৰকৈ সজাই-পৰাই ললে। ভাওনা শব্দৰ সাদৃশ্য কিছু গুজৰাটৰ 'ভাৱই'ৰ লগত আছে। নৃত্য আৰু ভাব-প্ৰকাশৰ ভংগিমাৰ লগত কেৰলাত প্ৰচলিত নৃত্যৰ লগত ৰিজনি দিব পাৰি। দাক্ষিণাত্যৰ 'কথাকলি'ৰ লগত সূত্ৰধাৰী নৃত্যৰ মিল আৰু চাওতালীৰ চোঁ অভিনয়ৰ লগত অসমীয়াৰ চোঁ বা মুখাপিন্ধা ৰীতিৰ সাদৃশ্য মন কৰিবলগীয়া। সৰ্ব্বভাৰতীয় সকলোবোৰ উপাদান সংগ্ৰহ কৰি মহাপুৰুষে অসমীয়া জাতিক অনবদ্য ভাওনা অনুষ্ঠান দান দি গ'ল।

মূলতে ধৰ্ম্ম প্ৰচাৰৰ কাৰণেই ভাওনাৰ সৃষ্টি হৈছিল যদিও সময়ত ই জন-শিক্ষাৰ বাহনত পৰিণত হ'ল গৈ। এলিজাবেথীয় যুগৰ ইংৰাজী নাট-শালৰ আলোচনা প্ৰসংগত এজন সমালোচকে লেখিছিল—"Elizabethan stage was made to serve a pulpit for a sermon, a platform for a lecture and singing gallery for ballad" অসমীয়া ভাওনা সম্বন্ধেও কব পাৰি যে ভাওনা গুৰু-গোসাঁইৰ ধৰ্ম্ম-উপদেশৰ বেদী সাহিত্য চৰ্চ্চাৰ চ'ৰা আৰু নৃত্য, গীত, বাদ্যৰ অনুশীলন-ক্ষেত্ৰ। পুৰণিৰ ওপৰতে নতুনৰ পাতনি, অসমীয়া জাতীয় জীৱনৰ বহুখিনি আনন্দ উৎসৱ, চিন্তাধাৰা ভাওনা

অনুষ্ঠানৰ মাজতে সন্নিহিত হৈ আছে। এই অনুষ্ঠানৰ সংস্কাৰ, উন্নতি আৰু উপলব্ধিৰ ওপৰতে অসমীয়াৰ সাংস্কৃতিক জীৱনৰ ভবিষ্যত নিৰ্ভৰ কৰিছে।

মহাপুৰুষে ভাওনাক যেনেকৈ নৃত্য-গীত সংলাপেৰে সম্পূৰ্ণ কৰিলে সেইদৰে নামঘৰতেই তেখেতে অসমীয়া জাতীয় ৰঙ্গালয়ৰ ভেটি বান্ধিলে। অসমীয়া সামাজিক, ধাৰ্ম্মিক আৰু সাংস্কৃতিক জীৱনত নামঘৰৰ ছপোন ছবুৰি অৱদানৰ পুনৰাবৃত্তিৰ প্ৰয়োজন নাই। নামঘৰ অসমীয়া জাতীয় সংস্কৃতিৰ যাদুঘৰ। কিন্তু জাতীয় ৰঙ্গালয় স্বৰূপে নামঘৰে এতিয়ালৈকে অসমীয়া জাতিৰ কি হিত সাধিছে তাক বিশ্লেষণ কৰা উচিত। নামঘৰেই জাতীয় ভাওনা-ঘৰ (National Theatre)। এই ভাওনা-ঘৰত সকলো সম্প্ৰদায়ৰে বিনামূল্যে প্ৰৱেশ অধিকাৰ আছে, ধনী, দুখীয়া সকলোৰে নিমিত্তে একে কঠ-কুঁহিলাৰ আসন। উপযুক্ত সকলো বৰ্ণৰ লোকেই ভাওনাত ভাও লব পাৰে, সূত্ৰধাৰ হৈ ব্যাখ্যা কৰিব পাৰে, নটুৱা হৈ নাচিব পাৰে, গায়ন হৈ খোল মৃদঙ্গ বজাব পাৰে। ভাওনা-ঘৰে এনেদৰে অসমীয়াৰ সামাজিক সমতা সংৰক্ষণ কৰি আছে।

নামঘৰৰ কাৰ্য্যৰ মাজেদি গণতান্ত্ৰিক চিন্তাধাৰা কেনেকৈ প্ৰকাশ পাইছে সেই কথাও ভাবি চাবলগীয়া। ভাওনাৰ লগত জড়িত থকা বিবিধ বিষয়-বাব, যথা—সূত্ৰধাৰ, গায়ন বায়ন, খনিকৰ, ঢুলীয়াখুলীয়াৰ নিৰ্ব্বাচন পূৰ্ব্বৰেপৰা গণতান্ত্ৰিকভাৱে চলি আহিছে। জাতি বৰ্ণ-নিৰ্বিশেষে গাৱঁৰ ভিতৰত যিসকল আনতকৈ পাৰ্গত তেওঁলোককেই এইবোৰ বাব দিয়া হয়। এনে প্ৰথাৰপৰা প্ৰতিযোগিতাৰ ভাব বাঢ়ে লগে লগে নৃত্য-গীত চৰ্চ্চাৰ উন্নতি হয়। গাৱঁৰ লৰাহঁতক নৃত্য-গীত-বাদ্যত শিক্ষা দিয়াও এই বিষয়া সকলৰ কৰ্ত্তব্য। আন কথাৰে কবলৈ গলে, নামঘৰকে কেন্দ্ৰ কৰি অসমীয়া চাৰুশিল্পৰ প্ৰতিষ্ঠান গঢ়ি উঠিছে। আজিকালি শিল্পবিদসকলে নাট আৰু অভিনয় শিক্ষাৰ প্ৰধান অঙ্গ হব লাগে বুলি কৈছে। ইউৰোপ আমেৰিকা আদি দেশত এই হেতু Theatre of Education for Children আদি অনুষ্ঠান স্থাপন কৰা হৈছে। নাটক আৰু অভিনয়ত যোগ দিয়াত লৰা-ছোৱালীৰ ৰসানুভৱতা, কল্পনা শক্তি বাঢ়ে, স্বৰসাধন হয় আৰু ভাও লোৱাৰ হেতু সৌন্দৰ্য্যবোধ, উচ্চাৰণৰ স্পষ্টতা, বাক-পটুতা আৰু স্মৃতি-শক্তি বাঢ়ে। নামঘৰ আৰু ভাওনাই অসমীয়া গাৱঁলীয়া ডেকাক এনে শিক্ষাকে যুগ যুগ ধৰি দি আহিছে।

# ১০। অসমৰ ঠাইৰ নামৰ বৈশিষ্ট্য

ভাষাতাত্ত্বিকসকলৰ মতে ভাষাৰ আদি অৱস্থাত নামবাচক শব্দসমূহেই সংখ্যাত সৰহ আছিল। এই শব্দসমূহ ব্যক্তি স্থান আৰু আদিম মানুহৰ অতি প্ৰয়োজনীয় অন্যান্য সামগ্ৰী বুজুৱাত ব্যৱহৃত হৈছিল। মানুহ পশু তৰু তৃণ আদি জাতিবাচক নাম ভাষা সৃষ্টি হোৱাৰ বহু যুগৰ পিছতহে উদ্ভৱ হয়। সাহস, ভয়, নীলা, সেউজীয়া আদি গুণবাচক শব্দৰ জন্ম তাতোকৈ ভালেমান বছৰৰ পিছৰ। যিবোৰ ভাষা এতিয়াও দোৱানৰ শাৰীত আছে সেই-বোৰত গুণবাচক শব্দৰ সংখ্যা নিচেই তাকৰ। অৱশ্যে আদিম মানুহে নিজৰ চকুৰ সমুখত থকা প্ৰতি বস্তুৰে নামাকৰণ কৰোঁতে বস্তুৰ আকৃতি প্ৰকৃতিলৈ অৰ্থাৎ গুণলৈ একেবাৰে যে লক্ষ্য নকৰিছিল তেনে নহয়। বৰঞ্চ আদিম নামাকৰণ বস্তুৰ কোনো এটা গুণৰ প্ৰাধান্যতহে গঢ় উঠিছিল। উদাহৰণ স্বৰূপে কলং নদীৰ নামটোকে উল্লেখ কৰিব পাৰি। ভাষাবিদ সকলে অনুমান কৰিছে যে কলং নামটো ক্ৰুং ক্ৰিং (অৰ্থ—শব্দ কৰা) আদি আৰ্য্যপূৰ্ব্ব ভাষাৰ পৰা উৎপত্তি হৈছে। পূৰ্ব্বে আমাৰ দেশৰ কোনো কোনো অঞ্চলত প্ৰচলিত অষ্ট্ৰিক ভাষাত এই শব্দৰ অৰ্থ হৈছিল কল-কল ধ্বনি। ধ্বন্যাত্মক শব্দৰ-পৰা এইদৰে কাউৰী মেকুৰী কুলি প্ৰভৃতি এশ এবুৰি জীৱ জন্তুৰ নামৰ সৃষ্টি হৈছে।

কোনো ভাষাৰ জন্মৰ ঐতিহাসিক আলোচনা কৰিবলৈ হলে সেই ভাষাৰ ব্যক্তি আৰু স্থানবাচক নামৰ বিচাৰ বিশ্লেষণ অপৰিহাৰ্য্য। প্ৰত্যেক দেশৰ ঠাইৰ নামত বহুত কৌতূহল সংযোজিত হৈ থাকে। ভাষা, নৃতত্ত্ব, সাংস্কৃতিক, ভৌগোলিক, বুৰঞ্জীমূলক—অনেক তথ্যেৰে প্ৰতিটি নাম জড়িত। প্ৰাচীন সাহিত্য ঐতিহ্য কিম্বদন্তী কাহিনী, উপকথাই ঠাইৰ নামৰ মাজেদি চিৰ-স্মৰণীয় হয়। মনোগ্ৰাহী আৰু চিত্ৰধৰ্ম্মী হোৱাৰ হেতু প্ৰাচীন আৰু আধুনিক কাব্যত ঠাইৰ নাম সাদৰেৰে অভ্যৰ্থিত হৈছে। উজ্জয়িনী, বৃন্দাবন, বৰদোৱা, মথুৰা আৰু অতি আধুনিক অসমীয়া কবিতাত কাজিৰঙা, ডবকা আদি নামৰ প্ৰয়োগে সেই নামৰ লগত সংযোগ থকা সঙ্কেতসমূহ কাব্যত প্ৰকাশ কৰে, কেৱল নামটোৰ উল্লেখতে ৰস-সম্পদেৰে কাব্যৰ ভাৱ সমৃদ্ধ হৈ উঠে। অসমীয়া লোক-সাহিত্যত এফাঁকি কবিতা আছে—

"শিয়ালি এ নাহিবি ৰাতি
তোৰে কাণ কাটি লগামে ৰ’ তি
শিয়ালিৰ মূৰতে মৰুৰা ফুল
শিয়ালি পালেগৈ ৰতনপুৰ।"

ৰতনপুৰ নামটোৰ উল্লেখেই শিয়ালীৰ লগত শ্ৰোতাৰ মনটোকো এক অপূৰ্ব্ব সপোন পুৰীলৈ লৈ যায়। এয়ে নামৰ মাহাত্ম্য' ব্যক্তি আৰু স্থান বাচক নাম জাতিৰ সৌন্দৰ্য্যানুভূতি আৰু কাব্যিক মনৰ পৰিচায়ক। পুৰাণ অসমৰ বিহগাচল সন্ধ্যাচল সুধৰ্ম্মিণী সুমঙ্গলা আদি স্থানবাচক নাম কাব্য মৰ্য্যাদাৰে মণ্ডিত। এই পৰ্ব্বত আৰু নদীৰ সংস্কৃত সাহিত্যৰ পৱিত্ৰ কাহিনী সৌৰৱাই নিদিয়াকৈ নেথাকে। বিদ্ৰূপাত্মক অৰ্থত ব্যৱহৃত হোৱা কুৰু ঠাইৰ নামে আমাৰ নীৰস জীৱনত হাঁহিৰ থুনুপাক গঢ়ি তুলিবলৈ সমৰ্থ হয়। অসমৰ প্ৰাচীন তাম্ৰ-শাসনত কোষ্ঠ-মাথিযান নাম এটিৰ উল্লেখ আছে। এই শব্দ সংস্কৃত কোষ্ঠ (ভঁৰাল) বান্ডা মথাও (চোৰ) আৰু য়ান (বাট), এই তিনিটা শব্দৰ সমষ্টি। গোটেই শব্দটিৰ অৰ্থ হৈছে ভঁৰাললৈ যোৱা চোৰৰ বাট। সামান্য এটি বাটৰ নাম যি জাতিয়ে এনে হাস্য-কৌশলেৰে সৃষ্টি কৰিব পাৰিছে তেওঁলোকৰ শব্দ নিৰ্ম্মাণ-প্ৰতিভা যথাৰ্থতে প্ৰশংসনীয়। অৱশ্যে কোনো কোনো ঠাইৰ নাম এনে উজুটি খোৱা বিধৰ যে সেই নাম সম্পূৰ্ণ উচ্চাৰণ কৰাযে দুঃসাধ্য কবিতাত প্ৰয়োগটো দূৰৈৰ কথা।

দেশৰ পুৰাতত্ত্বৰ আলোচনাত ঠাইৰ নামে আজিকালি বিশেষ প্ৰাধান্য লভিছে। ঠাইৰ নামে দেশত বিভিন্ন যুগত লোক প্ৰব্ৰজনৰ পৰিচয় দিয়ে। অসমৰ ঠাইৰ নামসমূহলৈ আঙুলিয়ালেই এই কথাৰ পৰিচয় পায়। অসমৰ ঠাইৰ নামসমূহ কেৱল সংস্কৃত শব্দাৱলীৰে গঢ়ি উঠা নাই অষ্ট্ৰিক, দ্ৰাবিড় তিব্বত-বৰ্ম্মী ফাৰ্চী ভাষাৰ প্ৰভাৱ আমাৰ প্ৰদেশৰ ঠাইৰ নামৰ ওপৰত প্ৰভূতভাৱে পৰিছে। প্ৰাগজ্যোতিষ কামৰূপ কামাখ্যা, হাৰুপেশ্বৰ, দৰং তেজপুৰ আদি প্ৰাচীন আৰু প্ৰখ্যাত নামসমূহ মূলতে অষ্ট্ৰিক ভাষাৰপৰা অহা বুলি ডঃ কাকতিয়ে বিচাৰ বিশ্লেষণ কৰি দেখুৱাইছে। পুণ্য-সলিলা গঙ্গা নদীৰ নামটোও অষ্ট্ৰিক ভাষাৰপৰা আহিছে আৰু এই নাম হোৱাংহো নামৰ সমপৰ্য্যায়ৰ বুলি পূৰ্ব্বে উল্লেখ কৰা হৈছে। অষ্ট্ৰিক ভাষীসকলৰ পিছত আমাৰ দেশলৈ দ্ৰাবিড়ভাষী সকলৰ প্ৰব্ৰজন হয়। তেওঁলোকৰ সাংস্কৃতিক দানৰ অস্তিত্ব বৰ্ত্তমান ৰৈছে গৈ ঠাইৰ নামৰ প্ৰত্যাংশত। জুলি জুৰি, কুৰ, পুৰ, পুৰি, ভিটি, ভিটা আদি স্থানবাচক নামৰ অন্তত থকা এই শব্দাংশ দ্ৰাবিড় ভাষাৰপৰা অহা বুলি অনুমান কৰা হৈছে। অসমৰ পুৰণি তাম্ৰ-শাসনত 'উনইপোল' নামৰ ঠাইত উল্লেখ আছে। এই নামটিৰ—পোল অংশটি ডঃ চট্টোপাধ্যায়ে দ্ৰাবিড় ভাষাৰপৰা আহিছে বুলি কৈছে। তাৰ অৰ্থ হৈছে,

ধানৰ পথাৰ। দ্ৰাবিড় গোষ্ঠ শব্দ অসমীয়া গুৰি (শিমলুগুৰি) শব্দাংশবো মূল বুলি কোনো কোনো পণ্ডিতে বিচাৰি উলিয়াইছে।

তিব্বত-বৰ্ম্মী সকলৰপৰা অসমীয়াতে ঘাইকৈ নদী বুজোৱা—দি—দই যুক্ত নদীৰ নামসমূহ উদ্ভূত হৈছে। যেনে ডিব্ৰু (ছাল ছিগুি পেলোৱা নদী), দিবং—(সোৱাদ লগা নদী), দিক্রং—(প্ৰবাল সোঁতৰ নদী), দিগবই (পানীৰ সোঁত), মঙ্গলদৈ ইত্যাদি। মঙ্গলদৈ নাম সংস্কৃত মঙ্গলা আৰু তিব্বত-বৰ্ম্মী দইৰ সংমিশ্ৰণত সৃষ্টি হৈছে। হাজো (অৰ্থ—পাহাৰ), বিহামপুৰ (বিহাম অৰ্থ বোবাবী, বোৱাৰীৰ চহৰ), মইৰং (ধান হোৱা ঠাই) আদি স্থানবাচক অগণিত শব্দ বড়ো ভাষাৰপৰা আহিছে। শ্যাম-চীন পৰিয়ালৰ আহোম ভাষাৰপৰাও ঘাইকৈ নদীৰ নামবাচক শব্দৰাজি আহিছে। নাম সংযোজিত নদীৰ নাম সমূহ আহোমৰপৰা হৈছে, নামথুন (থুন অৰ্থ বোকা), নামচাও (চাও অৰ্থ পৰিষ্কাৰ, এইটো দিখৌ নদীৰ আহোম নাম), নামদাং (দাং অৰ্থ শব্দ) ইত্যাদি। এই প্ৰসঙ্গতে উল্লেখ কৰা উচিত যে মাকে যতনেৰে সন্তানক পালন কৰাৰ দৰে নদীৰ পানীয়েও অসমীয়া মানুহক যুগ যুগ ধৰি জীৱন ধাৰণত সহায় কৰি আহিছে। সেই কাৰণে নিজ দেশৰ সৰু বৰ প্ৰত্যেক নদ-নদী, জান-জুৰিৰ প্ৰবাহ গতি-বিধিৰ লগত অসমীয়াৰ ঘনিষ্ঠ পৰিচয। প্ৰাণধাৰণৰ মূল উৎস বুলি নদীৰ পূজা আৰু পুণ্যাৰ্থে নদীত স্নান দান আজিও অসমত প্ৰচলিত।

লোক-প্ৰৱাহ আৰু প্ৰব্ৰজনৰ হেতু সময়ে সময়ে পুৰণি নামৰ ওপৰত নতুন ৰহণ বোলোৱা হয়। দেশলৈ নকৈ অহা লোকে নতুন নামৰ আমদানি কৰে, আৰু সম্ভৱপৰ হলে পুৰণি নামৰ কণকঠীযা মাৰিবলৈ চেষ্টা কৰে। বৃটিছৰ যুগত গুৱাহাটী হল গোহাটী, নগাওঁ হল নওগঙ্গ। বৃটিছ যোৱাৰ লগে লগে ইংৰাজী নাম সলাবলৈ সকলো ঠাইত জনমত গঢ়ি উঠিছে। পূৰ্ব্বে বৃটেইনতো ৰোমানসকলৰ পৰাজয়ৰ লগে লগে ৰোমানসকলৰ ভাষাৰে দিয়া বৃটেইনৰ আলি পদূলিৰ নাম পৰিৱৰ্ত্তন কৰা হৈছিল। আমাৰ দেশলৈ অষ্ট্ৰিক ভাষীসকলৰ পিছত যেতিয়া তিব্বত-বৰ্ম্মী গোষ্ঠীৰ বড়োসকল আহিল তেওঁলোকেও পূৰ্ব্বৰ ঠাইৰ নামত নিজ ভাষাৰ চাব-মোহৰ মাৰিলে। তাৰে ফলত পূৰ্ব্বৰ হং নদীৰ (হং অষ্ট্ৰিক শব্দ, অৰ্থ পানী) নতুন নামকৰণ হ'ল দিহং। পূৰ্ব্বৰ তিলাওক (ব্ৰহ্মপুত্ৰৰ নাম) আহোমসকলে কৰিলে নামতিলাও। লাও অৰ্থাৎ পৰিষ্কাৰ পানী। এই শব্দটো আমি ফটিকা বুজাবলৈ (লাওপানী) আজিও ব্যৱহাৰ কৰো। আধুনিক লাওপানী শব্দটিক মেজ-দৰবাৰ, হাট-বজাৰ শব্দৰ দৰে সৃষ্টি কৰা হৈছে।

আমাৰ দেশলৈ আৰ্য্যসকল আহাৰ লগে লগে আৰ্য্য-পূৰ্ব্ব নামবোৰৰ অপূৰ্ব্ব সংস্কাৰ ঘটিল। কেৱল সংস্কৃত ভাষা সাহিত্যৰপৰা শব্দ চয়ন কৰি

আৰ্য্যসকলে নতুন ঠাইৰ নাম সৃষ্টি কৰা নাছিল, তেওঁলোকে আৰ্য্য-পূৰ্ব্ব পুৰণি নামক সংস্কৃতীয়া ৰূপ দি অভিজাত কৰি তুলিলে। আৰ্য্য অথবা সংস্কৃতকৰণৰ প্ৰভাৱত পৰি লুইত হ'ল লৌহিত্য, তেজপুৰ (তেজ অৰ্থ সাপ) হ'ল শোণিতপুৰ। হিন্দুৰ দেৱ-দেৱী, ঋষি-মুনিৰ নামৰ অনুকৰণত অসমৰ নদ-নদী, পৰ্ব্বত-পাহাৰ, অৰণ্যৰ নতুন নামাকৰণ হ'ল। গঙ্গা, যমুনা, চন্দ্ৰভাগা আদি সৰ্ব্ব-ভাৰতীয় নদী অসমৰ বুকুত বলে, গোবৰ্দ্ধন, গন্ধমাদন পৰ্ব্বতে অসমত মূৰ থিয় কৰিলে, কন্যাশ্ৰম, বদৰিকাশ্ৰম, বশিষ্ঠাশ্ৰম—পুৰণি ভাৰতৰ ঋষি-মুনিৰ আশ্ৰম, অসমৰ মাজতে গঢ়ি উঠিল। হংসতীৰ্থ, গয়াক্ষেত্ৰ—সৰ্ব্ব-ভাৰতীয় তীৰ্থক্ষেত্ৰসমূহত অসমত স্থাপিত হ'লহি। পুৰণি অসমৰ এই ঠাইবোৰৰ নামতেই এই দেশত আৰ্য্য-সভ্যতা বিস্তাৰৰ বুৰঞ্জী লুকাই আছে। পৰৱৰ্ত্তী কালত মুছলমানসকলৰ আগমনত হিন্দু সংস্কৃতিৰে বিমণ্ডিত ঠাইত হাউলি (কেম্প) হামিদাবাদ, ইছলামপুৰ প্ৰতিষ্ঠিত হ'ল। ফাঁচী বজাৰ, পল্টন বজাৰ আমোলা পট্টি ঢাকাই-পট্টি নামৰ লগত সংযুক্ত 'বজাৰ' আৰু পট্টি ইচলামীয় পৰিবেশত গঢ়ি উঠিছে। অসমৰ কোন ঠাইত কোন সভ্যতাই অথবা কোন ধৰ্ম্মই প্ৰাধান্য লভিছে—ঠাইৰ নামৰ বিশ্লেষণেই সেই কথাৰ সংকেত দিব।

ভাষাবিদসকলে স্থানবাচক শব্দসমূহক সাংস্কৃতিক আৰু ভাষাতাত্ত্বিক - এই দুই দৃষ্টিভঙ্গীৰপৰা অধ্যয়ন কৰিছে। জাতীয় সংস্কৃতিৰ উহ অন্বেষণ কৰা পণ্ডিতসকলে ঠাইৰ নামৰ উৎপত্তিৰ কেইবাটাও প্ৰধান কাৰণ নিৰ্দ্দেশ কৰিছে। প্ৰথম, ব্যক্তিবিশেষৰ নামানুসৰি ঠাইৰ নামৰ উৎপত্তি। এই শাৰী দেৱ-দেৱী, ঋষি-মুনি পুৰাণ-আখ্যান ইতিহাসৰ বীৰ-বীৰাঙ্গনাৰ নামৰ অনুকৰণত হৈছে। বিশ্বেশ্বৰ বিশ্বনাথ, শুক্ৰেশ্বৰ, চক্ৰেশ্বৰ, উৰ্ব্বশী, কামাখ্যা, ৰামপুৰ, নাৰায়ণপুৰ, বাসুদেৱ থান, গোসাঁই থান, শিৱস্থান, গৌৰী-সাগৰ, শিৱসাগৰ, প্ৰতাপগড়—আদি নামসমূহ এই পৰ্য্যায়ৰ। দ্বিতীয় শাৰীত পৰিছে, কাহিনী অথবা ঘটনা-প্ৰসূত নাম। ৰহা, আঠখৰীয়া, কুঁৱৰীটোল, ফুলবা, চতলা—আদি পুৰণি কাহিনী বিজড়িত অলেখ নাম গোটেই প্ৰদেশতে সিঁচৰতি হৈ আছে। তৃতীয় শ্ৰেণীৰ নাম লোক বিশ্বাসৰ ওপৰত গঢ় লৈ উঠিছে। যেনে—কোমোৰাকটা, বাঘমাৰি, ভালুকমাৰি ইত্যাদি। কিন্তু প্ৰাকৃতিক আৰু ভৌগোলিক বৈশিষ্ট্যৰ ওপৰত নিৰ্ভৰ কৰি গঢ়ি উঠা নামৰ সংখ্যাই সৰহ। ধৰমতুল (তুল অৰ্থ পাহাৰ), বঙ্গাগড়া, কাকজান, চাৰি গাওঁ, পাঁচ গাওঁ, ছয় গাওঁ, সাত গাওঁ, আঠ গাওঁ, নগাওঁ আদি অলেখ নাম। ইয়াৰ বাহিৰেও গছ-গছনি, জীৱ-জন্তুৰ নামানুৱায়ী দুই শাৰীৰ নামৰ উদ্ভৱ হৈছে। অসম দেশ গছ-গছনি, ফল-ফুলেৰে জাতিস্কাৰ। গতিকে ফুলনি, পদুমনি, চাঁতিয়নি, শিমলুগুৰি, কেন্দুগুৰি, আহতগুৰি, কঠালগুৰি, পলাশবাৰী, তামোলবাৰী, বাঁহবাৰী, আমলখি, শিলিখাগুৰি, কুকুৰমুটো (অৰ্থাৎ কাঠ ফুলাৰ ঠাই) আদি

নামৰ বিশেষ প্ৰচলন। জন্তুৰ নামেৰেও বহু ঠাইৰ নাম গঢ়া হৈছে, তাৰ ভিতৰত বাঘমাৰি, শিয়ালমাৰি, ভালুকমাৰি, কুকুৰমাৰা, বাদুলিপাৰা আদি নাম বিশেষ ভাৱে প্ৰচলিত। শিয়ালখাতী, সাপেখাতী, ফেউৰা খোৱা, মৌখোৱা আদি নাম এখন গাৱঁৰ মানুহে অন্য গাৱঁৰ বিদ্ৰূপ অথবা অভিশাপৰূপে দিয়া নাম। অসম দেশত নদ-নদীত বহুবিধ মাছ থকাৰ সংকেত—ৰৌমাৰি, কাবৈ-মাৰি, শিঙিমাৰি, মিছামাৰি, গৰৈজান, পাভজান, গৰৈমাৰি, কৰিলামুখ আদি নদী আৰু ঠাইৰ নামেই দিছে।

জাতি আৰু ব্যৱসায়ৰ নামানুসাৰিও ঠাইৰ নাম গঢ়ি উঠাৰ প্ৰমাণ আছে। ব্ৰাহ্মণ গোসাঁইৰ প্ৰাধান্য থকা ঠাইৰ নাম বামুণ গাওঁ অথবা গোসাঁই গাওঁ। সেই দৰে কমাৰ, কুমাৰ আদি ব্যৱসায়ৰ লোক বাস কৰা গাৱঁৰ নাম হৈছে—কমাৰ গাওঁ, কুমাৰ গাওঁ, কঁহাৰকুছি মুদৈজান। এইবোৰ নামে দেশত বেহা-বেপাৰৰ ব্যাপকতা সূচায়।

অন্য দেশৰ ঠাইৰ নামৰ অনুকৰণতো আমাৰ দেশত নানা স্থানবাচক নামৰ সৃষ্টি হৈছে। লিড়ু মাৰ্ঘেৰিটা আদি নামেই তাৰ দৃষ্টান্ত।

ভাষাতত্ত্বৰ পিনৰপৰা স্থানবাচক শব্দসমূহৰ আলোচনা কিছু জটিল। ওচৰ চুবুৰীয়া কেইবাটাও ভাষাত ব্যুৎপত্তি নহলে এনে আলোচনা ভ্ৰমপ্ৰদ হোৱাৰ সম্ভাৱনা। অসমৰ বহু ঠাইৰ নাম সংস্কৃত অষ্ট্ৰিক, দ্ৰাবিড় তিব্বত-বৰ্ম্মী ভাষাৰ সংমিশ্ৰণত গঢ়ি উঠিছে। গতিকে ভাষাতত্ত্বৰ পিনৰপৰা নাম সমূহৰ আলোচনা কৰিবলৈ গলে এই আটাইকেইটা ভাষাৰ লগত কিছু পৰিচয় প্ৰয়োজনীয়। গঠন-ৰীতিৰ ফালৰপৰা আলোচনা কৰিবলৈ হলে স্থানবাচক নামসমূহ কি কি প্ৰত্যয় অনুসৰ্গ উপসৰ্গ অথবা শব্দাংশেৰে গঠিত আৰু সেই শাব্দিক উপাদানসমূহৰ অৰ্থ কি- তাৰ বিচাৰ বিশ্লেষণৰপৰা ভাষা-তাত্ত্বিক আৰু সাংস্কৃতিক বহু নতুন তথ্য উদ্ঘাটনৰ সম্ভাৱনা থাকে। এই প্ৰসঙ্গত সেইবোৰৰ বিশদ বিৱৰণৰ চেষ্টা নকৰি কৌতূহল-উদ্দীপক কেই শ্ৰেণীমান নামৰ উল্লেখ কৰা হল।

আগতে কোৱা হৈছে যে অসমদেশ নদ-নদী পাহাৰ-পৰ্ব্বত হাবি-বননিৰে পৰিপূৰ্ণ। গতিকে অসমৰ বহু ঠাইৰ নামৰ লগত পানী পৰ্ব্বত শিল জঙ্গল বুজুৱা শব্দ সংযুক্ত হৈ আছে। বিশেষ মন কৰিবলগীয়া যে এই বিভিন্ন শব্দাংশসমূহ সংস্কৃত দ্ৰাবিড়, সাওতালী, তিব্বত-বৰ্ম্মী আদি বিভিন্ন ভাষাৰপৰা সংগৃহীত। পানীৰ লগত সম্বন্ধ থকা শব্দাংশসমূহৰ ভিতৰত সাধাৰণতে ব্যৱহৃত হৈছে- খাল (বৰ খাল)—জান (মুদৈ জান)—পুখুৰী (গঙ্গা পুখুৰী) দোৱ- দোঙা (কাকদোঙা),—জোল,—জুলি (ঢেকিয়াজুলি, বংজুলি),—সাগৰ (শিৱসাগৰ),—সাঁকো (শিল সাঁকো),—সুঁতি (বেজৰ সুঁতি, মাঁৰ সুঁতি),—হোলা (কচুৱনী হোলা)—মুখ (ভৰলুমুখ ধনশিৰিমুখ),—দহ

(সন্তৰা দহ),—চু (বৈঠলাংচু)। পানী বুজুৱা—দহ বা দহা আৰু চো, চু শব্দ ক্রমান্বয়ে অষ্ট্রিক আৰু তিব্বত-বৰ্ম্মী ভাষাৰপৰা আহিছে বুলি অনুমান হয়। বিশেষ মন কৰিবলগীয়া যে কোনো কোনো ক্ষেত্রত গঙ্গা নামটোও সাধাৰণ নদীবাচক শব্দত ব্যৱহৃত হয়। যেনে--আকাশীগঙ্গা, বুঢ়ীগঙ্গা, মৰাগাং। এই শব্দবোৰে প্রাচীন কালত আমাৰ দেশৰ পানী সৰবৰাহ আৰু জলসিঞ্চনৰ বহল ব্যৱস্থাৰ কথা সোঁৱৰাই দিযে।

পৰ্ব্বতৰ লগত সম্বন্ধ থকা অনুসৰ্গ—তুল (ধৰমতুল), কুন্দ (পাথাৰকুন্দ) যথাক্রমে তিব্বত-বৰ্ম্মী আৰু তেলেগু ভাষাৰপৰা আহিছে।

—জাৰ (কালজাৰ),—ঝাৰ (কোকৰাঝাৰ),—হাবি (ধুলিয়া হাবি) বিৰ (বিৰজৰা), আদি নামে গছ-গছনিৰ প্রাধান্য থকা বুজায়। ইয়াৰে ভিতৰত—বিৰ শব্দাংশ চাওতালী ভাষাৰপৰা আহিছে আৰু ঝাৰ দেশজ শব্দ। চাওতালী ভাষাত বিৰ শব্দৰ অর্থ হৈছে হাবি।

যুগ যুগ ধৰি অসম দেশৰ মানুহে খেতি পথাৰ কৰি, গৰু-মহ পুহি প্রবর্ত্তি আছে। কৃষি জীৱনৰ এই ঐতিহাসিক স্মৃতি বিজড়িত হৈ আছে—সৰিযহতলি, মাহৰআটি, বেঙনাবাৰী, মহৰবধা, নাঙল-কোণা, গোহালি-কণা আদি নামত। পুখুৰী, নদী আৰু পানীবাচক শব্দ সমূহেও খেতিৰ লগত জল সিঞ্চনৰ কি সম্বন্ধ সেই কথা সূচায়।

—ৰ,--ৰু,-বিৰ বিয়া অনুসৰ্গ যুক্ত ভালেমান ঠাইৰ নাম বিশেষকৈ কামৰূপত পোৱা যায়। যেনে কৰবা, দতৰা, পচৰা, পৰ্চৰিয়া, বপুৰা, আজৰা, মাহৰা। কোনো কোনোৱে দ্রাবিড় আৰু বড়ো শব্দৰপৰা ইয়াৰ উদ্ভৱ কল্পনা কৰিছে। বঙ্গদেশৰ হাওৰা, বগুৰা আদি নাম এই শাৰীৰ।

ফাৰ্চী ভাষাৰপৰা অহা মহল (ৰংমহল),—চা (ৰামচা, নলিচা) আদি শব্দাংশৰেও অসমৰ ঠাইৰ নাম সৃষ্টি হৈছে।

কোনো কোনো ক্ষেত্রত একে শব্দকে দ্বিৰুক্তি কৰি ঠাইৰ নাম ৰচনা কৰাৰ অভিনৱ কৌশল দেখা যায। চকচকা, ধমধমা, ভেৰভেৰি গুৰেগুৰিয়া আদি নামৰ উদ্ভৱ দ্বিৰুক্তিকৰণৰ হেতু হৈছে। কেতিযাবা একে নামৰ দুখন ওচৰ-চুবুৰীয়া ঠাইক সুকীয়াকৈ বুজাবলৈ বিশেষ বিশেষণৰ প্রয়োজন হয়। যেনে নিজ (লালুক আৰু নিজ লালুক) বৰ, সৰু (বৰ ভাগ, সৰু ভাগ), ক্ষুদ্র (ক্ষুদ্র কুলহাটি ক্ষুদ্র মাখিবাহা) পুব, পশ্চিম, উত্তৰ, দক্ষিণ (পুব বৰ ঘোপ, পশ্চিম বৰ ঘোপ, উত্তৰ গুৱাহাটী)।

এই প্রসঙ্গত অন্য এটি কথা চাবলগীয়া যে বিভিন্ন অঞ্চলৰ মানুহৰ মাজত বিভিন্ন ধৰণৰ নাম প্রিয় হয়। নামনি অসমত—কুছি,—পাৰা,—পেটা,—বিহা, —দিহা, কোণা, (সাত কোণা, বৰমুৰি কোণা),—ভিটা (সাউদৰ ভিটা, বালাভিটা),—তলা—শালা (বৰতলা পাঠশালা) আদি শব্দাংশ জড়িত নামৰ

বিশেষ প্ৰচলন। উজনি অসমত—গুৰি (শিমলুগুৰি),—হাট (যোৰহাট)—চাল, চলা (পিচ চলা, পটুৱা চাল),—হাবি (কুলিয়া হাবি),—খলা,—গন্দা (মহাখলা),—ধৰা (দাধৰা, চাবুক ধৰা),—খোৱা (চাউল-খোৱা),—জাৰি (ঔজাৰি),—নি (নাহৰণি),—টিং (ওৰাটিং, নেঘেৰিটিং), বাগান আদি শব্দাংশৰ প্ৰাধান্য অধিক।

প্ৰশাসনৰ সুবিধাৰ কাৰণে দেশখন বিভিন্ন যুগত কেনেকৈ ভগোৱা হৈছিল তাৰো পৰিচয় ঠাইৰ নামবোৰ পোৱা যায়। —মণ্ডল (কমতা মণ্ডল),—বিষয় (কলঙ্গা বিষয়),—নগৰ,—চহৰ,—পুৰ,—পাটক,—বাটক,—খল,—থলি,—ভোগ,—পেট,—চকী,—পৰগনা,—মহল আদি শব্দ বিভিন্ন প্ৰশাসনীয় বিভাগ বুজাবলৈ ব্যৱহৃত হৈছিল। এই শব্দসমূহ হিন্দু আৰু মুছলমান শাসনৰ প্ৰভাৱত সৃষ্টি হোৱা। ভোগ আৰু পেট (চহৰৰ এক অংশ অথবা বাট) শব্দটো গুজৰাট আৰু মহাৰাষ্ট্ৰত প্ৰচলিত প্ৰশাসনীয় শব্দবোৰ আহিছে। ঠাইৰ নাম নিৰ্দেশক ডাঙ্গৰিৰ লগত গুজৰাটৰ ডাঙ্গৰুৱা নামৰো সম্বন্ধ নথকা নহয়। কিয়নো গুজৰাটী ভাষাত ডাঙ্গৰ অৰ্থ হৈছে ধান।

# ১১। মন্ত্র-সাহিত্যত মধ্যযুগৰ অসম

## আগকথা

মন্ত্রই প্ৰাচীন অসমীয়া সাহিত্যৰ এটা বিৰাট ভাগ আগুৰি আছে। আজিলৈকে উদ্ধাৰ হোৱা প্ৰাচীন অসমীয়া পুথিৰ ভিতৰত মন্ত্রগ্ৰন্থৰ সংখ্যাই সৰহ। কিন্তু এই মন্ত্রপুথিসমূহৰ ভাষা আৰু বিষয়-বস্তুৰ বিষয়ে যথোচিতভাবে এতিয়ালৈকে কোনো আলোচনা হোৱা নাই।

মন্ত্রসমূহৰ ৰচনাকাল নিৰ্ণয় কৰা টান। মন্ত্রৰ ৰচকসকলৰো নাম পোৱা নাই। অধিক ভাগ মন্ত্রই যে শঙ্কৰদেৱৰ আবিৰ্ভাৱৰ পূৰ্ব্বে ৰচনা হৈছিল সেই কথা কেইবাটাও যুক্তিৰে অনুমান কৰিব পাৰি। মন্ত্রসমূহৰ বিষয়-বস্তু বিশ্লেষণ কৰিলে সেইবোৰৰ ওপৰত বৌদ্ধ মহাযানধৰ্ম্মৰ মন্ত্রযান শাখাৰ প্ৰভাৱ পৰিছে বুলি অনুমান হয়। মন্ত্রযান শাখাৰ অভ্যুদয় কাল খৃষ্টীয় সপ্তম শতিকাৰ পিছত।

ডঃ বাণীকান্ত কাকতিয়ে অসমৰ ইন্দ্ৰজাল বিদ্যাৰ প্ৰাচীনত্ব বিষয়ৰ আলোচনাত খৃষ্টীয় নৱম শতিকাত অসমলৈ অহা শঙ্কৰাচাৰ্য্যক তান্ত্ৰিক অভিচাৰ মন্ত্রেৰে (কুমন্ত্রেৰে) পৰাজিত কৰাৰ উল্লেখ কৰিছে। শিখ ধৰ্ম্ম-গ্ৰন্থত আৰু মোগল ইতিহাসত অসমত প্ৰচলিত তন্ত্র-মন্ত্রৰ উল্লেখ আছে।[১] এইবোৰৰপৰা মন্ত্রৰ প্ৰাচীনত্ব বুজিব পাৰি। সম্ভৱতঃ খৃষ্টীয় দশম-একাদশ শতিকাৰপৰা অসমত মন্ত্রৰ প্ৰচলন ব্যাপকভাৱে হৈছিল। আহোম স্বৰ্গদেৱ সকলেও যুদ্ধ-বিগ্ৰহ আদি নানা কাৰ্য্যত মন্ত্রৰ সহায় লোৱাৰ বিৱৰণ বুৰঞ্জীত আছে।

মন্ত্রসমূহ ঘাইকৈ অথৰ্ব্ববেদ, বৌদ্ধ আৰু হিন্দুৰ তন্ত্র-শাস্ত্ৰ আৰু জন-জাতিসকলৰ বিশ্বাসৰ সংমিশ্ৰণত গঢ়ি উঠিছে। মন্ত্রসমূহ যে বেদৰ বাহিৰ আৰু ভালেমান মন্ত্র যে অথৰ্ব্ববেদৰপৰা উদ্ভৱ হৈছে সেই কথা কৰতিমন্ত্র পুথিৰ নানা প্ৰসঙ্গত আছে—

অনন্ত গোসাঁঞি শুতিয়া আছন্ত।
চাৰিবেদ বাজ হৈল নিশ্বাস কাড়ন্তে॥
হুঙ্কাৰ শৱদে অথৰ্ব্ববেদ হৈলা
• • •
অথৰ্ব্ব বেদৰ আদ্য কৰতি কহে।
কৰতি মন্ত্র জগতত বহে॥

---

[১] গুৱাহাটী বিশ্ববিদ্যালয়ৰ পত্ৰিকাত এই বিষয়ে লেখকৰ প্ৰবন্ধ প্ৰকাশিত হৈছে।

ভালেমান ধৰণীমন্ত্ৰৰ লগত মহাযান ধাৰণীৰ (পৰিত্তাৰ) সাদৃশ্য মন কৰিবলগীয়া। কোনো কোনো বৌদ্ধ ধাৰণী যেনেকৈ সূত্ৰৰ আকাৰত ৰচনা কৰা হৈছিল (অৰ্থাৎ ধাৰণী মন্ত্ৰৰ লগত এটি আখ্যান সংযুক্ত হৈ থাকে) সেইদৰে ভালেমান অসমীয়া মন্ত্ৰৰ লগতো ৰামায়ণ, মহাভাৰত, পুৰাণৰ আখ্যান আৰু কিংবদন্তীৰ সংযোগ আছে।

মন্ত্ৰত যে জনজাতীয় লোকৰ বিশ্বাস জড়িত আছে সেইকথা তলত উদ্ধৃত কৰা মন্ত্ৰৰ অংশৰপৰাই বুজিব পাৰি—

গাৰোৰ বাণ গাঁঠি কাটো মলোৰ বাণ গাঁঠি কাটো
সোণাৰীৰ বাণ গাঁঠি কাটো, বৰিযাৰ বাণ গাঁঠি কাটো
আহোমৰ বাণ গাঁঠি কাটো, হাৰীৰ বাণ গাঁঠি কাটো
ভোটৰ বাণ গাঁঠি কাটো, ডফলাৰ বাণ গাঁঠি কাটো
মিৰিৰ বাণ গাঁঠি কাটো মিচিমিৰ বাণ গাঁঠি কাটো
মগলৰ বাণ গাঁঠি কাটো মুলুঙৰ বাণ গাঁঠি কাটো
নগাৰ বাণ গাঁঠি কাটো নৰাৰ বাণ কাটো
গাৰোৰ বাণ কাটো যুগীৰ বাণ কাটো
জয়ন্তৰ বাণ গাঁঠি কাটো খৰমীৰ বাণ গাঁঠি কাটো,
কোঁচৰ বাণ গাঁঠি কাটো কেওটৰ বাণ গাঁঠি কাটো
কলিতাৰ বাণ গাঁঠি কাটো কায়স্থৰ বাণ গাঁঠি কাটো
নটৰ বাণ গাঁঠি কাটো চমাৰৰ বাণ গাঁঠি কাটো
ধোবাৰ বাণ গাঁঠি কাটো গণকৰ বাণ গাঁঠি কাটো
কমাৰৰ বাণ গাঁঠি কাটো কুমাৰৰ বাণ গাঁঠি কাটো
বামুণৰ বাণ গাঁঠি কাটো ক্ষত্ৰিয়ৰ বাণ গাঁঠি কাটো
বৈশ্যৰ বাণ গাঁঠি কাটো শূদ্ৰৰ বাণ গাঁঠি কাটো
বেদৰ বাহিৰে ওভোটা কৰতি জাপ্য কৰা॥

মন্ত্ৰসমূহৰ ভালেখিনি অব্ৰাহ্মণৰ দ্বাৰা সৃষ্টি সেইকথাও মন্ত্ৰৰ ব্যৱহাৰ আৰু প্ৰযোগ পদ্ধতিৰপৰা বুজিব পাৰি। কিযনো মন্ত্ৰৰ ব্যৱহাৰত ব্ৰাহ্মণ বা পুৰোহিতৰ প্ৰয়োজন নাই। যি কোনো মানুহেই মন্ত্ৰ প্ৰয়োগ কৰিব পাৰে। কোনো কোনো ক্ষেত্ৰত মন্ত্ৰৰ শক্তি বঢ়াবলৈ জনজাতীয় লোকৰহে সহায় লোৱা হয। সাপে ডকা মন্ত্ৰত আছে,—

ডুমুনীৰ পিতাকক সৰ্পে ডাকিলে
কৈত পাও গড়িয়াৰ বেজ।

কোনো কোনো মন্ত্ৰ লৰা বা ছোৱালীক বিবস্ত্ৰ কৰি সাধন কৰিবলৈ দিয়া হয। মন্ত্ৰ সাধনৰ লগত হিলঙনী, বাঢ়নী ওভোতা বাঁহৰ চুঙা, সৰিয়হ,

---

[১] তাংখুল নগাসকলৰ মাইবাওয়ে (ওজা) ৰোগীক নিৰাময় কৰাৰ সময়ত নিজে সম্পূৰ্ণ বিবস্ত্ৰ হয় ৰোগীকো উলঙ্গ কৰে।

আঢ়ৈ চাউল, তপত ভাত, এৱাঁ সূতাৰ ব্যৱহাৰবপৰা মন্ত্ৰৰ সম্বন্ধ যে অবৈদিক প্ৰথাৰ লগত সেই কথা বুজিব পাৰি।

মন্ত্ৰ-সাহিত্য প্ৰধানকৈ অসমীয়া ধাৰ্ম্মিক বিশ্বাসৰ ইতিহাস। দেৱতা-অপদেৱতা, বিপদ-আপদ, বেমাৰ আজাৰ, শত্ৰু আৰু জন্তুৰ ভয়ৰপৰা ব্যক্তি, সমাজ, শস্য-সম্পদক ৰক্ষা কৰিবলৈ কৰা পূজা পদ্ধতিৰ উল্লেখ মন্ত্ৰ-সাহিত্যত আছে। এই লোক-বিশ্বাসেই হৈছে সাধাৰণ ধৰ্ম্ম। গাৱঁলীয়া মানুহে বিশেষকৈ তিৰোতাসকলে ব্ৰাহ্মণ-পুৰোহিতৰ আশ্ৰয় নলৈ এই অনুষ্ঠানসমূহ আজিও পালি আছে। দ্বিতীয়তে এই মন্ত্ৰ সাহিত্যক ৰামায়ণ, মহাভাৰত, পুৰাণ আদিৰ লোক-সংস্কৰণ বুলিব পাৰি। ভালেমান মন্ত্ৰত ৰামায়ণ, মহাভাৰত, পুৰাণ আদিৰ আখ্যানে জন-বিশ্বাস আৰু কিংবদন্তী আদিৰ লগত মিহলি হৈ এক নতুন ৰূপ লৈছে। বহু মন্ত্ৰত ৰাম লক্ষ্মণ সীতা, ভীম-অৰ্জ্জুন মন্ত্ৰৰ দেৱতা স্বৰূপে প্ৰতিষ্ঠিত হৈছে। ইয়াৰ বাহিৰেও অলেখ লোক-দেৱতা বা গ্ৰাম্য-দেৱতাৰ বিৱৰণ মন্ত্ৰ সাহিত্যত আছে। তৃতীয়তে মন্ত্ৰসমূহত সংৰক্ষিত হৈছে অসমীয়াৰ প্ৰাচীন আয়ুৰ্ব্বেদ সম্বন্ধীয় জ্ঞান আৰু বিশ্বাস বিবিধ ব্যাধিৰপৰা ৰক্ষা পাবলৈ ভালেমান মন্ত্ৰৰ ৰচনা হৈছিল। কিছুমান মন্ত্ৰ কাম শাস্ত্ৰৰ পৰ্য্যায়ৰ। বাৎস্যায়নৰ কাম শাস্ত্ৰ সম্ভৱতঃ এনে সাধাৰণ বিশ্বাসৰ ওপৰতে গঢ়ি উঠিছিল। কোনো কোনো মন্ত্ৰ ৰাষ্ট্ৰ ৰক্ষা আৰু শাসন সম্পৰ্কীয়। কি মন্ত্ৰৰে শত্ৰুক আক্ৰমণ কৰিব লাগে, কি মন্ত্ৰৰে দুৰ্গ ৰক্ষা কৰিব পাৰি তাৰ বিৱৰণ এইবোৰত আছে। এইবোৰ কৌটিল্যৰ অৰ্থ শাস্ত্ৰৰ লৌকিক সংস্কৰণ। কিছুমান মন্ত্ৰ গাৰ্হস্থ্য জীৱনত পালিবলগীয়া নীতি নিয়ম সম্পৰ্কীয়। এই মন্ত্ৰবোৰ গৃহ্য সূত্ৰৰ শাৰীৰ।

মন্ত্ৰ সাহিত্যত প্ৰাচীন অসমীয়া জীৱনৰ কি পৰিচয় আছে তাৰ সংক্ষিপ্ত আলোচনা ইয়াত কৰা গ'ল।

## ঘৰুৱা জীৱন

নৰ-নাৰী সম্বন্ধই ঘৰুৱা জীৱনত প্ৰধান। স্বামী-স্ত্ৰীৰ মিলনৰ ওপৰতে গাৰ্হস্থ্য জীৱনৰ সুখ সন্তোষ নিৰ্ভৰ কৰে। স্বামী-স্ত্ৰীৰ মাজত কন্দল নোহোৱাটোৱেই সাধাৰণ মানুহৰ কামনা। এই বিষয়ে বহু মন্ত্ৰ আছে। বিবাহৰ তৃতীয় নিশাৰ অনুষ্ঠানত দৰা-কন্যাক খোবা-খুবনীৰ যি আখ্যান শুনোৱা হয়, সিও দৰাচলতে মন্ত্ৰ শাৰীৰ সাহিত্যহে। খোবা-খুবনীৰ আখ্যানৰ মাজেদি হৰ-পাৰ্ব্বতীৰ দাম্পত্য জীৱনৰ আদৰ্শ দৰা-কন্যাৰ আগত ডাঙি ধৰা হয়।

নিজৰ অভিৰুচি মতে পত্নী লাভ কৰিবলৈ সকলো ডেকাই আকাঙ্ক্ষা কৰে। এই কাৰণে কামিনী-বশ মন্ত্ৰ, চামুণ্ডা মন্ত্ৰ, বিশ্ববসু মন্ত্ৰ, স্ত্ৰী-বশীকৰণ মন্ত্ৰ (কামৰত্ন তন্ত্ৰ, পৃঃ ১৪, ১৮), মোহিনী তন্ত্ৰ আৰু পুৰুষ-মোহিনী মন্ত্ৰ (বৃহৎ বৈদ্যসাৰ, পৃঃ ৩৩, ৩৫) আদিৰ জন্ম হৈছে। স্ত্ৰীযে পুৰুষক আৰু পুৰুষে স্ত্ৰীক আকৰ্ষণ কৰিবলৈ সদা-সৰ্ব্বদা নানা কলা-কৌশলৰ সহায় লয়। প্ৰাণী-জগততো এই নিয়ম দেখা যায়। মধ্যযুগত মন্ত্ৰৰ প্ৰভাৱেৰে এই কাৰ্য্য সাধিবলৈ চেষ্টা কৰা হৈছিল। চামুণ্ডা মন্ত্ৰ জপিলে "স্ত্ৰী পুৰুষৰ লগতে আহে" (কামৰত্ন তন্ত্ৰ, পৃঃ ১৮)। এটি স্ত্ৰী-মোহিনী মন্ত্ৰত আছে,—

ৰুলো তামোল গছে পাতে
গজিল তামোল দুটা পেটে।
গজিল তামোল সৰগ ছাটি
হাতত ছান্দনি লৈ পাৰিবলৈ যাওঁ।
চন্দ্ৰে দিলে কটাৰি সূৰ্য্যে দিলে পাণ
আমুকাৰ দুটি চৰণ কোঁতিবা পাম।
শীতল পুখুৰী পিচল পানী
তাতে আছে কুম্ভকৰ্ণ।
কুম্ভকৰ্ণে বোলে তোক
আমুকীক আনি দিয়া মোক॥
আহে আগবাঢ়ি আন নাহে চুলিত ধৰি আন
নধৰিবা চুলিত আপুনি যাওঁ।
মই আমুকীয়ে আমুকাব
ৰং চং কেতে বোলি পাওঁ।

পুৰুষ-মোহিনীৰ তলৰ মন্ত্ৰ ফাঁকি মন কৰিবলগীয়া—

ফুলৰ পুখুৰী ফুলৰ পাৰ
ফুল ফুলি আছে চমৎকাৰ।
এই ফুল আমুকীৰ মুৰত চৰে
আমুকীক আমুকাই জপাৰ কাপোৰ যেন দেখে।

এনেবোৰ মোহিনী মন্ত্ৰত সাধাৰণতে তামোল-পাণ, ফুল, সেন্দুৰ আৰু বস্ত্ৰক সাধন স্বৰূপে লোৱা হয়।

স্বামীক বশত ৰাখিবপৰা নাৰী-জীৱনৰ সৌভাগ্য। এই কাৰ্য্য সাধিবলৈ ভালেমান মন্ত্ৰ ৰচিত হৈছিল। কামমালিনী মন্ত্ৰৰ প্ৰয়োগত "সৰ্ব্বকালে নাৰীলৈ স্বামীৰ ভয় হুয়া থাকে" (কামৰত্ন তন্ত্ৰ, পৃঃ ১৬)। স্ত্ৰী-বশ মন্ত্ৰেৰে তিৰোতাক স্বামীয়ে সদায় নিজৰ অধীনত ৰাখিব পাৰে। ইয়াৰ বাহিৰেও ৰতি-ক্ৰীড়া, বল-বীৰ্য্য বৃদ্ধি আৰু ক্ষয় বিষয়ক মন্ত্ৰ আছে। এই মন্ত্ৰবোৰ সাধাৰণ মানুহৰ যৌন সম্বন্ধীয় চিন্তাধাৰাৰ পৰিচায়ক।

জন্ম আৰু কাক-বন্ধ্যা তিৰোতাৰ জীৱন দুৰ্ভগীয়া বুলি বিবেচিত; সমাজত এওঁলোক হেয়। এই দুৰ্ভাগ্য দূৰ কৰিবলৈ আজিও নানা পূজা-পাতলৰ প্ৰচলন আছে, নানা ঔষধ আৰু মন্ত্ৰৰ প্ৰয়োগো কৰা হয়।

অসমীয়া তিৰোতাৰ প্ৰসাধন সম্পৰ্কে অন্য ঠাইত আলোচনা কৰা হৈছে। তিৰোতাৰ প্ৰসাধন, মুখ সুগন্ধিকৰণ আৰু দেহৰ সৌন্দৰ্য্য বৃদ্ধিকৰণ বিষয়ক অলেখ মন্ত্ৰ পোৱা গৈছে। অসমীয়া তিৰোতাই দেহৰ সৌন্দৰ্য্য বঢ়াবলৈ আৰু অংগৰ বৰণ উজ্জ্বল কৰিবলৈ নানা সামগ্ৰীৰ প্ৰয়োগ জানিছিল। দেহৰঞ্জন-সাধনত মন্ত্ৰৰ লগতে তলৰ সামগ্ৰীসমূহৰ ব্যৱহাৰ আছিল—

নাগেশ্বৰৰ কেঁশৰ, গন্ধবিৰিণাৰ মূল শিৰীশ ফুলৰ মূল, নাৰিকলৰ পাত, সকলো গুৰি কৰি গাত ঘঁহিলে ঘাম নোলায়। গন্ধবিৰিণাৰ মূল, কলীয়া অগৰু চন্দন, তেজপাত সমকৈ বাটি গাত লিপিলে সুগন্ধ হয়।

চুলি দৃঢ়, সাপৰ দৰে দীঘল, চৰুৰ ছাইৰ দৰে কিচকিচীয়া ক'লা আৰু ওকণীৰপৰা ৰক্ষা কৰিবলৈ অসমীয়া তিৰোতাই বিশেষ যত্ন লৈছিল। ইয়াৰ কাৰণে কেশৰঞ্জন আৰু কেশদৃঢ়ীকৰণ মন্ত্ৰৰ বাহিৰেও ভৃংগৰাজ আদিৰ ভৰণ লৈছিল। কেশ সুগন্ধীকৰণৰ উপকৰণত আছে,—

গন্ধবিৰিণাৰ মূল আমলখি জামুৰ মূল পদ্মৰ পাত সকলো বাটি কেশত ঘঁহিলে সুগন্ধ হয়। (কামৰত্ন পৃঃ ৪৪)

কেশৰঞ্জন আৰু কেশদৃঢ়ীকৰণত তলত দিয়া ঔষধ-পাতি ব্যৱহাৰ হৈছিল—

ঘিউ, ভৃংগৰাজৰ মূলৰ ৰস তেল সম কৰি লগাই তেল বান্ধিব। নৱীন ভাণ্ডত থৈ মাটিত পুতিব। মাসেক অন্তৰে তুলি বতাহে নপৰা ঠাইত থব। মুখত দি কলাপাতেৰে বেৰি ভৰণ লব, সাত দিন ভৰণ গুচোই নিতে খিৰ খাব। কেশ দীৰ্ঘ হয়।

জাই ফুলৰ মূল পাত কলীয়া গোমূত্ৰেৰে বাটি সাত দিন কেশত ঘঁহিব। কেশ দৃঢ় হয়। কলীয়া গোমূত্ৰ ওৰ ফুল পিহি লগালে দৃঢ়ী হয়।

স্বৰ কোকিলৰ নিচিনা শুৱলা কৰিবলৈও মন্ত্ৰ আৰু বিবিধ নিদানৰ ব্যৱস্থা কৰা হৈছিল।

জাইফল, তেজপাত পিপলি, বৰ্ণআথই সোলেং চেঁপাৰ পত্ৰ, তিল, সমানে ৰস সাত দিন নিতে খাব। (কামৰত্ন তন্ত্ৰ পৃঃ ৪৪)

ৰতিশাস্ত্ৰ সম্বন্ধীয় অন্যান্য মন্ত্ৰৰ ভিতৰত কাম-ভাব বৃদ্ধি কৰা, বাজীকৰণ, স্ত্ৰীদাৱন, লিংগ স্থূলিকৰণ, তন-কষণ, যোনী-কষণ, ঋতু-কষণ, অনিদ্ৰাকৰণ, নিদ্ৰা-ভঞ্জন, গৰ্ভস্তম্ভন আদি মন্ত্ৰ উল্লেখযোগ্য।

সামাজিক জীৱনৰ মংগল আৰু উন্নতি বিষয়ক অলেখ মন্ত্ৰ আছে। এইবোৰ বাহিৰে গৃহ-ৰক্ষা, হাঁউলি-ৰক্ষা, শস্য আৰু গাই-গৰু বৃদ্ধি, ব্যৱসায়-বাণিজ্যত, তৰ্কত, যুদ্ধযাত্ৰাত মংগল, শত্ৰু-নিধন আদি বিষয়ত প্ৰয়োগ হয়। অথৰ্ব্ববেদৰ মন্ত্ৰৰ লগত এই মন্ত্ৰবোৰৰ মিল আছে। বহুত বিষয়ৰ মিলা

শুকলতি আৰু মাখিয়তিৰ পাতেৰে গৰুক কোবোৱাৰ লগত গৰুক হিংস্র জন্তুৰ পৰা ৰক্ষা কৰিবলৈ অথৰ্ব্ববেদত উল্লেখ কৰা খদিৰ গছৰ ডালেৰে গৰুক কোবোৱা প্ৰথাৰ সাদৃশ্য উল্লেখ কৰিবলগীয়া।[১] খেতি আৰু শস্যৰ মঙ্গলৰ কাৰণে বহাগ, কাতি আৰু মাঘ মাহত অসমীয়া খেতিয়কে নানা পূজা অনুষ্ঠান পাতে, এইবোৰত বিশেষ মন্ত্র পাঠ কৰা হয়।

অথৰ্ব্ববেদৰ আগ্রহায়ণি, শুনাসীৰ, সংভৃস্থন, অশ্বিনদ্বয়ৰ অনুষ্ঠানৰ লগত ইয়াৰ মিল আছে। অসমীয়া খেতিয়কে কাতি বিহুৰ দিনা ধাননি পথাৰৰ ওপৰেদি এডাল বাঁহ ঘূৰায়, পথাৰত প্ৰদীপ জ্বলায় আৰু ৰোৱা-খোৱা মন্ত্র মাতে। কোনো কোনো অঞ্চলত নিগণিৰ ডিঙিত জৰী লগাই পথাৰত বান্ধি থোৱা হয়। নিগণি, পোক-পৰুৱা, চৰাই-চিৰিকতি, হৰিণা আদি পশুৰপৰা খেতিক ৰক্ষা কৰিবলৈ অশ্বিনদ্বয়ৰ পূজাৰ নিৰ্দ্দেশ অথৰ্ব্ববেদতো আছে। নিগণিৰ মুখ চুলিৰে বান্ধি ধাননি পথাৰত পুতি থোৱা বিষয়েও কোৱা হৈছে। সেইদৰে অসমীয়া ক্ষেত্র-বন্ধন মন্ত্রত আছে—

> অংকুশ নাম মন্ত্র, হনুমন্ত মন্ত্র, উজুৰ্মণি মন্ত্র এই তিনি মন্ত্র সেত সৰিয়হত বালুকাত মন্ত্র বালুকাত সেত সৰিয়হত সাতবাৰ জপি শস্য মধ্যত সিঞ্চিব। পশু-পক্ষী ইন্দুৰ সবাৰে মুখ বন্ধ হয়।
>
> অংকুশ নাম মন্ত্র, হনুমন্ত মন্ত্র, উজুৰ্মণি মন্ত্র এই তিনি মন্ত্র সেত-সৰিয়হত বালুকাত সাতবাৰ জপি বাৰীত সিচিব। কেৰকেটুৱা আদি সৱে পলায় মুখ বন্ধ হয়।

উপযুক্ত সময়ত বৰষুণ হবলৈ নানা অনুষ্ঠানৰ লগতে মন্ত্র পাঠ কৰা হয়। এনে সময়ত ভেকুলি বিয়া পতা হয়। কলীয়া কচু কলহৰ পানীত জুবুৰিয়াই মন্ত্র মাতি ঘৰৰ মুখলৈ দলিওৱা হয়। (কচুৰ কলা বৰণৰ লগত কৃষ্ণমেঘৰ সাদৃশ্য থকাৰ কাৰণে—এই প্ৰথা।) অথৰ্ব্ববেদত কাশ বন, বেতস আদি পানীত জুবুৰিয়াই দলিওৱাৰ ব্যৱস্থা দিছে।[২] বৰষুণ নিদিবলৈ মেঘস্তম্ভন মন্ত্রেৰে পানীৰ গতি বন্ধ কৰা হয়।

গো-মহিষ-গজ, ব্যাঘ্র কেৰ্কেটুৱা[৩] আদিৰ পৰা ৰক্ষা পাবলৈকো সুকীয়া সুকীয়া স্তম্ভন মন্ত্র আছে। অগ্নি, চোৰ, শত্রু আৰু অন্যান্য জীৱ-জন্তুৰপৰা গৃহ ৰক্ষা কৰিবলৈকো মন্ত্রৰ প্ৰয়োগ হয়।

জয়-কৱচ, সৌভাগ্য-কৱচ আদি মন্ত্রেৰে যুদ্ধত, তৰ্কত, কৰ্ম্মক্ষেত্রত জয় বিচৰা হয়।

---

১ Dr N J Shende *The Religion and Philosophy of the Atharvaveda* Ch V

২ *The Religion and Philosophy of the Atharvaveda* p 123

৩ কেৰ্কেটুৱা জাৱোলবাৰীৰ মাই শত্রু।

## ভেষজ আৰু আয়ুৰ্বেদ

মন্ত্ৰ-সাহিত্যত অসমৰ ভেষজ আৰু আয়ুৰ্বেদ বিদ্যাও সংৰক্ষিত হৈ আছে। মন্ত্ৰবোৰত ৰোগৰ কাৰণ আৰু ৰোগ নিৰাময়ৰ ব্যৱস্থাৰ বিৱৰণ আছে। ইয়াৰ লগতে অলেখ গছ-গছনিৰ উল্লেখ আছে। দ্ৰব্যগুণ-সম্পন্ন এইবোৰৰ সহায়ত মন্ত্ৰই বিশেষ গুণ দিয়ে। এইবোৰ মন্ত্ৰৰ লগত ভেষজবোৰ একেবাৰে সোমাই আছে।

মন্ত্ৰৰ মতে মহামাৰী সংক্ৰামক ব্যাধি আদি সকলো ৰোগৰে মূল অপ-দেৱতা।[১] অপ-দেৱতাই গাওঁত প্ৰবেশ কৰি অথবা ব্যক্তিবিশেষৰ দেহত সোমাই বিবিধ ৰোগ জন্মায়। মন্ত্ৰৰ মতে অপ-দেৱতাৰ জন্ম কাহিনী জানিব পাৰিলেই অপ-দেৱতা দূৰ কৰা সম্ভৱ। সেই কাৰণে বহু মন্ত্ৰতে অপ-দেৱতাৰ জন্ম-বৃত্তান্ত আছে। ইয়াৰ বাহিৰে কুমন্ত্ৰ সাধন কৰি মানুহে শৰীৰত ৰোগ জন্মায়। কেতিয়াবা শত্ৰুৰ প্ৰতিমূৰ্তি সাজি তাত ৰোগৰ মন্ত্ৰ উচ্চাৰণ কৰা হয় (imitative magic)। কোনো স্থলত শত্ৰুৰ চুলি, নখ দাঁত বা তেওঁ ব্যৱহাৰ কৰা বস্তু সংগ্ৰহ কৰি তাত মন্ত্ৰ সাধন কৰি ৰোগ জন্মায় (contagious magic)। কুদৃষ্টিৰ (evileye) পৰাও ৰোগৰ উৎপত্তি হয়। কুদৃষ্টিত পৰে বুলি অসমীয়া তিৰোতাই নিজ লৰা-ছোৱালীক কোনো কোনো মানুহৰ সন্মুখৰ পৰা আঁতৰাই ৰাখে।

মন্ত্ৰ-সাহিত্যৰ মতে আয়ুৰ্বেদৰ অন্তৰ্গত মন্ত্ৰসমূহো অথৰ্ববেদৰপৰা আহিছে। সেই হেতুকে মন্ত্ৰসমূহত শৰীৰ-বিদ্যাৰ কথা থকা স্বাভাৱিক। শৰীৰৰ পৰিচয়ত হাড় শিৰা নাড়ী, তেজ-সঞ্চালন, বুকু, পিঠি, পেট, চকু, কাণ, দাঁত, নাক, মূৰ আঙুলি প্ৰভৃতিৰ উল্লেখ কৰা হৈছে। আয়ুৰ্বেদৰ সুপ্ৰসিদ্ধ ত্ৰিদোষ তত্ত্ব অৰ্থাৎ বায়ু-পিত্ত-কফ আৰু সেইবোৰৰ ওপৰত শৰীৰৰ ক্ৰিয়া সম্বন্ধেও ইংগিত আছে।

প্ৰাচীন আয়ুৰ্বেদীয় চিকিৎসা আঠ অংগত বিভক্ত। যেনে শল্যতন্ত্ৰ, শালক্যতন্ত্ৰ, কায়-চিকিৎসা ভূত বিদ্যা, শিশু-চিকিৎসা, অগদ তন্ত্ৰ, ৰসায়ন তন্ত্ৰ আৰু বাজীকৰণ। মধ্যযুগৰ অসমীয়া মানুহৰ যে বিবিধ চিকিৎসাৰ লগত পৰিচয় আছিল, সেই কথা মন্ত্ৰ-সাহিত্যৰ পৰা বুজিব পাৰি।

শল্য-তন্ত্ৰৰ অৰ্থাৎ শস্ত্ৰসাধ্য সাধাৰণ ৰোগৰ চিকিৎসাৰ ভিতৰত প্ৰসূতি সম্বন্ধীয় (গৰ্ভধাৰণ, গৰ্ভৰক্ষা, প্ৰসৱ বেদনা উপশম) মন্ত্ৰ আছে। অস্থিভগ্ন পোৰা, কটা-ঘা, ফোঁহা-নাবেশ্যা আৰোগ্য বিষয়ক মন্ত্ৰ এই শ্ৰেণীৰ। শালক্য-তন্ত্ৰৰ চিকিৎসাৰ ভিতৰত চকু-ৰোগ, চকু-শূল, দাঁত পোকে খোৱা, মুখ-লগা,

---

১ F E. Clements-ৰ *Primitive Concept of Diseases* আৰু W. H. Rivers-ৰ *Medicine, Magic and Religion* গ্ৰন্থত আদিম মানুহৰ মাজত ৰোগ জন্মাৰ তিনিটা বিশ্বাসৰ উল্লেখ কৰিছে।

জিভা বঢ়া, গল-ঘটিকা আদিৰ মন্ত্র উল্লেখ কৰিব পাৰি। ভূত-বিদ্যাৰ চিকিৎসাৰ ভিতৰত আওঁৰীয়া, বলিয়া, শিয়াল কুকুৰে কামোৰা ভূত আদি অপদেৱতা দূৰ কৰা মন্ত্রসমূহ প্রধান। শিশু-চিকিৎসা বিষয়ক মন্ত্র হৈছে মৰকুচীয়া, লৰাই নকন্দা মন্ত্র আদি। অগদ তন্ত্রৰ ভিতৰত সাপ, চেলা, বিছা, বাঘে খোৱা আদি নিৰাময় কৰা মন্ত্র। ৰসায়ন তন্ত্রৰ চিকিৎসাৰ ভিতৰত চৌষষ্টি জ্বৰ, বহুবিধ লেঙ ব্যাধি, মোৰ, গ্রহণী, শূল, বায়ুৰোগ আদি উপশম বিষয়ক মন্ত্র। বাজী কৰণ তন্ত্রৰ চিকিৎসাৰ ভিতৰত বীৰ্য্য বৃদ্ধিকৰণ, নপুংসককৰণ, যোনী বন্ধন প্রভৃতি মন্ত্র।

# ধৰ্ম্ম বিশ্বাস

## অপদেৱতা

মন্ত্রপুথিত অজস্র অপদেৱতাৰ উল্লেখ পোৱা যায়। সেই সকলোবে তালিকা ইয়াত দিয়া সম্ভৱপৰ নহয়। কিন্তু এনে এখনি তালিকাই মধ্যযুগৰ অসমৰ সাধাৰণ মানুহৰ ধৰ্ম্ম-বিশ্বাস আৰু গ্রাম্য দেৱতাৰ বিষয়ে ভালেখিনি পৰিচয় দিব। জাতীয় সংস্কৃতিৰ ইতিহাস সংকলনত এনে তালিকাৰ বিশেষ মূল্য আছে।

সাধাৰণতে ভূত-ভূতুনী, পিশাচ-পিশাচিনী, যখ-যখিনী, প্রেত-প্রেতিনী, দৈত্য-দানৱ, খেতৰ-খেতৰী, বিৰা, ডাকিনী-যোগিনী, আলক্ষণী-বিলক্ষণী, মাটি-গুলৈ, ধনগুলৈ, নাগ-নাগিনী বিভিন্ন মোৰ আদি অনেক জলচৰ, স্থলচৰ, বৃক্ষচৰ অপদেৱতাৰ নাম পোৱা গৈছে। ইয়াৰ বাহিৰেও জন-জাতীয় লোক-সকলৰ পূজিত দেৱ-দেৱীবো উল্লেখ আছে। তাৰ ভিতৰত ডফলা আৰু গাৰোৰ দেৱতাৰ উল্লেখ বহুত মন্ত্রত পোৱা যায়।

অপদেৱতাৰ ভিতৰত গুলৈ নামৰ বহু অপদেৱতাৰ নাম আছে, তাৰে মাজত ধনগুলৈ প্রধান। এই গুলৈৰ সহায়ত মাটিৰ তলত থকা নিধি লাভ কৰিব পাৰি। কামৰত্ন তন্ত্রৰ ত্রয়োদশ পটলত নিধি দৰ্শনৰ কাৰণে যক্ষৰ মূৰ্ত্তি কেনেকৈ সাজিব লাগে, কোন কোন মন্ত্র মাতিব লাগে আৰু কেনেকৈ পূজা পাতল পাতিব লাগে তাৰ বিশদ বৰ্ণনা আছে।

নিধি দেৱতা স্বৰূপে কুবেৰবো উল্লেখ পোৱা যায়। কুবেৰৰ অনুচৰবৰ্গয়ো মানুহৰ অনিষ্ট সাধন কৰে। সেইহে এটি মন্ত্রত আছে,—

মাৰো কৰাতি উভৱে খা।
কুবেৰৰ অনুচৰ খেদি খেদি খা॥

কোনো কোনো মন্ত্ৰত বিশ্ব যক্ষৰ উল্লেখ আছে, এই যক্ষৰ লগত বঙ্গ-দেশৰ নৰবলি গ্ৰহণ কৰা ৰঙ্কিণী বনদেৱীৰ কিবা সম্বন্ধ আছে নে নাই বিচাৰৰ বিষয়।[1] কোনো কোনো মন্ত্ৰত হোজাই নামৰ দেৱতাৰ উল্লেখ পোৱা যায়। ই যে জনজাতীয় দেৱতা সি নিসন্দেহ।

## খেতৰ-খেতৰী

ক্ষেত্ৰৰ অধিষ্ঠাতা স্বৰূপে ক্ষেত্ৰপালক আৰু ক্ষেত্ৰপালিকাৰ পূজা প্ৰাচীন ভাৰতত প্ৰচলিত আছিল। এই দেৱতাই খেতিৰ পথাৰ আৰু গৰু মহ ৰক্ষা কৰে বুলি সাধাৰণ বিশ্বাস। তেওঁলোকক পূজা আৰু বলিৰে খেতিয়কে সদায় সন্তুষ্ট ৰাখিবলৈ চেষ্টা কৰে। অসমদেশত খেতৰ-খেতৰী পূজা এতিয়াও চলে। গাই জগিলে ফেহূৰে পিঠা সাজি পোৱালিক খেতৰী-খেতৰীৰ পৰা ৰক্ষা কৰিবলৈ ভোগ দিয়া হয় (অসমীয়া বচন 'গাত খেতৰ লগা')।

ক্ষেত্ৰ ক্ষেত্ৰনী সম্বন্ধীয় মন্ত্ৰপুথিত আলেখ এনে ধৰণৰ দেৱতাৰ বহল বিৱৰণ আছে,—

সুবচনী বোলে আই নিলাজীৰ বাণ কৈত আছে ক্ষেত্ৰগণ ধৰি ধৰি আন,
অৰণ্য বনত বিৰাজ কৰি খেতৰ খেতৰীক আনিবি ধৰি।
কাৰ্টীৰ মাথা কৰিবি ছাই ক্ষেত্ৰগণ মানে যাব গুলাই॥
কোন কোন খেতৰৰ কোন কোন নাও আদি খেতৰৰ জনম কথা কও।
মাকৰ নাম হোৱাই, বাপেকৰ নাম পোকা উপজিল বেটা মুণ্ডটো বেঁকা।
জটা বান্ধি মুণ্ডত আৰিলি হোকা।
আৰৰী বায়েৰে পাৰিলে পাটী ক্ষেত্ৰৰ বেলাত বি বি আঁটি।
চম্পা কলাৰ মহীধৰ নাও এতেক তোৰ জনম কও।
কণ্টকে পিন্ধিলে শৰীৰ গায়।
পিয়োক পানী গুজৰ মালা স্বাকিদি উঠিল জনম চালা।
তীয়ে গোজৰে ৰজনাথে বাট হেৰ্মাগিৰী পৰ্ব্বতে হীৰাৰ পাত।
সৰাই পৰাই ক্ষেত্ৰ, ম্লেচ্ছ ভুৱনে দুৰৱী বৈল ক্ষেত্ৰপাল সিন্দুৰ ফলত।
হীৰকচন্দ্ৰ ক্ষেত্ৰ নাগচন্দ্ৰ ক্ষেত্ৰ, ঐ শিৱ ক্ষেত্ৰ ঐ বামক্ষেত্ৰ
মধুক্ষেত্ৰ, কালচন্দ্ৰ ক্ষেত্ৰ, গোৱালপাল ক্ষেত্ৰ, মহীপাল ক্ষেত্ৰ,
দুষ্ট ক্ষেত্ৰ, কমলা ক্ষেত্ৰ পদ্মাই ক্ষেত্ৰ দুলাই ক্ষেত্ৰ, চীংপোলা ক্ষেত্ৰ,
খেখেতিয়া ক্ষেত্ৰ শিৱ বাঁধা ক্ষেত্ৰ, লুটিয়াই ক্ষেত্ৰ, দুপৰীয়া ক্ষেত্ৰ, চুৱাই ক্ষেত্ৰ,
পুহাই ক্ষেত্ৰ, পিঁপিৰা ক্ষেত্ৰ, গুলাই ক্ষেত্ৰ, ফিলাই ক্ষেত্ৰ, মেলাই ক্ষেত্ৰ,
লাহাই ক্ষেত্ৰ, পিঁকিলা ক্ষেত্ৰ, হিঁৰ ক্ষেত্ৰ, শিঁৰ ক্ষেত্ৰ, উপলা ক্ষেত্ৰ,
মৰোৱা ক্ষেত্ৰ, কুটিকা ক্ষেত্ৰ, মেকা ক্ষেত্ৰ, ঢোকনা ক্ষেত্ৰ, কনাই ক্ষেত্ৰ,
মৰাই ক্ষেত্ৰ, খেলোৱা ক্ষেত্ৰ এতেকে ক্ষেত্ৰৰ নাম কহন্তে পলাই ক্ষেত্ৰ যা,
হাতে পা পানী কৰি চুই যা॥

---

[1] বিনয় ঘোষ : পশ্চিমবঙ্গৰ সংস্কৃতি, পৃঃ ৬৬৭-৬৭২

কোনো কোনো ক্ষেত্ৰ দেৱতা নদী-পুখুৰী আদিৰ জলত বাস কৰে। সাধাৰণতে জল অপবিত্ৰ কৰিলে নতুবা অন্য প্ৰকাৰে অমান্য কৰিলে জলদেৱতা অসন্তুষ্ট হয়। জলদেৱতাৰ কোপৰপৰা ৰক্ষা পাবলৈ জলদেৱতাৰ মন্ত্ৰ আছে। জলদেৱতাৰ ভিতৰত জল-যক্ষ, নাগ-নাগিনী, জলেশ্বৰ, জল-কুবেৰ প্ৰধান (সুদৰ্শনচক্ৰ কৰ্মতি)।

## মনসা পূজা

মন্ত্ৰৰ ভিতৰত সাপৰ মন্ত্ৰৰ সংখ্যাই সৰহ। সাপৰপৰা ৰক্ষা পাবলৈ অথবা সাপৰ বিষ দূৰ কৰিবলৈ এইবোৰ মন্ত্ৰ প্ৰয়োগ কৰা হয়। এইবোৰ মন্ত্ৰত অলেখ সাপৰ নাম আছে, যথা—

কোন কোন সৰ্পৰ কোন কোন জাতি
সাপৰ নাউ কুচিয়া তৰা মৰলীয়া।
পানী গুৰি মচোৰা সৌকাগোম হোলোঙাগোম
আসৈয়াগোম চেঙেলীয়াগোম, তাঙনীগোম,
মাটি ফেটি জাতৰি ফেটি চকৰি-ফেটি
এঙেগেঠাদাহি কাশলা, কাৰ্শলী কলা হাৰ্লাধিয়া কাৰ্জিবিৰলী
শকা শাকিনীগোম গোমুনী ৰাত জিবুৰা চিলা।

সাপ নেউলৰ জাতিগত বিদ্বেষৰ আখ্যান এই মন্ত্ৰবোৰত আছে। তলত এই বিষয়ক কেইটিমান পদ উদ্ধৃত কৰা হ'ল—

সাপে গল চৰিবলৈ নেউল গৈল চৰিবলৈ, সাপে-নেউলে লগ পাই আগ ডোখৰ এৰি পাচ ডোখৰ খাই। শুন শুন বাপ নেউলৰ বাণী আহুদি মাটি আনি তাকো জীয়াই, তই থাক বাৰীচুকত মোক বোলে সাক্ষিনী।

সাপৰ জন্ম বৃত্তান্ত আৰু বিষ সম্বন্ধে সাধাৰণ যি বিশ্বাস তাৰো কিছু পৰিচয় এই মন্ত্ৰবোৰত পোৱা যায়। পদ্মা আৰু শিৱৰ প্ৰেমাখ্যানৰ লগত জড়িত তলৰ মন্ত্ৰটিৰপৰা বিভিন্ন সাপৰ বিষয় সম্বন্ধে সাধাৰণ মানুহৰ কি বিশ্বাস আছিল সেই কথা বুজিব পাৰি—

ঈৈসানি গোসাই কৈলাসক গৈলা,
দেৱীৰ ৰূপ দেখি অতি মোহ ভৈলা।
গোসাই বোলে দেৱী শৃঙ্গাৰ কৰা দান,
মহা কামে জৰ্জৰিত নাহিকে চেতন।
দেৱী বোলে গোসাই তুমি শুনিয়ো বচন,
দিবাভাগে শৃঙ্গাৰক দেখো কেনে জ্ঞান।

সামান্য পুৰুষ হেন শঙ্খাৰক থোৱা,
সৰ্প-অলঙ্কাৰ প্ৰভু দূৰ কৰি থোৱা।
অনেক যতনে দেৱী গোঁসাইক বুলিলা,
মহা কামে গোঁসাই নানা স্তুতিবাক কৈলা।
শেষে দেৱী তিৰস্কাৰ কৰিলা বিস্তৰ,
জাকে জাকে সৰ্প পলাই নিৰন্তৰ।
প্ৰলয় অগ্নি যেন কালী ৰাজ ভৈলা
মাথা দিয়া তুলি স্তুতি কৰিবাক লৈলা।
মহা স্নেহে গোঁসাই দিলে পাচে বৰ
কালী বিষহে হৈয়ো অজৰ অমৰ।
মলয়াগিৰি পৰ্ব্বতক যা সৰ্পৰ মাজত হোৱা ৰাজা,
তোমাৰ আজ্ঞায়ে প্ৰভু পৰ্ব্বতে যাওঁ।
হেন শুনি সৰ্পক বিষ দিলা বাটি
বিষৰ জালত পৃথিৱী যাই যাই ফাটি।
কালী ৰাজাক হাজাৰ তোলা বিষ দিলা,
ডাঁহিক সাত তোলা বিষ দিলা
কালান্তক আঠ তোলা বিষ দিলা,
গোমক সাত তোলা বিষ দিলা
কাৰশলাক সাত তোলা বিষ দিলা।
বিষ লৈয়া কাৰশলা বাঁশত চৰিলা।
এতেকে ডাঁহিৰ বিষ সবাতে ডাঙৰ
চাৰি তোলা বিষক খাইলে নিৰন্তৰ।
তিনি তোলা বিষৰ ঢোৰায়ে ভাগ পাইলা,
গোবৰত থৈয়া বিষ জলত নামিলা।
পুনু উঠি সৰ্পে বিষক লেপাইলা।
পাছে সৰ্পে সেই বিষ ফুৰন্ত বিচাৰি
কাল বিকাল দান্তসবে লৈলা সাঁৰি।
তাত পাছে মৰালিয়ে আছিলেক চাই,
অৱশেষ বিষমানে পেলাইলেক খাই।
সবাতো অধিক বিষ মৰালিয়ে পাইলা
এতেকে মৰালি বিষ নিদাৰুণ হৈলা।
পাছে গোঁসাই মাতিবাক লৈলা সৰ্পৰ মুখ চাই,
ইসব বিষক থৈয়ো লুকুৱাই।
কালকণ বেলা তই মনুষ্য মৰিবি,
সেই সময়ত তই বিষ বাকি দিবি।
তোৰ মোৰ সংবাদ শুনয়ে যিটো নৰে,
ইসব গুচিব নিৰন্তৰে।

শিৱই কালীসৰ্পক মলয়াগিৰি পৰ্ব্বতত ৰজা পতা আৰু মৰালিয়ে কালী-ৰজাক দংশাৰ এটি বিচিত্ৰ কাহিনী তলৰ পদবোৰত আছে—

তীব্ৰ নখেৰে গোঁসাই আচোৰক দিল
কাল বিকাল দুই খান জিহ্বা ভৈল।
কাল আদি দুই ভাই হৈ থাকা ৰাজা
পুত্ৰ ভাবে পালি থাকা সৰ্ব্ব প্ৰজা।
কালি ৰূপে বিকালৰ নাতি
তোৰ জানো মই জনম জাতি।
গোঁসাইৰ আজ্ঞায়ে সৰ্প পৰ্ব্বতক গৈলা
সৰ্পৰ অলঙ্কাৰে ঘৰক সাজিলা।
সৰ্পৰ মাৰ্বলি, সৰ্পৰ জেঠি,
সৰ্পৰ ৰুৱা, সৰ্পৰ খুটা,
মলয়গিৰি পৰ্ব্বতত হৈল কালী ৰাজা।
বসি আছে একাসনে সবে তোত থাটে।
ৰত্নময় শয্যাখান ভৈলা সৰ্পৰ অলংকাৰ
ত্ৰিজগতৰ সৰ্পগণে তাঙ্ক সেৱা কৰে।
সৰ্পৰ খাট সৰ্পৰ কাঠ সৰ্পৰ তুলি
সৰ্পৰ পাটি গাৰু, সৰ্পৰ সাঁজুলি।
সেই শয্যা মাজে থাকে কালী সৰ্প ৰাজা
একাসনে সৰ্ব্বদাই পালি থাকে প্ৰজা।
পদুমণি নামে যাৰ মুখ্য পাটেশ্বৰী
তেওঁকো পথকে থাকে সৰ্পে সেৱা কৰি।
পদুমণি কুঁৱৰী ভৈলা
কালী ৰাজাৰ সকল গাৱতে তাৰ সৰ্প অলঙ্কাৰ,
সৰ্ব্ব গাৱে পিন্ধি থাকে সৰ্প বালা।
সৰ্পেসে আওল ধাৰ কৰন্ত ভোজন।
সৰ্প প্ৰতিপাল থাকে পদুমণি কুমাৰী
সৰ্ব্বদায়ে থাকে আঙ্ক সৰ্পেসে আওল মাৰি।
নিত্যে তাৰ আনন্দতে দিন যাই,
কুৱঁৰীয়ো থাকে সেৱা কৰি কালীদেৱৰ ঠাই,
কত কাল আনন্দতে দিন বহি গৈলা
কালীদেৱ ৰাজাৰ মৃত্যু আসি ভৈলা।
জান্দু পাৰি তাঁহিয়ে বুলিলা বচন
একো কাল ৰাজাৰ নাহিকে মৰণ।
দিকপালসৱে ৰাজাৰ কথা কয়
ৰাজ মৰণনে বিষ পানীকৃত্য হয়।
লহ লহ জিহ্বা তোৰ লহ লহ মাথা,
গোঁসাইৰ আজ্ঞায়ে কহো কালীদেৱৰ কথা।
কালীদেৱৰ কথা জিয়েমন্ত কৰি,
জাৰিলো আমকোৰ বিষ পানীকৃত্য কৰি।
জাৰিলো বিষ মই কাল বিকাল,
মাৰি যা বিষ তই সপ্ত পাতাল।

নাম পুতাই নাম যে দুৱাবে
খালি পুতাই সে সে দুৱাবে নাম।
ডাঁহিয়ে মাতিবে লৈলা পদুমণিৰ মুখ চাই,
ৰাজাৰ মৃত্যুক মই নেদেখোঁ উপায়।
কৈতবা দংশিলে ৰাজাৰে, হেৰিব কমন বিনাশ।
বিশ্বাস স্থানত আই সুধিবা বচন
তান সেৱা কৰি মই আছোঁ সৰ্ব্বক্ষণ।
কৈতবা দংশিলে মৃত্যু হোৱে গৈয়া সাধা
ৰাত্ৰিদিনে সেৱা কৰি থাকে তান পাশে
ইটো ভাল মন্দ কথা সুধিবাক লাগে।
এহি বুলি পদুমণিক বুলিলা বচন
নমস্কাৰ কৰি ডাঁহি আপোন থানে গৈলা।
শয্যাৰ স্থানত ৰাজা থাকে নিদ্ৰা কৰি
ধীৰে ধীৰে চলি গৈলা পদুমণি কুমাৰী।
মাথাত ওৰণি সঙ্কোচিত কাই
পদুমণি কুঁৱৰী গৈল কাহাঁদিৰ ঠাই।
মাথা চপৰাই ৰাজাৰ পায়ে পৰি,
শয্যা মাজে চৰিয়া বসিলা পটেশ্বৰী।
তুমি আমি আচ্ছা মাত্ৰ নাহি একো জন
বিশ্বাস স্থানত থাটো কাহিয়ো কাৰণ।
অনেক সৰ্পসনে সেৱে তোমাৰ চৰণ
এহি সৰ্পে দংশিলে তোমাৰ মৰণ নাহি।
কৈত কৈত থালে মৃত্যু হোৱে কাহিয়ো নিশ্চয়।
ৰাজা বোলে শুই মোৰ প্ৰিয়া পটেশ্বৰী,
নাভিত দংশিলে মই এতেকে যাওঁ মৰি।
ক্ৰুৰ সৰ্প জাতি ক্ৰোধত শকত,
তোমাৰ মোৰ কথা নকইবা লোকত।
ডাঁহিত পদুমণি সকলো কহিলা
হেন শুনি ডাঁহিৰ ৰঙ্গ ভৈল মন।
মৰালিক মাতি আনি বুলিলা বচন।
সৰ্প মৰালিয়ে শুনি পাছে কৰিলা গমন।
ধীৰে ধীৰে চলি চাই ৰাজাৰ মন্দিৰে
আছন্তে কালীৰাজা শয্যাৰ ওপৰে।
দেখি মৰালিয়ে ক্ৰোধে লৈলা চলি,
তিলেক কায়োৰ ক্ষেত্ত গোটা মেলি,
ৰাজাৰ গাৱত তেখনে লৈলা ছুলি,
বিষ-জাগি, তেখনে ৰাজা লৈলা মৰি।
উঠিলিল জাগি লৈল সকলো নগৰী।
পদুমণি আছে বৰ ভিতৰে,
স্বামীৰ মৰণ শুনি বাহিলা সত্বৰে॥

কান্দিতে লাগিলা বাণী হিয়া ভুকুৱাই।
মনে মনে সৰ্পক চাই শাপিল কুঁৱৰী॥
একো কালে *সৰ্প বিষ নগৈল মৰি।
কান্দিল অনেক শোকে পাথিবীত পৰি॥
মৰ্বালিৰ গাৱত তেখেনে টৌল চৰি।
পদ্মমণিৰ গাৱত সহস্ৰ পথ আছে॥
মোৰ শাপে তই হতশ্ৰী হইবি।
আন সাপ পথে বংশক নপাইবি॥
মহাশোকে সতী যেবে সাপক শাপিলা।
জাৰিলো আমাৰ সৰ্ব্ব সৰ্পৰ বিষ পানীকৃত ভৈলা॥

ওপৰৰ বৰ্ণনাত পদ্মমণি বা পদ্মিনীক কালীৰজাৰ পটেশ্বৰী কৰা এক নতুন আখ্যান। বহু কিম্বদন্তীৰ লগত সংমিশ্ৰণ ঘটি এইবোৰ আখ্যানৰ সৃষ্টি হৈছে। ভালেমান মন্ত্ৰত মনসা দেৱী আৰু বিষহৰি অধিষ্ঠাত্ৰী দেৱী। এই-বোৰৰপৰা মনসাপূজাৰ ব্যাপক প্ৰচলন সূচিত হয়। কোনো কোনো মন্ত্ৰত নেতাই ধুবুনীৰো উল্লেখ আছে। এটি সাপৰ মন্ত্ৰত আছে,—

ধোবাৰ পুখুৰী ধুবুনী
কাপোৰ ধুই আছিলে
নিতাই পো সৰ্পে খালে
সৰ্পে খাই কৰিব কি
মই জানো মহাদেউ ঈশ্বৰৰ গুণ।

## ধৰ্ম্মপূজা

অধ্যাপক সুকুমাৰ সেনৰ মতে ধৰ্ম্মদেৱতাৰ উৎপত্তি বহুমুখ, অৰ্থাৎ বিভিন্ন সময়ত বিভিন্ন দেৱ-ভাৱনা আৰু দৈৱ-চিন্তা মিহলি হৈ ধৰ্ম্ম-দেৱতাৰ সৃষ্টি হৈছে। ক্ষেত্ৰ বিশেষে ধৰ্ম্ম সূৰ্য্য দেৱতা, যম দেৱতা, বৰুণ দেৱতা, কুৰ্ম্ম দেৱতা শূন্য মূৰ্ত্তি দেৱতা, অশ্বাৰোহী যোদ্ধা দেৱতা, গোৰূপ দেৱতা আৰু শ্বেত-পক্ষী দেৱতা, ('পশ্চিমবঙ্গৰ সংস্কৃতি' নামৰ পুথিত থকা অধ্যাপক সুকুমাৰ সেনৰ ধৰ্ম্মঠাকুৰ ও মনসা প্ৰবন্ধ)।

অসমত শূন্য মূৰ্ত্তি দেৱতা স্বৰূপে ধৰ্ম্মপূজাৰ প্ৰচলনৰ পৰিচয় পোৱা গৈছে। মন্ত্ৰ সাহিত্যত যমৰ উল্লেখ আছে যদিও ধৰ্ম্ম আৰু যম যে একে, সেই কথা নিশ্চিতভাৱে কোৱা টান। বড়োসকলৰ মাজত ধৰ্ম্মই মৰা গৰুৰ ৰূপ

* ড° সত্যেন্দ্ৰনাথ শৰ্ম্মা আৰু ড° মহেশ্বৰ নেওগে অসমত ধৰ্ম্মপূজাৰ বিষয়ে আলোচনা কৰিছে, ইয়াত নতুন তথ্য পাঠিৰ ইঙ্গিতহে দিয়া হৈছে।

লোৱাৰ কাহিনী প্ৰচলিত আছে (ধৰ্ম্ম ঠাকুৰ ও মনসা)। ইয়েই সম্ভৱ ধৰ্ম্ম-দেৱতাৰ গো-ৰূপ।

* বৰপেটাৰ কথা গুৰুচৰিতত শঙ্কৰদেৱৰ সৈতে অনন্ত কন্দলিৰ সাক্ষাত প্ৰসঙ্গত কন্দলিয়ে বৃষভৰূপৰ ধৰ্ম্ম-পূজা কৰা বিৱৰণ তলৰ দৰে আছে,—

"আৰু পোতনি পাৰ্থাৰি সৈ ননৈৰ জলাহৱে মাজ পৰ্ব্বতৰ নিকটে অনন্ত কন্দলীৰ গৃহ বাৰি। খ্যাত মহাপণ্ডিত পুৰাণ ভাৰত ভাগৱত, বেদ জ্যোতিষত পাৰ্গত, তথাপি হৰি বিমুখ শাক্ত ধৰ্ম্মক পূজে। সন্তোষ হৈ পূজা যত্ন হৈ বৃষভ স্বৰূপে গ্ৰহণ কৰে নিতে। তাবাৰ পত্নীটি মহা শান্তি, বিষ্ণু ভক্তা, অশোকৰ বিপ্ৰ পত্নীৰ সাদৃশ। আএ নিতে হৰি গুণ গাই গুৰুজনৰ মহাত্মা উৎকৰিয়া কৰি থাকে। বিপ্ৰে নসই গুণৰ লগাই মাৰিলে। সেই দিনৰে পৰা পূজে নোহলাইও নাখাইও। পূজা নলয় যেন আমি মনত কষ্ট বিপ্ৰৰ। আই একদিনা স্বামীত সুধিলে বোলে তোমাৰ দেখোঁ মনত কষ্ট? বোলে কি সোধ মই যাক পূজিছিলো চৈতন্য ৰূপে লৈছিল। তোক মাৰিবৰ পৰা নোলাই নখাইও। পাচে আএ বোলে যাৰ বস্তু তলৈ গল। বোলে ক'বলো? বোলে শ্ৰীশঙ্কৰ ৰূপে হৰি অৱতাৰ পূৰ্ব্বে বৰদুৱাত তলৈকে গল। কন্দলী সেই বেশেই গৈল। যাই দেখে গুৰুজন বসি আছে হৰি কথা চৰ্চ্চি ভক্তে সমে। পাছতে ধৰ্ম্ম পৰি আছে কাঁপনা গো ৰূপে। দেখি বিপ্ৰৰ নোম শিহৰি প্ৰেম কৰি আছিল। তেনে মহাপুৰুষে গুৰু বোলে মধুভাৰতী দেখো অহা যায়? তোমা মহা ভাগৱত বক্তা পণ্ডিতৰ মধ্যে শিৰোমণি। তেহে বিপ্ৰে নম্ৰভাএ পৰি বোলে বাপ দৰশনবো কাৰ্য্য আৰু আমি ধৰ্ম্মক পূজিছিলো উন্ধৰা হৈ পূজা লৈ গ্ৰহণ কৰিছিল। তাত দেখোঁ আছেহি। তত পূজাহে হয় নাই। বোলে তোমাৰ যদি হয় নিয়া যক। আমি অনা নাই। তেহে বিপ্ৰে সেৱাকে স্তুতি নতি কৰি ধৰি তুলিব খোজে লোমো লাৰিব নাপাৰি অধোমুখে পচি গল। সৈ ব্ৰাহ্মণীক বোলে হয় ধৰ্ম্মগুৰু মোৰ আছেগৈ। আৰু তই যাব গুণ শীল বখান ঈশ্বৰেই হয়। তাবাক অনুৱাকে তোক মধাত হে মোক এৰিবলে ধৰ্ম্মে। তাৰে পৰা নিতে সৈ ভাগৱত কৈ নাম লয়।"

পূৰ্ব্বেই অসমত ধৰ্ম্ম-পূজাৰ প্ৰচলনৰ বিষয়ে মনসাকাব্যৰ পাতনিত উল্লেখ কৰা হৈছে। মন্ত্ৰ-সাহিত্যৰ ভালেমান ঠাইত ধৰ্ম্ম-পূজাৰ উল্লেখ আছে। চোৰ-ধৰামন্ত্ৰত ধৰ্ম্মৰ বিষয়ে তলৰ দৰে আছে,—

ধৰ্ম্ম ধৰ্ম্ম মহাধৰ্ম্ম ধৰ্ম্মক ধাৰ্ম্ম দেখে
আপুনি মহাদেউ সৃষ্টি কৰি আশিৰ্ব্বাদে ধানৰ গৌড়,
বিশ্বকৰ্ম্মাই দিলে ঢেঁকী তাতে ধান বানে ধৰ্ম্মই বাঁহ।
সেই চাউল জাৰি যাঁত দিলে মুঠি মুঠি কৰি,
চোৰৰ যাব গাল কাটি, চোৰক এৰি নিচোৰক খব,
ধৰ্ম্মৰ আজ্ঞা পূৰৰ ময়কত পৰ।

ভূত-পিশাচ খেদোৱা মন্ত্ৰত আছে,—

আদি বন্দো, অনাদি বন্দো
বন্দো ধৰ্ম্মৰ পাৱ,

ব্ৰহ্মা বিষ্ণু সবাকে বন্দো
বন্দো নৰসিংহ বাপ।

## শিৱ

শিৱ সম্বন্ধে ভালেমান সৰু বৰ আখ্যান মন্ত্ৰত সিঁচৰিত হৈ আছে। এই আখ্যানবোৰত শিৱ গ্ৰাম্য দেৱতালৈ ৰূপান্তৰিত হৈছে। শিৱৰ গ্ৰাম্য-ৰূপ খোবা-খুৰুনী মন্ত্ৰত বিশেষ ভাৱে প্ৰকাশ পাইছে। শিৱ সম্বন্ধে তলৰ আখ্যান গৰু-কৰাতি পুথিত আছে,—

সন্ন্যাসীৰ বেশ ধৰি মহেশ্বৰ
সেহি বেলা ধন্বন্তৰী গৈলা মহেশ্বৰ ঠাই,
তা দেখি ধ্যান ভংগ ভৈলা
বৈদ্য ধন্বন্তৰীক মাতি শুনিবাক গৈলা।
মহেশ্বৰে বোলে বৈদ্য ধনন্তৰীক
কি কাৰ্য্যে আসিলা আমাৰ ঠাই।
বৈদ্য বোলে শুনা মোৰ কি কাৰ্য্য
নৰ মনুষ্যক হিংসা কৰে
দেৱে দৈত্যে একে ঠাই হুই।
আৰু এক কথা ভৈলা শুনা
তাক কওঁ শৰহৰা মন্দকৰা
বেদৰ বাহিৰ চুৰচণ্ড বাণ
কোৰাণ কিতাপৰ গাঁঠিত স্ৰজিলা কোন ঠাই।
ব্ৰহ্মা বোলে চাৰি বেদ জানো মই
ইহাৰ বাহিৰ গাঁঠি নাজানো মই।
আলোচিয়া দুয়ো বিষ্ণুৰ পাশে গৈলা
ব্ৰহ্মা হৰক দেখি আসন দিয়াইলা,
তাত বসি দুয়োজন কহিবাক লৈলা॥
হে বিষ্ণু ভগৱন্ত জগতৰ অধিকাৰী।
চৈধ্যভাল পৃথিবীৰ সমস্ত আছা জানি।
নানাবিধ ব্যাধি, বিষ প্ৰেত, পিশাচ
দৈত্য, দানৱ, বেদৰ বাহিৰ গাঁঠি যত
ই সবে মনুষ্যক মাৰে নানা মতে।
বিষ্ণু বোলে দুইকো চাই,
ইসব গাঁঠিৰ কথা নজানোহে মই।

---

১ অসমীয়া বিয়ানামতো ধন্বৰ উল্লেখ আছে—"মাথা লেঙ্গাই ভুলি লোৱা ধন্বন্তৰ ভেকেলি।"

আলোচিয়া তিনজন উত্তৰ দিশে গৈলা
লোকালোক এড়াইলা।
চক্ৰ মাৰি গৈলা পাছে
জলথান পাইলা।
বসি আছে পূৰ্ণ ব্ৰহ্ম অনন্ত শয্যাত
হাজাৰ স্তম্ভ প্ৰকাণ্ড স্ফটিকৰ
উৎকৃষ্ট বহল ঘৰ জ্বলি সুবৰ্ণৰ।
বিয়াল্লিশ কোটি চন্দ্ৰাতপ আঁৰি আছে ওপৰত।
ঝিলিমিলি পেচন্দাৰ দেখিতে সুন্দৰ।
যেন ৰূপে আছে বেদে অন্তক নপাই।
পাছে কৰযোড়ে ৰহি আছে তিনিজন
দেখি ভগৱন্তে সুধিবাক লৈলা।
হে ব্ৰহ্মা, বিষ্ণু হৰ
কি কাৰ্য্যে আসিলা আমাৰ ঠাই
পাছে তিনিজন বসিবাক লৈলা।
হে পিতৃ অধিকাৰী পাতিলা আমাক
ৰাখিতে নপাৰো সৃষ্টি
সবাকে বিচাৰ এৰি আইলো
পৃথিবীৰ মনুষ্যক ৰাখিতে নপাৰো।
বেদৰ বাহিৰ গাঁঠি স্ৰজিলা কোন ঠাই।
বেদৰ বাহিৰ অবীতিয়া গাঁঠি
উপাক পাক সবে মাৰে মনুষ্যক খাই।
আমাক নকৰে মান
বেদত নুশুনে
স্ৰজিলা বৈদ্য ধন্বন্তৰী নামে।
অথৰ্ব্ব বেদ দিলো তাৰ হাতে।
গুৰুক সুমৰি সিদ্ধ মন্ত্ৰ পাই।
তথাপিতো গাঁঠিৰ চুভশ্প নাই॥
ঈশ্বৰে বোলে শুনিও কাহিনী।
তিনিজনে সৃষ্টি কৰিলা যেখানি
চাৰি সন্ন্যাসী আসি মোত মাগি নিল
চাৰি হাজাৰ হৰা,
তিনি হাজাৰ কৰমা,
পঞ্চাশ হাজাৰ চুৰ
নিখৰ্ব্ব হাজাৰ শৰ,
নৱ কোটি গুৱাল,
ব্যালিশ কোটি গাঁঠি,
চল্লিশ কোটি মুঠি,
তিৰিশ কোটি চুৰ,
বত্ৰিশ কোটি হাজাৰ দণ্ড,

সত্তৰ হাজাৰ বায়ু,
এহি খানি নিয়া
দিলা মনুষ্যৰ মাজত।
ওৰাণ কোৰাণ কিতাপৰ গাঁঠি অসংখ্যাত
এহি বলি ঈশ্বৰে নামাতিয়া বৈলা,
তিনিজনে প্ৰণাম কৰি কহিবাক লৈলা
নযাওঁ সত্যে সত্যে দৰ্ষ্টিত নাহি কাৰ্য্য
বেদৰ বাহিৰে গাঁঠি আমাক কৰে লাজ।

## গণেশ পূজা

গণেশ পূজা বহলভাৱে প্ৰচলিত হৈছিল। বহু মন্ত্ৰৰ সিদ্ধিদাতা দেৱতা হৈছে গণেশ। এটি মন্ত্ৰৰ সাধন ক্ৰিয়া প্ৰসংগত আছে—

পুষ্যানক্ষত্ৰত বাহকৰ মূলত অন্তৰিক্ষ মন্ত্ৰ জপি তুলি আনি আঠ আঙুল প্ৰমাণ গণেশ প্ৰতিমা কৰি ধংগা কৰবীৰ ফুলেৰে গণেশ মন্ত্ৰেৰে পূজিব কৰ্ম্ম সিদ্ধি হয়।

গৰ্ভ দুখ, প্ৰসৱ-বেদনা, গৰ্ভ-স্ৰাব দূৰ কৰিবলৈ ভালেমান গণেশ মন্ত্ৰ আছে।

## বিষ্ণু-বাসুদেৱ পূজা[1]

বহুমন্ত্ৰ বিষ্ণুৰ অৰ্চ্চনামূলক পদৰে আৰম্ভ হৈছে আৰু বিষ্ণুৱে ডাকিনী-যোগিনী আদিক দূৰ কৰিবলৈ কৰা চেষ্টাৰ বিৱৰণ আছে। বিষ্ণু আৰু বাসুদেৱৰ নামৰ সূকীয়া মন্ত্ৰও আছে। এইবোৰৰপৰা বিষ্ণু আৰু বাসুদেৱ পূজাৰ প্ৰচলন অনুমান কৰিব পাৰি।

পাশুপাত অস্ত্ৰ বিষয়ক মন্ত্ৰৰ দৰে সুদৰ্শন চক্ৰক বহু মন্ত্ৰত পূজা-অৰ্চ্চনাও কৰা হৈছে। সুদৰ্শন চক্ৰ সম্বন্ধে তলৰ লৌকিক আখ্যানটি প্ৰণিধানযোগ্য—

চৰাচৰ জগতৰ তেজ বল হৰি।
প্ৰকাশ কৰন্ত সুদৰ্শন চক্ৰ মূৰ্ত্তি ধৰি॥
যুগান্তৰ অগ্নি যেন কাল আদি অন্ত।
সেই চক্ৰ হাতে ধৰি গুপ্তেন্ত ঈশ্বৰে॥

---

[1] ডঃ মহেশ্বৰ নেওগে বাসুদেৱ পূজা সম্বন্ধে বহলা আলোচনা কৰিছে।

সৃজিলো ব্ৰহ্মাণ্ড আৰু ব্ৰহ্মা পুৰন্দৰ,
দেৱ ঋষি সিদ্ধ মুনি যক্ষ বিদ্যাধৰ॥
পশুপক্ষী তৰু তৃণ নাগ জলেশ্বৰ।
সিংহ ব্যাঘ্ৰ ঘোঙা ভালুক মানৱ।
ই সবক আদি কৰি মনুষ্য সৃজিলো।
পৃথিৱী মণ্ডলে মনুষ্যক ঠাই দিলো।
সেহি মনুষ্যক ভূত প্ৰেত নিয়ে মাৰি।
সৃষ্টি যেন মতে ৰাখো গুণন্ত মুৰাৰি।
হৃক শুনাই প্ৰভু বুলিলা বচন।
শুন শুন বাক্য মোৰ চক্ৰ সুদৰ্শন।
মনুষ্যকে ৰাখা তুমি দানৱক মাৰি।
তুমি ৰক্ষা নকৰিলে ৰাখিতে নপাৰি।
আক লাগি চক্ৰ তুমি পৃথিৱীক যাও।
ভূত প্ৰেত দানৱক সংহাৰি পেলাও।
সুদৰ্শন চক্ৰে গোঁসাইক কৰি নমস্কাৰ।
মহাকোপে দানৱক গৰ্জিলা অপাৰ।

সুদৰ্শন চক্ৰ অতি শক্তিশালী ই দেৱতা-অপদেৱতা সকলোৰে ওপৰত সমানে ক্ষমতা প্ৰকাশ কৰিব পাৰে। এটি মন্ত্ৰত ইন্দ্ৰ বৰুণ কুবেৰ আনকি মহাদেৱেও সুদৰ্শন চক্ৰক সন্মান জনোৱাৰ উল্লেখ আছে। যথা,-

গৌৰী সহ শঙ্কৰে চক্ৰক কৰে সেৱ।
কৃতাঞ্জলি কৰি পাছে মাতি মহাদেৱ।
নমো সুদৰ্শন চক্ৰ নমো জ্যোতিৰ্ময়।
ক্ষণেকে কৰিব পাৰে জগত প্ৰলয়।
দৈত্য অন্তকাৰী ত্ৰিকূটৰ ধৰমাৰ।
কিবা কাৰ্য্যে আসি আছা পালক আমাৰ।
সুদৰ্শন চক্ৰে বোলে শুনা ত্ৰিলোচন।
তুমি ভূত প্ৰেত পিশাচৰ অধিকাৰী।
সেই ভূত প্ৰেতে মনুষ্যক কৰে ক্ষয়।
ৰাখা তুমি নকৰা ত্ৰিলোচন।
সেই ভূত প্ৰেত পিশাচক দিয়া ধৰি।
যিটো ভূত প্ৰেত পিশাচ মনুষ্যৰ বৈৰী।
শুনি হৰে সুদৰ্শন চক্ৰৰ বচন।
যিতাৰি আনিলে ধৰি ভূত প্ৰেতগণ।
যিটো ভূতগণে মনুষ্যক হিংসা কৰে।
সুদৰ্শন চক্ৰৰ আগত দিলা হৰে।

সুদৰ্শন চক্ৰৰ দৰে ৰঙ্কো অতি ঐন্দ্ৰজালিক শক্তি-সম্পন্ন দেৱতা বুলি

বিশ্বাস কৰা হৈছিল।[১] নানা অপায় অমংগল আৰু অপদেৱতা আদিৰপৰা ৰক্ষা পাবলৈ যন্ত্ৰমন্ত্ৰ প্ৰয়োগ কৰা হয়।

## নৰসিংহ পূজা

খৃষ্টীয় দ্বাদশ শতাব্দীত শিলত কটা কেইবাটাও নৰসিংহৰ মূৰ্ত্তি অসমত আবিষ্কৃত হৈছে (A Cultural History of Assam পৃঃ ১৯০)। মূৰ্ত্তিৰ আকৃতি প্ৰকৃতি লক্ষ্য কৰিলে এইবোৰ পূজা-অৰ্চ্চনাৰ মূৰ্ত্তি বুলি অনুমান হয়। মধ্যযুগৰ অসমত যে নৰসিংহ পূজা চলিছিল সেইকথা মন্ত্ৰপুথিৰ পৰাও অনুমান কৰিব পাৰি। বহু মন্ত্ৰৰ প্ৰধান দেৱতা নৰসিংহ। এটি মন্ত্ৰত আছে,—

শ্ৰীশ্ৰীনৰসিংহায় নমঃ।
নৰসিংহ নৰসিংহ পাণ্ড ভাই,
ফটিকৰ স্তম্ভত আছিলা লুকাই।
ফটিকৰ স্তম্ভ গোট ভৈলা চিৰাচিৰ
তাৰ পৰা উপজিল নৰসিংহ মহাবীৰ।
উপজিয়া নৰসিংহ দশো দিশ চাই
আসিয়া বসিল নৰসিংহ ধ্যানে,
সত্য ভুবনে সুধা ধৰি হৰ দেৱী কায,
ঈশ্বৰ আজ্ঞায় যত গিৰি নদী পৰ্ব্বত শুকোয়।

অন্য এটি মন্ত্ৰত আছে,—

ওঁ নমো নৰসিংহায় হিৰণ্যকশিপু বক্ষঃস্থল বিদাৰণায় ত্ৰিভুবন ব্যাপকায়। ভূতপ্ৰেত পিশাচ ডাকিনী কুলোন্মূলনায় স্তম্ভোদ্ভবায় সমস্ত দোষান্ হৰ হৰ বিসৰ পচ পচ হন হন কম্পয় মথ মথ হ্ৰী হ্ৰী হ্ৰী ফট্ ঠঃ ঠঃ এহোহি ৰুদ্ৰ আজ্ঞাপয়তি স্বাহা (কামৰূপ তন্ত্ৰ, পৃষ্ঠা ১০৮)।

## হয়গ্ৰীৱ পূজা

A Cultural History of Assam আৰু Early Geography of Assam নামৰ গ্ৰন্থত হিন্দু দেৱতা হয়গ্ৰীৱৰ আখ্যান আৰু পূজা সম্বন্ধে আলোচনা কৰা হৈছে। বজ্ৰযান বৌদ্ধ ধৰ্ম্মতো দুজন হয়গ্ৰীৱ দেৱতাৰ উল্লেখ পোৱা যায়। এজন অমিতাভ কুলৰ আৰু আনজন অক্ষোভ্য-কুলৰ হয়গ্ৰীৱ দেৱতা। দুইজন দেৱতা ভীষণ আকৃতিৰ। মন্ত্ৰ-পুথিত উল্লেখ থকা হয়গ্ৰীৱ

---

[১] Dr N J Shende *The Foundations of the Atharvanic Religion*, p 379

কোন শাৰীৰ ধৰা টান। অৱশ্যে পিশাচমন্ত্ৰত হিন্দু দেৱ-দেৱীৰ লগতে হয়গ্ৰীৱৰ উল্লেখ কৰা হৈছে।

হৃদয়ত বাসুদেৱে ৰাখন্তে সদাই'
দুই হাতে ৰক্ষা কৰা বীৰ হয়গ্ৰীৱ॥

সুদৰ্শন চক্ৰ কৰ্বাতিতো সেই একে বৰ্ণনাই আছে।

## গোৰক্ষনাথ পূজা

অসমত নাথধৰ্ম্ম কেতিয়াৰপৰা প্ৰচাৰিত হ'ল কোৱা টান। মাধৱ কন্দলিৰ ৰামায়ণত আৰু কথা গুৰুচৰিতত মাধৱদেৱৰ জীৱনী প্ৰসঙ্গত যোগী সম্প্ৰদায়ৰ উল্লেখ আছে।

কুহিয়াৰ চিকুন মুগী।
মানুহ চিকুন যোগী॥

ঠিয় পোতা যোগী আদি প্ৰাচীন প্ৰবাদত যোগীৰ উল্লেখ আছে। কোনো কোনো মন্ত্ৰত গোৰক্ষনাথৰ নাম পোৱা যায়। বড়হেঙ্গুলীমন্ত্ৰত হেঙ্গুলীক প্ৰাণ দিবৰ কাৰণে গোৰক্ষনাথৰ নাম লোৱা হৈছে,—

উথ স্বামী গোৰক্ষনাথ বাছা ফুত।

সৰ্ব্বঢাকমন্ত্ৰৰ মঙ্গলাচৰণত আছে—

শ্ৰীকৃষ্ণং পুণ্ডৰীকাক্ষং গোৰক্ষনাথং হৰি হৰি চৰণং।

সেই মন্ত্ৰতে ব্যাধিৰ জন্ম বৃত্তান্তত আছে,—

অৰে অৰে ব্যাধি শুনে কৰ্ণ পাতি
মহাদেৱৰ পুত্ৰ গোৰক্ষৰ নাতি
তোৰ কণ্ঠ মই জনম জাতি।
খাওন, পিওন, অশুদ্ধ হাত,
অমুকোক ৰক্ষা কৰে শ্ৰীগোৰক্ষনাথ। (কামৰত্ন তন্ত্ৰ, ১০০ পৃষ্ঠা)

## দেৱী পূজা

অসমত দেৱী পূজাৰ প্ৰচলনৰ বিষয়ে বিভিন্ন পুৰাণ আৰু তন্ত্ৰত থকা কথা অন্য ঠাইত আলোচিত হৈছে। মন্ত্ৰ-সাহিত্যৰপৰাও দেৱীপূজাৰ বিষয়ে কিছু কথা জানিব পাৰি। বহু মন্ত্ৰত শিৱৰ লগতে পাৰ্ব্বতী, গৌৰী আদিৰ

উল্লেখ আছে, কামাখ্যা বহু মন্ত্ৰৰ অধিষ্ঠাত্ৰী দেৱী। এইবোৰ মন্ত্ৰত, "সিদ্ধ গুৰুৰ পাৱ, ৰক্ষা কৰা কামৰূপৰ কামাখ্যা মাৱ" বচন আছে। মহাদেৱী কালিকা, চামুণ্ডা, মহিষমৰ্দ্দিনী, নৃমুণ্ডমালিনী, চণ্ডিকা, চণ্ডী, কমলা, ফুলেশ্বৰী আদি দেৱীৰ নাম পোৱা যায়। মন্ত্ৰ সাধনত এই দেৱীসকলে কি দৰে সহায় কৰে সেই কথা মন্ত্ৰৰ মাজতে আছে।

## সূৰ্য্য আৰু নৱগ্ৰহ পূজা

মধ্যযুগৰ অসমত সূৰ্য্য আৰু নৱগ্ৰহৰ স্বতন্ত্ৰ পূজা চলিছিল। মন্ত্ৰ-সাহিত্যত এই পূজা প্ৰচলনৰ উল্লেখ আছে।

## থান পীঠ নদ-নদী বৃক্ষ আদি পূজা

মধ্যযুগত অসমত ভালেমান তীৰ্থস্থান গঢ়ি উঠিছিল। এই বোৰক সাধাৰণতে থান অথবা পীঠ, আখ্যান দিয়া হৈছিল। কামাখ্যা শ্ৰেষ্ঠ পীঠ হৈছিল। প্ৰায়বোৰ মন্ত্ৰতে কামাখ্যা দেৱী আৰু কামাখ্যা পীঠৰ উল্লেখ আছে। কোনো কোনো মন্ত্ৰত লৌহিত্যৰ পূজাৰ উল্লেখ পোৱা যায়। মৎস্য কৰ্ম্মত আছে –

গঙ্গা আদি কৰি যতেক তীৰ্থক প্ৰণাম কৰো।
শ্ৰীলৌহিত প্ৰণাম কৰো এক ঠাই।

## গুৰুবাদ

মন্ত্ৰ-সাহিত্যত গুৰুক প্ৰাধান্য দিয়া হৈছে। গুৰুৰ ইচ্ছাতহে মন্ত্ৰ সিদ্ধ হয়—এই বিশ্বাস বহুল প্ৰচাৰিত।

গুৰু-সম্বন্ধীয় কেইটিমান পদ বিভিন্ন মন্ত্ৰ-পুথিৰপৰা উদ্ধৃত কৰি দিয়া হ'ল

গুৰুক সুমৰি সাত প্ৰহৰৰ বাট যাওঁ (কবীত পুথি)
গুৰুৰ আজ্ঞাক মই শিৰত যে ধৰি
কুমন্ত্ৰ বিৰধাণ মাৰো উৎস কৰি।

কোনো কোনো মন্ত্ৰত সিদ্ধ আৰু সন্ন্যাসীৰ নাম উল্লেখ আছে—তাৰ ভিতৰত বাৰ্মাগিৰি সন্ন্যাসীৰ নাম প্ৰধান।

বাৰ্মাগিৰি সন্ন্যাসীৰ আজ্ঞায়ে দুই বিষ জানো
কাল কুট হৰা পানী কৰি মাৰে। (ধৈৰ্য্য কৰতি)
মোৰ বচন বাৰ্মাগিৰি সন্ন্যাসীৰ ডাক।
বিষ কৰিলে হৰা তাৰ গাৰ লাগিয়া থাক॥

## সৃষ্টি তত্ত্ব

মন্ত্ৰবোৰৰ অ ত ‿ ‿ সৃষ্টি সম্বন্ধীয় আখ্যান সিঁচৰতি হৈ আছে। গদ্য কৰতি মন্ত্ৰত আছে -

একেশ্বৰ আছা এই আদি নিৰঞ্জন।
সৃষ্টি নাহি আমাকো নকৰে শোভন॥
এই বুলি গোসাঁইৰ মন ভৈলা।
নাভি কমলত ব্ৰহ্ম উপজাইলা॥
সৃষ্টি কৰিবাক তিনিকো আদেশিলা।
আজ্ঞা পায়া সৃষ্টি তেখনে কৰিলা॥
চৈধ্য তলা পৃথিবীৰ বাৰ যেন ক্ৰম।
তোতক্ষণ সৃষ্টি কৰিলা নিয়ম॥
ব্ৰহ্মানে সৃজন্ত বিষ্ণুয়ে পালন্ত ৰুদ্ৰে সংহাৰন্ত।

ব্ৰহ্মা যে সৃষ্টিৰ স্ৰষ্টা সেই কথা নানা মন্ত্ৰত কোৱা হৈছে।

## বিবিধ ঐন্দ্ৰজালিক বা মায়াবিদ্যাৰ চৰ্চা

প্ৰাচীন অসম ঐন্দ্ৰজালিক বিদ্যাৰ কাৰণে প্ৰখ্যাত আছিল বুলি পূৰ্বে উল্লেখ কৰা হৈছে। মন্ত্ৰ সাহিত্যত এই বিদ্যাৰ ব্যাপক প্ৰচলনৰ বিৱৰণ আছে। এই ঐন্দ্ৰজালিক মন্ত্ৰ সাধাৰণতে দুবিধ এবিধ প্ৰাণীৰ সুখ সন্তোষ, স্বাস্থ্য আৰু মঙ্গল বিধানৰ কাৰণে ব্যৱহৃত হৈছিল। কুমন্ত্ৰ বা অভিচাৰ শত্ৰুৰ অমঙ্গল অপকাৰ আৰু অনিষ্ট সাধনত প্ৰয়োগ হয়।

প্ৰত্যেক মন্ত্ৰ সাধনৰ লগতে বিভিন্ন ক্ৰিয়া অনুষ্ঠান জড়িত আছে, মন্ত্ৰ প্ৰয়োগৰ বিশিষ্ট দিন বাৰ নক্ষত্ৰ আছে। সকলো মন্ত্ৰ সকলো মানুহে প্ৰয়োগ কৰিবও নোৱাৰে। কোনো কোনো মন্ত্ৰ জনজাতীয় লোকেহে ব্যৱহাৰ কৰিব পাৰে, কোনো তিৰোতাই আৰু কোনো কোনো মন্ত্ৰ কুমাৰী ছোৱালীয়ে সাধন

কৰিব লাগে। কোনো কোনো মন্ত্ৰৰ সাধনত মূৰ্ত্তি প্ৰতিষ্ঠা কৰা হয়। কোনো কোনো মন্ত্ৰ সিদ্ধিৰ কাৰণে বিভিন্ন ধৰণৰ ফুল, গছ পাতৰ প্ৰয়োজন হয়। পানী বহু মন্ত্ৰতে প্ৰয়োজন। পানীজৰা আৰু পানী কটাৰে বহু ৰোগ নিৰাময় কৰা হয়। কোনো কোনো মন্ত্ৰ জাৰিবৰ কাৰণে কমাৰৰ শাল, চণ্ডাল অথবা নীচকুলৰ লোকৰ গৃহৰপৰা পানী অনা হয়। কোনো কোনো মন্ত্ৰৰ সাধনতে জীৱ-জন্তুৰ তেজ, মঙহ, নখ, পাখী, মলমূত্ৰ ব্যৱহাৰ কৰা হয়। এই জীৱ-জন্তুৰ ভিতৰত কাউৰী, কুকুৰা, গাধ, কলীয়া বিড়ালী, কলীয়া ছাগলী, নেউল, তেজ-পিয়া, ফেঁচা, সাপ আৰু বিবিধ মাছৰ নাম পোৱা গৈছে। কোনো কোনো মন্ত্ৰত নিজৰ গাৰ তেজো উছৰ্গা কৰা হয়। গৰ্ভ-স্তম্ভন প্ৰসংগত অনামিকাৰ ৰক্তেৰে মন্ত্ৰ লিখাৰ কথা কৈছে।

কোন কোন উপকৰণৰ সহায়ত মন্ত্ৰ সিদ্ধ হয় তাক তলৰ উদ্ধৃতিৰ পৰা বুজিব পাৰি -

ঔষধ পোতা বাণ কাটো। তামোলত দিয়া বাণ কাটো।
গাখীৰত দিয়া বাণ কাটো। মউত দিয়া বাণ কাটো।
বৰচাত দিয়া বাণ কাটো। পশুৰ মাংসত দিযা বাণ কাটো।
চৰাইৰ মাংসত দিয়া বাণ কাটি কৰো খান খান।

(জল কৰাতি, পৃষ্ঠা ৩৪)

কোনো কোনো মন্ত্ৰৰ সাধনত অগ্নিৰ ব্যৱহাৰ আছে। এই জুই সাধাৰণতে তুঁহ[১] অথবা গছপাতেৰে ধৰা হয়। মন্ত্ৰৰ কাৰণে প্ৰযোজন হোৱা অগ্নি শ্মশানৰ চিতা, ধোবাৰ ঘৰৰ জুই অথবা উতলা ভাতৰ চৰুৰ তলৰ পৰা অনা হয় ( কামৰত্ন তন্ত্ৰ, পৃষ্ঠা ৩৬ )।

মুখভঙ্গা মন্ত্ৰ সাধনৰ সময়ত উতলা ভাতৰ চৰুৰ তললৈ মন্ত্ৰপূত সৰিযহ চটিওৱা হয়।

কোনো কোনো ক্ষেত্ৰত মানুহ বা জন্তুৰ প্ৰতিকৃতি সাজি তাত মন্ত্ৰ উচ্চাৰণ কৰা হয়। মানুহৰ নখ, দাঁত, ফটাকানিত মন্ত্ৰ মাতি মাটিত পুতি থোৱা হয। এইবোৰ সাধাৰণতে কুমন্ত্ৰ অথবা হৰা-কৰাতহে ব্যৱহাৰ হয়। যিবোৰ মন্ত্ৰৰ সিদ্ধি গাঁঠি আৰু চুৰৰ ওপৰত নিৰ্ভৰ কৰে সেই বোৰতো নানা ধৰণৰ

---

[১] বহাগ বিহুত গোহালিত তুঁহ আৰু মৰলীয়াশাকৰ জাগ (মৰণ) দিয়া হয়, প্ৰসূতীৰ কাষত তুঁহৰ জুই একুৰা ৰখা অসমীয়া গৃহস্থৰ নিয়ম।

According to Bloomfield the offering of chaff is the typical hostile sacrifice offered to the demons Ordinary sacrifice is offered to the gods, with ghee rice etc which contains substance The magical sacrifice is offered to the demons with chaff which is devoid of any substance" *The Religion and Philosophy of the Atharvaveda.*

বস্তুৰ প্ৰয়োগ আছে। মন্ত্ৰ-পুথিয়ে অসংখ্য চুৰ, গাঁঠি আৰু বাণৰ বৰ্ণনা দিছে। বহুত বাণৰ লগত বিভিন্ন জাতি আৰু জনজাতিৰ নাম জড়িত হোৱাৰ উল্লেখ পূৰ্ব্বে কৰা হৈছে।

অদৃশ্য বস্তু দৃশ্য কৰিবলৈ আৰু দৃশ্য বস্তু অদৃশ্য কৰিবলৈ নানা মন্ত্ৰৰ ব্যবহাৰ আছিল। এই অৰ্থে মন্ত্ৰৰ সাধন পালিকলগীয়া হৈছে,—

কলীয়া বিড়ালী চোপন্থত পুতিব। পাচিশ দিনত তুলি নদীৰ ধাৰ মুখে ধুব। যি হাড় উজান ধাব তাক লব। মহাকালী মন্ত্ৰেৰে মহাকালী দেৱীক পূজি লৈউলৰ পিন্ধেৰে সেই হাড় গাঁঠি খাড় কাঁলি লালে অদৃশ্য হয়। দেৱতাই নোচোৱে।

মন্ত্ৰৰ প্ৰভাৱত মানুহ পশুৰে বিভিন্ন ৰূপ গ্ৰহণ কৰিব পাৰে বুলিও মানুহৰ বিশ্বাস। কোনো কোনো মন্ত্ৰত (বিশেষকৈ নাগপাশ মন্ত্ৰত) সিংহ মায়া বাঘ মায়া, ভালুক মায়া কুকুৰ মায়া, ছাগ মায়া, বান্দৰ মায়া, শিয়াল মায়া, শগুনী মায়া, ফেঁচা মায়া, গাহৰী মায়া এন্দুৰ মায়া আদিৰ উল্লেখ আছে। এক মন্ত্ৰ প্ৰয়োগ প্ৰসঙ্গত আছে

'ওতা লাওৰ গুটিৰ তেল পাৰ চৰাইৰ বিষ্ঠা ময়ূৰ লতাৰ মূল, গৰ্দ্দভৰ আঁখি সমূলে লাচ তিলক ললে তাক ৰাৱণৰ দশমুখ হেন দেখি।

কৃষ্ণা চতুৰ্দ্দশীৰ ৰাতিত মৈৰাৰ মূৰৰ মুখত কলীয়া মাটি মিহলাই ভূঙ্গৰাজৰ গুটি থৈ কলীয়া মাটিত পুতি পূজিব। গাজি ডাঙৰ হলে তাৰে জাৰি কৰি যাৰ গাত দিয়ে তাক মৈৰা হেন দেখি।

যুদ্ধ জিনিবলৈ শত্ৰুক নিধন কৰিবলৈ অথবা তেওঁলোকৰ বলবীৰ্য্য হ্ৰাস কৰি বিকলাঙ্গ কৰিবলৈ বহু মন্ত্ৰৰ প্ৰচলন হৈছিল। কোনো কোনো মন্ত্ৰ অৰ্থ-সম্পদ প্ৰাপ্তি শক্তি সামৰ্থ্যৰ উদ্ভৱ, পুত্ৰসন্তান লাভৰ অৰ্থে সাধন কৰা হয়—

আমুকাৰ আঙ্গ মেলো জাঙ্গ মেলো
মেলো দশ অঙ্গ মঙ্গলবাৰ দুপৰ বেলা
নুমুঠি বৰচাৰ শিলা গাঁঠি
অমুকাৰ বলবীৰ্য্য বাকশক্তি সাৰে হওক উৎপতি।

## শাও-শপত

মন্ত্ৰৰ লগত শাও-শপতৰ বিশেষ সম্বন্ধ। আন কথাৰে কবলৈ গলে শাও (curse), শপত (oath) আৰু আশীৰ্ব্বাদ (blessing) প্ৰকৃতপক্ষে মন্ত্ৰহে। এইবোৰত জনসাধাৰণৰ ধৰ্ম্ম-বিশ্বাস জড়িত আছে। শাও-শপত শক্তিশালী কৰিবলৈ তাৰ লগত সাধাৰণতে দেৱ-দেৱীৰ নাম উচ্চাৰিত হয়। লগতে দেৱতাসকলৰা নিজৰ বাক্য বা কাৰ্য্য সিদ্ধি হবৰ কাৰণে সহায় ভিক্ষা

কৰা হয়। বিভিন্ন মন্ত্ৰ-পুথিৰপৰা শাও-শপত সম্বন্ধীয় কিছুমান বচন তলত উদ্ধৃত কৰা হ'ল—

এহি বাক্য লৰ যেবে
মহাদেৱৰ ত্ৰিশূলত পৰি মৰস তেবে। (গু কৰাতি)
যদি বাক লৰ চৰ
সাত পুৰুষ নৰকত পৰ। (সুদৰ্শন চক্ৰ কৰাতি)
যেবে মোৰ বচন লৰ দেৱীৰ স্তনত ধৰ
মহাদেৱৰ জটাত ধৰ নাৰায়ণ চক্ৰত পৰি মৰ।
গোবধ স্ত্ৰীবধ পাতকত পৰ। (মোৰৰ মন্ত্ৰ)
চন্দ্ৰ সাক্ষী সূৰ্য্য সাক্ষী।
মই চুৰ দিও ত্ৰিভুবন বাখি। (চুৰ দিয়া মন্ত্ৰ)
যদি পাপী নযাস গঙ্গাৰ তীৰৰ বাজ হুই
সাতজনী গৰ্ভৱতী স্ত্ৰী বধ কৰ।
শ্ৰীৰাম লক্ষ্মণৰ আজ্ঞা ধৰ। (নৰসিংহ মন্ত্ৰ)
মোৰ বাক্য লৰ চৰ কৰ
মহেশৰ ত্ৰিশূলত পৰি মৰ
মহাদেৱীৰ স্তনত ধৰ। (গাৰ বান্ধ মেলা মন্ত্ৰ)
মোৰ যদি খাৱ
ৰাম লক্ষ্মণৰ মুণ্ড খাৱ। (ৰোৱা খোৱা পোকৰ মন্ত্ৰ)
এই বাক্য লৰ চৰ
ব্ৰহ্মাৰ চক্ৰত পৰি মৰ
গো বধ স্ত্ৰী বধ কৰ।
এই বচন লৰে
মহাদেউ বিকুৰ শপত
ব্ৰহ্মাৰ শপত। (সৰ্ব্বঢাক মন্ত্ৰ)
এহি বাক্য যদি লৰ
মহেশৰ জণ্টে পাৱ দিয়া মৰ।
যদি সত্য কৰি আস আগবাঢ়ি
তেবে বিকুৰ তেজ খাৱ।
যদি অসত্য কৰি এই ৰোগীক ধৰ।
তেবে ইন্দ্ৰ দেৱতাৰ বজ্ৰত পৰি মৰ॥
তেবে ব্ৰাহ্মণক বধ কৰ।
তেবে ব্ৰহ্মা মহেশৰ মাথ দহ ভৰি।
যেবে নযাস আমুকা ৰোগীক এৰি
স্ত্ৰী সন্ন্যাসীৰ আজ্ঞা
বুঢ়া ঢেকেঁৰিৰ আজ্ঞা
বুঢ়া ঢেকেঁৰিৰ মন্ত্ৰ
বাক্য বিকুপ্ৰিৰ আজ্ঞা[১]

---

[১] বিকুপ্ৰিৰ সন্ন্যাসীৰ উল্লেখ শুন কবিৰজগীয়া।

পাৰ্ব্বতীৰ হাক
যোগীৰ গাত এৰি অন্তৰ হুৰা যাস। (অজপা নৰসিংহ মন্ত্র)
যদি নকস শ্রীৰামৰ শপত লক্ষ্মণৰ শপত
অনন্তৰ শপত (অজপা নৰসিংহ মন্ত্র)

মোৰ মন্ত্রত থকা শাও দীঘলীযা—

মোৰ বচন লৰ চৰ
গুৰু বধ কৰ
মোৰ বচন লৰ চৰ
ভক্ত বধ কৰ
মোৰ বচন লৰ চৰ
সাতোটা কপিলা বধ কৰ।
মোৰ বচন লৰ চৰ
সাতজনী গৰ্ভৱতী স্ত্রী বধ কৰ।
মোৰ বচন লৰ চৰ
দেৱী আইৰ টেনত ধৰ।
মোৰ বচন লৰ চৰ
মহাদেৱৰ জটাত ধৰ।
মোৰ বচন লৰ চৰ
ব্রহ্মাৰ চকুত পৰি মৰ।
মোৰ বচন লৰ চৰ
লক্ষ্মণ সীতা দেৱীৰ আজ্ঞা ভংগ কৰ।
এই মহামন্ত্র নৰখা যেবে
দুৰ্গাদেৱীৰ মাথা খাব তেবে। (সুদৰ্শন চক্র কৰ্বাত)
মহাদেৱৰ বধ পাৰ্ব্বতীৰ বধ
লক্ষ্মী সৰস্বতীৰ বধ। (সুদৰ্শন চক্র কৰ্বাত)

প্রায়বোৰ মন্ত্র গাঠি বন্ধা জৰা ফুকা মন্ত্রপূত পানীচাটিওৱা আদি শাও-শপাতৰে শেষ কৰা হয়। এই কাৰ্য্যৰ শেষত ফু মৰা, হাত ফুৰোৱা নতুবা থুওৱা হয়।

# মহাকাব্য, পুৰাণৰ আখ্যানৰ লৌকিক সংস্কৰণ

মন্ত্রসমূহ ঠায়ে ঠায়ে ৰামায়ণ মহাভাৰত আৰু পুৰাণৰ আখ্যান সিঁচৰিত হৈ আছে। কোনো কোনো ক্ষেত্রত এওঁলোকক মন্ত্রৰ দেৱ-দেৱী বুলি স্বীকাৰ কৰা হৈছে। ৰামায়ণৰ ৰাম-লক্ষ্মণ সীতা, বায়ুসুত হনুমন্ত আদিয়ে মন্ত্র-সমূহত বিশেষ প্ৰাধান্য লভিছে।

ৰাম কৰ্বাতি পুথিত ভুৰুকাত হাতী ভৰোৱাৰ দৰে কেইটিমান পদতে ৰামায়ণৰ আখ্যান শেষ কৰিছে আৰু লগতে ৰামৰপৰা কেনেকৈ কৰ্বাতি মন্ত্রৰ জন্ম হ'ল তাৰ উল্লেখ কৰিছে—

শ্রীৰাম লক্ষ্মণ যৈসানি দশৰথ ঘৰে অৱতাৰ হৈলা।
ঋষি বিশ্বামিত্র আহি দুহাঙ্কো মাগি নিলা॥
ঋষিৰাজে ধনুশৰ মন্ত্রক শিখায়া ৰাক্ষস বধিলা।
সোঁহি সময়ত আই সীতা দেৱীৰ স্বয়ম্বৰ ভৈলা॥
তান গৈয়া ধনু ভাঙ্গি সীতাক বিহাইলা।
সেই সীতা সমে অযোধ্যাত প্রৱেশিলা॥
ৰাজ্য যোগ্য দৰশনে ৰাজা দশৰথে শ্রীৰামক ৰাজ্য অভিষেক মন কৈলা।
তাহাতে কৈকেয়ী বিঘিন্ন আচৰিলা॥
ৰাম সীতা লক্ষ্মণ বনবাসে যায় ভৰতক ৰাজ্য দিব মনে।
ৰাম লক্ষ্মণ সীতাক দেখায়া দশৰথ ৰাজা প্রাণ তেজিলা।
শ্রীৰাম লক্ষ্মণ সীতা বনবাসে গৈলা॥
তাহাতে সীতাক ৰাৱণে হৰি নিলা।
শ্রীৰাম সুগ্রীৱ সহিতে মিত্ৰৰাতি কৰি বালিক বধিলা॥
সুগ্রীৱ ৰাজ্যে অভিষেকি ৰাৱণ বধিয়ে পয়ান কৰিলা।
জাম্বৱন্ত আদি ভালুক বান্দৰ জোটোৱা লৈয়া সাগৰ তীৰত বাস কৰিলা।
ভালুক বান্দৰ সবে সাগৰত সেতু বান্ধিবাক লৈলা॥
অসংখ্যাত পৰ্ব্বত নিয়া হনুমন্তে এক পৰ্ব্বত লৈয়া শ্রীৰাম মস্থ আঙ্গুলিত ধৰিলা।
সোঁহি আঙ্গুলিত সোঁহি পৰ্ব্বতে খোবা খোবী বৈলা॥
দেখি ৰামদেৱে কৰ্বাতি মন্ত্র উচ্চাৰিলা।
সকল বিঘিন্ন নিবাৰণ কৰিতে আৰম্ভিলা॥
সকলৰ পীড়া সব দূৰতে ভাগি পলাইলা।
ৰামদেৱৰ চৰণে প্রণতি কৰি ৰাম কৰ্বাতি জাপ্য কৰো।
প্রথমে নৱগ্রহ দোষ সকল পানী জাৰি দূৰ কৰো॥
ৰাৰি জন্মৰ যত দোষ তাক কাটি দূৰ কৰো।
পঞ্চমৰ যত পীড়া তাক নিবাৰণ কৰো॥
সপ্তম অষ্টম নৱম দশম দ্বাদশ যত পীড়া ঘটাবে তাহাক্বো জন্ম কালত
পুৰুষৰ কন্যাৰ পিতৃহাৰ, মাতৃহাৰ পতিহাৰ, পত্নীহাৰ দোষ কাটি কৰো নিৰ্ব্যাস।

চন্দ্ৰৰ সপ্তম, অষ্টম, দ্বাদশ চতুৰ্থৰ যত দোষ সবে ৰাম কৰাতিৰে কাটিলো তাক।
পূৰ্ব্ব কালত যত দোষ মিলয়, ৰাম কৰাতিয়ে নিবাৰো তাক
শত কোটি অসংখ্যাত বাণ কাটি কৰিলো নিৰ্ম্মূল।
মঙ্গলৰ জন্ম দ্বিতীয় চতুৰ্থ পঞ্চম অষ্টম, নৱম দশম দ্বাদশ ৰাশিৰ
যত পীড়া মিলয় ৰাম্ভি ধৰ্ম্ম ওয়ে নিবাৰো তাক।

ওহাব পঞ্জীহাব দোষৰ খণ্ডাও।

বায়ুমন্ত্ৰত বায়ুক ধ্বংস কৰা প্ৰসঙ্গত লৱ-কুশৰ জন্ম বৃত্তান্ত তলৰ দৰে আছে—

বাল্মীকি ৰাখিলা পাই সেই সময়ত।
সীতাৰ গৰ্ভত দুই পত্ৰ ভৈলা জাত॥
বাল্মীকি ৰাখিলা দুইকো মা। স্নু কৰি।
ঋষি শিশুগণ সঙ্গে ফুৰে ক্ৰীড়া কৰি॥
পঢ়াইলন্ত ঋষি পাছে অনেক শাস্ত্ৰক।
উচ্চাৰিলা দুই জনে বায়ুৰ মন্ত্ৰক॥
বিচাৰিয়া চাও পাছে বায়ু কৈলাশক লাগি গৈলা।
অৰ্দ্ধবায়ু উৰ্দ্ধবায়ু অল্পবায়ু খণ্ডবায়ু
আকাশী বায়ু পাতালী বায়ু বনবায়ু
খণ্ডবায়ু গ্ৰামবায়ু চৌৰষ্ঠী বায়ুক ৰাক্ষ্মন্ত্ৰ লগ পাই।
সবাকো ধৰিয়া আনি গেলাইলেক খাই॥

বায়ুমন্ত্ৰত হনুমন্ত বান্ধ-খোৱা প্ৰসঙ্গত আছে—

ৰামচন্দ্ৰ দেখে হনুমন্ত বন্ধ ভৈলা।
দেখি ৰামচন্দ্ৰ অমৃত হাতে পৰশিলা॥
যেতিক্ষণে ৰামদেৱে হাতে পৰশিলা।
ৰামৰ হাতে হনুমন্ত বীৰ উঠিলা॥
উঠি হনুমন্ত ৰামৰ চৰণ পৰশিলা।
স্তুতি নতি কৰি ৰাম আগে বহিলা॥
দেখি ৰামদেৱে হনুমন্তক দিলা বৰ।
মোৰ বৰে হোৱা অজৰ অমৰ॥
যেতিক্ষণে হনুমন্তক বৰ দিলা।
পৃথিবীক লাগি হনুমন্ত চলি গৈলা॥
বিশূলে হাতে ধৰিলোহ মই, কুলবাণ।
মাৰোহো বায়ুক সবে কৰোহো নিৰ্বাণ॥
পৃথিবীৰ মধ্যে আছে বায়ুজন্ম বাণ।
আগবাঢ়ি হনুমন্তে বুলিলা বচন॥
বায়ুজন্ম মাত্তে হনুমন্তৰ মুখ চায়।
বায়ুৰ নিমিত্তে ব্ৰহ্মাদিক পঠাইলন্ত।
যত বায়ু আছে মানে পৃথিবী মধ্যত।
ধৰিব আনি দিয়ো সবো আমাৰ হাতত॥

হনুমন্তে মাতে বায়ুমন্ত্ৰ মুখ চাই।
মনে হনুমন্ত মই বায়ুৰ তনয়॥
শুনি বায়ু মনে মহাক্ৰোধ ভৈলা।
মহাবীৰ হনুমন্তক বান্ধি ব্ৰহ্মা নাগপাশে বান্ধিলা হুংকাৰি।
পৃথিবীৰ বায়ুসব থৈলা বন্দী কৰি॥

ৰামায়ণতকৈ মহাভাৰতত চৰিত্ৰ আৰু আখ্যান মন্ত্ৰসমূহত কম। সাধাৰণতে ভীম আৰু অৰ্জ্জুনৰ বিষয়েহে মন্ত্ৰবোৰত পোৱা যায়। ভীমৰ প্ৰসংগত আছে,—

ভীম বোলে গোসাই কি কৰিবো মই।
গোসাই বোলে ভীম পৰ্ব্বতক যোৱা॥
আলগতে শিল আনি শয্যাত শুৱাই থোৱা।
এহি বুলি ভীম পৰ্ব্বতক গৈলা।
চকুগোট শিল আনি শয্যাত শুৱাইলা।
কৈত আছ ভীম বুলি সুধিবাক লৈলা॥
পাছে বোলে ভীম শয্যাত আছে শুতি।
সোমাইলেক দুৰ্য্যোধন ডাবি কাতি কৰি॥

বুদ্ৰ কবিতত অৰ্জ্জুনে কৰাত বাণ ছেদ কৰাৰ বিৱৰণ দিয়া হৈছে।

# ১২। সাংস্কৃতিক বিনিময় আৰু বৈশিষ্ট্য

অসম ভাৰতৰ সীমামূৰলীয়া প্ৰদেশ। অসম যে সীমামূৰলীয়া অৰ্থাৎ প্ৰত্যন্ত দেশ সেই কথা প্ৰাচীন পুথিত আছে— 'পুণ্ডবৰ্দ্ধনম্ নাম নগৰম্ তস্য পূৰ্বেন পুণ্ডকক্ষো নাম পৰ্ব্বতঃ ততঃ পৰেণ প্ৰত্যন্তঃ।' কোনোৱে পাণ্ডুকেই পুণ্ডকক্ষো পৰ্ব্বত বুলি অনুমান কৰে (কালিকা-পুৰাণত পাণ্ডুশৈলৰ মাহাত্ম্য বৰ্ণোৱা আছে)। অমৰকোষৰ টীকাকাৰ ক্ষীৰস্বামীয়েও কামৰূপৰ মানুহক প্ৰত্যন্ত দেশবাসী বুলিছে। সৰ্ব্বানন্দৰ টীকা সৰ্ব্বস্বত আছে—'ভাৰতবৰ্ষস্য অন্তদেশঃ শিষ্টাচাৰৰহিতঃ কামৰূপাদি ম্লেচ্ছদেশঃ।' প্ৰত্যন্ত দেশৰ ধৰ্ম্ম আৰু সমাজ ব্যৱস্থা আৰ্য্যাবৰ্ত্তৰ লগত প্ৰভেদ আছিল।

এনে ভৌগোলিক অৱস্থাৰ হেতু পশ্চিম পিনৰপৰা অসমৰ সৰ্ব্ব-ভাৰতৰ লগত প্ৰাচীন যুগৰেপৰা সম্বন্ধ, আনপিনে অৰ্থাৎ উত্তৰ, পূব আৰু দক্ষিণে চীন ভোট তিব্বত নেপাল ব্ৰহ্ম শ্যাম দেশৰ লগত অতীত কালৰেপৰা নিৰৱচ্ছিন্ন সংযোগ চলি আহিছে। ভগদত্ত আন কি মধ্যযুগৰ গৌড় ওড্ৰাদি-কলিঙ্গ কোশল পৰ্য্যন্ত শ্ৰীহৰ্ষৰ দিনতো এই দেশবোৰৰ কিছু অংশ অসমৰ অন্তৰ্ভুক্ত আছিল। গতিকে অসমদেশ আৰ্য্য দ্ৰাবিড় কিৰাট নিষাদ বিবিধ জাতি আৰু বহু সংস্কৃতিৰ মিলন তীৰ্থ। এই মিশ্ৰণৰ ফলত সৰ্ব্বভাৰতীয় ধৰ্ম্ম আৰু সাধনাই অসমত এক বিচিত্ৰ নৱ ৰূপ লৈছে। ভাৰতীয় সংস্কৃতিৰ প্ৰতিনিধি স্বৰূপে অসমে চীন মঙ্গোলীয় জাতিৰ মাজত পুৰাকালৰেপৰা আৰ্য্য ভাৰতীয় সভ্যতা প্ৰচাৰ কৰি আহিছে।

প্ৰত্যন্ত দেশৰ হেতু নানা জাতি উপজাতিৰ লগত সংযোগ ঘটাত অসমীয়া ভাষা আৰু সংস্কৃতি বিধিবন্ধভাৱে উপকৃত হৈছে। এই সংমিশ্ৰণৰ ফলত অসম দেশত বৰ্ণ আৰু বৃত্তি ভেদ প্ৰথাৰ কঠোৰতা কমিল অস্পৃশ্যতা উঠিল গ'ল জনজাতীয় লোক সকলো বিনা সামাজিক বিৰোধিতাই বৰ-কলিতা, সৰু-কলিতা, বৰ কোচ সৰু-কোচ, পানী-কোচ, কেওট আদি বিভিন্ন হিন্দুসংজ্ঞাত ভুক্ত হ'ল। সেই একে কাৰণেই বৈদিক আৰু ব্ৰাহ্ম ধৰ্ম্মৰ লগতে গছ-পাথৰ পূজা, ভূত-প্ৰেতত বিশ্বাস যাদুমন্ত্ৰৰ প্ৰচাৰ অসমত সমান পৰোক্ষভাৱে চলি আছে। সকলো জাতি-উপজাতিৰ সাধনা, সংস্কৃতি, পূজা-পাতল, বিধি বিধানক সম্মান আৰু শ্ৰদ্ধা কৰাৰ হেতু আৰু সকলো স্তৰৰ লোকক উদাৰ চিত্তেৰে হিন্দু ধৰ্ম্মত গ্ৰহণ কৰাত অসমীয়া জাতিয়ে মানৱ ধৰ্ম্মৰ সম্যক পৰিচয় দিব পাৰিছে।

এই হ'ল ভাষা আৰু সাংস্কৃতিক বিনিময়ৰ ইতিহাস। এতিয়া সৰ্ব্ব-ভাৰতীয় সাধনা চিন্তা আৰু সংস্কৃতিত অসমৰ কি বিশেষত্ব সেই বিষয়ে চোৱা যাওক। সৰ্ব্বভাৰতীয় সাধনাৰ ক্ষেত্ৰত অসমে যি দুই চাৰি মুষ্টিভিক্ষা দিবলৈ সক্ষম হৈছে, তাৰে ভিতৰত প্ৰথমতে শৈৱ ধৰ্ম্মকে উল্লেখ কৰিব পাৰি। কাশ্মীৰ আৰু দাক্ষিণাত্যত শৈৱ ধৰ্ম্মৰ প্ৰাধান্য যদিও অসমত ইয়াৰ বিশেষত্ব নোহোৱা নহয়। অসমৰ শৈৱ ধৰ্ম্মৰ লগত ভাৰতৰ অন্য স্থানৰ কিছু পাৰ্থক্য দেখা যায়। অসমৰ শিৱ কৃষি দেৱতাত পৰিণত হৈছে। অসমীয়া মানুহে শিৱক সাধাৰণ মানুহৰ শাৰীলৈ আনিছে। শিৱৰ এই কল্পনা প্ৰাচীন অসমীয়া সাহিত্য আৰু কিম্বদন্তীত সৰবৰহী হৈ আছে। জনজাতীয় লোকসকলৰ মাজতো শিৱই কি ৰূপ লৈছিল সেই কথা কোঁচসকলৰ আদি বৃত্তান্তয়ে কয়। আমাৰ দেশত শিৱ সম্বন্ধে পুৰাণত নোহোৱা ভালেমান আখ্যানৰ সৃষ্টি হৈছিল। তাৰে এটি আখ্যান মনকৰৰ মনসাগীতত আছেঃ—শিৱই ধ্যান কৰি থাকোঁতে অনাদি পুৰুষৰ মৰা শ তেওঁৰ আগত উপস্থিত হ'ল শিৱই সেই শ ভক্ষণ কৰিলে।

মহেশ্বৰে তপসালি কৰি আছে যথা।  
ভাসিতে ভাসিতে মৰো চলি গৈলা তথা॥  
তপ এৰি মহেশ্বৰে ধ্যান কৰি চাইল।  
আতাই মাৰিল গোসাঁই দৰশন পাইল॥  
দহত নামিয়া ধৰিলন্ত আথে বেথে।  
কতো কান্ধে লয় গোসাঁই কতো লয় মাথে॥  
মাথাত কৰিয়া কাৰ্য্যৰিক লাগি নিল।  
শঙ্খ জল আন গোসাঁই মুখত ঢালিল।  
চেতন লভিয়া বে অনাদি মহাদেব  
ভালেতো চিনিলি মোক পিতা সদাশিৱ॥  
মুখ মেল পিতা তোৰ গৰ্ভে লওঁ বাস॥

অসমক কেন্দ্ৰ কৰি শাক্তধৰ্ম্মই উত্তৰ-পূৰ ভাৰতত কেনেকৈ প্ৰসিদ্ধি লাভ কৰিছিল, তাৰ বিবৰণ কালিকা-পুৰাণ, কামাখ্যা-তন্ত্ৰ কালীবিলাস আদি-তন্ত্ৰত বহলভাৱে আছে। জাৰ্ম্মান মনীষী উইণ্টাৰনিট্‌জৰ মতে অসমৰ পৰাই এই ধৰ্ম্ম তিব্বত আদি দেশত প্ৰৱেশ কৰিছিল। অসমৰ জনজাতীয়লোকৰ মাজত মাতৃতান্ত্ৰিক সভ্যতাই প্ৰাধান্য লভিছে। সেই কাৰণে প্ৰাচীন কামৰূপত ভালেমান শাক্ত দেৱ-দেৱীৰ উদ্ভৱ হৈছিল। কালিকা-পুৰাণত উল্লেখ থকা ভালেমান দেৱ দেৱীৰ ৰূপ ভাৰতৰ অন্য ঠাইত পাবলৈ নাই।

পৰশুৰামৰ আখ্যানক অৱলম্বন কৰি গঢ়ি উঠা পূজা অসমৰ ধৰ্ম্মসাধনাৰ অন্য এক বিশেষত্ব। দাক্ষিণাত্য আৰু দ্বীপময় ভাৰতৰ আৰ্য্যীকৰণত অগস্ত্য

আখ্যান যি দৰে তাৎপৰ্য্যপূৰ্ণ[1] সেইদৰে প্ৰাচীন কামৰূপত আৰ্য্যসভ্যতাৰ বিস্তাৰৰ ইতিহাস পৰশুৰামৰ কাহিনী বিশেষ উল্লেখযোগ্য। জনশ্ৰুতিমতে কামৰূপৰপৰা গৈ পৰশুৰামে মালাবাৰ উপকূল সাগৰৰপৰা উদ্ধাৰ কৰিছিল। অধ্যাপক নীলকান্ত শাস্ত্ৰীয়ে লিখিছে—

Parasurama slew his mother Renuka at the command of his father Jamadagni and had to expiate this sin by undertaking to exterminate the Kshatriyas, enemies of the Brahmins This he did in twenty-one expeditions and then at the instance of Visvamitra, gave the whole earth to the Brahmins As he was thus left with nowhere to call his own where he could live, he sought Subramanya's assistance and by penance obtained from Varuna the god of the seas, some land to dwell on Its extent was to be determined by a throw of his *parasu* (axe) He threw it from Kanyakumari to Gokarnam which became the chief place in the land won from the sea, the land of Parasurama To people this land he imported Brahmins from abroad setting them in sixty-four gramas, and making laws and institutions for them and for other settlers who came at the same time (*A History of South India*, pp 69-70)

ওপৰত উল্লেখ কৰা ব্ৰাহ্মণসকলক অসমৰ পৰা নিয়া বুলিও কিম্বদন্তী আছে।[2] (এই প্ৰসঙ্গত অসম আৰু মালাবাৰৰ সাংস্কৃতিক সাদৃশ্যৰ কথাও উল্লেখ কৰিব পাৰি।)

---

বৌদ্ধ ধৰ্ম্মৰ বিশেষকৈ মহাযান মতৰ সাধনা আৰু প্ৰচাৰত অসমৰ দান একেবাৰে নগণ্য নাছিল। বৌদ্ধসকলৰ আদি যুগৰ সাহিত্যত অসমৰ বিষয়ে অৱশ্যে একো উল্লেখ নাই নাইবা খৃষ্টীয় শতাব্দীৰ আগ ছোৱাত অসমত বৌদ্ধধৰ্ম্মৰ প্ৰভাৱ পৰাৰ অইন কোনো প্ৰমাণো পোৱা নাযায়। খৃষ্টীয় ষষ্ঠ শতাব্দীৰপৰা ক্ৰমান্বয়ে পিছৰ দিনে অসমত বৌদ্ধধৰ্ম্ম সৰবৰহী হৈ উঠে। চীন দেশৰ পৰ্য্যটক হিউৱেন্‌চাঙৰ ভ্ৰমণ-বৃত্তান্তত কামৰূপৰ ব্ৰাহ্মণ এজনৰ উল্লেখ আছে। এওঁ লোকায়ত সম্প্ৰদায়ৰ মানুহ আছিল। ধৰ্ম্ম-সম্পৰ্কীয় বাদানুবাদৰ কাৰণে তেওঁ নালন্দালৈ আহিছিল। তাত তেওঁ বৌদ্ধ পণ্ডিত-সকলৰ লগত তৰ্কত পৰাস্ত হয় আৰু শেষত চীনদেশীয় বৌদ্ধ তীৰ্থ পৰ্য্যটকৰ ওচৰত বৌদ্ধ ধৰ্ম্মৰ দীক্ষা লয়। এই ব্ৰাহ্মণজনৰ খাটনিতে হিউৱেন্‌চাঙ

১ K. A. Nilakanta Sastri *A History of South India*, p. 66ff

২ *A Cultural History of Assam*-ত প্ৰাচীন কামৰূপৰ ব্ৰাহ্মণক অন্য দেশত স্থাপন কৰাৰ উদাহৰণ দৰ্শোৱা হৈছে।

অসমলৈ আহিছিল। হিউয়েনচাঙৰ অসম ভ্ৰমণে আৰু ভাস্কৰবৰ্ম্মাই এই বিশ্বান পৰ্য্যটক জনক অসমত ৰাখিবলৈ আৰু তেওঁৰ সঙ্গ লাভৰ দ্বাৰা উপকৃত হবলৈ কৰা প্ৰবল আকাঙ্ক্ষাই অসমত বৌদ্ধধৰ্ম্মৰ প্ৰচাৰ কাৰ্য্যত কিছু সহায় নিশ্চয় কৰিছিল। এই সম্পৰ্কে কামৰূপ ভ্ৰমণ কৰিবলৈ অহাৰ আগতে নালন্দা বিশ্ববিদ্যালয়ৰ আচাৰ্য্য শীলভদ্ৰই হিউয়েন্‌চাঙক কোৱা কথাখিনি প্ৰণিধানযোগ্য। তেওঁ কৈছিল।—

সেই ৰজাজনৰ (ভাস্কৰ বৰ্ম্মা) বিষয়ে কথা হৈছে যে ধৰ্ম্ম সম্পৰ্কে তেওঁৰ মন বৰ বেয়াকৈ বান্ধ খাই আছে। এই বিষয়ত তেওঁ দুৰ্ব্বল। তেওঁৰ ৰাজ্যত বৌদ্ধধৰ্ম্মৰ বিশেষ প্ৰচাৰ হোৱা নাই। কিন্তু আপোনাৰ যশস্যামণ্ডিত নাম শুনাৰেপৰা আপোনাৰ প্ৰতি তেওঁৰ এক গভীৰ অনুৰাগ জন্মিছে। বোধ হয় এই সময়ত আপুনি তেওঁৰ পৰম বন্ধু হিচাবেই উপস্থিত হৈছাহি। এনে সময়ত আপুনি যথেষ্ট উৎসাহেৰে সৈতে কামত লাগক। আপুনি মানুহৰ (পৃথিবীৰ) উপকাৰৰ কাৰণেই বৌদ্ধধৰ্ম্ম গ্ৰহণ কৰিছে আৰু এযে আপোনাৰ প্ৰকৃত সুযোগ। গছ এডাল নষ্ট কৰিব লাগিলে যেনেকৈ শিপাবোৰ কাটিলেই হয় কাৰণ ঠাল ঠেঙালিবোৰ তেতিয়া আপোনা আপুনি শুকাই যায় সেইদৰে আপুনি সেই ৰজালৈ গৈ প্ৰথমে ৰজাৰ মনত ধৰ্ম্ম (বৌদ্ধধৰ্ম্ম) ভাবৰ উদ্ৰেক কৰক আৰু তেতিয়া প্ৰজাসকলে আপোনা আপুনিয়ে এই ধৰ্ম্ম গ্ৰহণ কৰিব। আৰু যদি আপুনি অস্বীকাৰ কৰে আৰু নাযায় তেনেহলে তাৰ পৰা অধৰ্ম্ম দূৰ নহয়। গতিকে এই সৰু কথাৰ পৰা পিচ হুঁহুকিব নালাগে।

ভাস্কৰ বৰ্ম্মা সম্পৰ্কে চীন পৰ্য্যটকে নিজেই কৈ গৈছে যে, যদিও বৌদ্ধ-ধৰ্ম্ম গ্ৰহণৰ প্ৰতি ৰজাৰ মন মুঠেই ঢাল খোৱা নাছিল তথাপি বিশ্বান বৌদ্ধ শ্ৰমণসকলক তেওঁ বৰকৈ সন্মান কৰিছিল। হৰ্ষবৰ্দ্ধনে পতা কনৌজৰ বৌদ্ধ মহামেলাত কুমাৰ ভাস্কৰ বৰ্ম্মাই সক্ৰিয় অংশ গ্ৰহণ কৰিছিল আৰু ইয়াৰ পৰাই তেওঁৰ যে বৌদ্ধ ধৰ্ম্মৰ প্ৰতি গভীৰ শ্ৰদ্ধা আছিল তাক বুজিব পাৰি। চীন গ্ৰন্থকাৰ হুউলিয়ে ( Hwui-li ) আকৌ কৈছে যে প্ৰয়াগ মহামেলৰ কাম সমাধা হলত হিউয়েন্‌চাঙ নিজ দেশলৈ যাবলৈ ওলাল। এনেতে ভাস্কৰ-বৰ্ম্মাই নিজৰ দেশত এশটা বৌদ্ধমঠ সজাই দিয়াৰ প্ৰস্তাৱ কৰি কয় যে, "যদি পণ্ডিতপ্ৰবৰ মোৰ দেশত থাকিবলৈ মান্তি হয় আৰু পূজা গ্ৰহণ কৰে তেনেহলে তেখেতৰ সন্মানাৰ্থে মই এশটা মঠ সজাই দিয়াৰ প্ৰতিশ্ৰুতি দিলোঁ।"

ৰাজতৰঙ্গিনীৰ লিখকে কামৰূপৰ ৰজা এজনক বৌদ্ধ শ্ৰাৱকসকলৰ পৃষ্ঠপোষক আছিল বুলি শলাগি গৈছে। সম্ভৱ তেওঁ খৃষ্টীয় প্ৰথম শতিকাত ৰাজত্ব কৰিছিল। তিব্বতৰ লোহ ৰজাৰ স্তুম্পা ( Staumpe ) নামৰ বৌদ্ধ শ্ৰমণ এজনক তেওঁৰ ৰাজসভাত যথাযোগ্য সমাদৰ জনোৱাৰ কথা সেই কিতাপত পোৱা যায়।

তিব্বতৰ বুৰঞ্জীবিদ তাৰানাথ ৰচিত বৌদ্ধধৰ্ম্মৰ বুৰঞ্জীত (১৬০৮ খৃঃত) অসমত পিছৰ কাল ডোখৰত হোৱা বৌদ্ধধৰ্ম্মৰ প্ৰচলনৰ কথাৰ উল্লেখ

আছে। তাৰানাথে লিখিছে যে ধীতিক নামৰ বৌদ্ধ সন্ন্যাসী এজন বৌদ্ধধৰ্ম্ম প্ৰচাৰৰ কাৰণে কামৰূপলৈ আহিছিল। তেওঁ অহাৰ আগেয়ে কামৰূপৰ মানুহ-বিলাক সূৰ্য্যৰ উপাসক আছিল। সূৰ্য্য উপাসনাৰ ঠাইত বৌদ্ধধৰ্ম্মৰ প্ৰচলন কৰা ধীতিকৰ উদ্দেশ্য আছিল। যিসকলে ধীতিকৰ শিষ্যত্ব গ্ৰহণ কৰিছিল তাৰ ভিতৰত সিদ্ধ নামৰ শিষ্য এজনে বৌদ্ধশাস্ত্ৰৰ বহুল প্ৰচাৰৰ কাৰণে ডাঙৰ উৎসৱ পাতিছিল। তাৰানাথৰ গ্ৰন্থত অশ্বভৰ নামৰ মানুহ এজনে অসমত মহাযান পন্থা প্ৰচলন কৰা কথাৰো উল্লেখ আছে। অশ্বভৰে কামৰূপত ধৰ্ম্ম বিস্তাৰ কৰা সম্পৰ্কে কাহিনী এটাত এইদৰে কোৱা আছে যে, এদিনাখন তেওঁ শিষ্যসকলৰ লগত ধৰ্ম্ম-বিষয়ৰ আলোচনা কৰি থাকোঁতে কৰবাৰ পৰা বিষাক্ত সাপ এটা ওলাই চাৰিওপিনে খোলপাৰ লগালে। সাপটোৱে কেবাজন শিষ্যক খুটিলে আৰু তেওঁলোক তৎক্ষণাত মৰিল কিন্তু গাত মন্ত্ৰঃপূত পানী ছটিয়াই দিয়া মাত্ৰকে আটাই কেইজন আকৌ উঠি বহিল। ঘটনাটো তাৎপৰ্য্য-পূৰ্ণ। ই আমাক সেই সময়ত অসমত প্ৰচলিত বৌদ্ধমত সম্বন্ধে কিছু আভাস দিয়ে। সপ্তম শতিকাৰ শেষ ভাগৰপৰা বৌদ্ধধৰ্ম্মত নানা প্ৰকাৰৰ পৰিবৰ্ত্তন দেখা দিয়ে। ইয়াৰ ফলত বৌদ্ধধৰ্ম্মৰ মাজত মন্ত্ৰযান বজ্ৰযান, তন্ত্ৰযান, আদি কেবাটাও ৰহস্যবাদী পন্থাৰ সৃষ্টি হয়। ভাৰতীয় আৰু তিব্বতীয় পুথি পাঁজি আদিৰপৰা জানিব পাৰি যে সেই সময়ত অসমত বজ্ৰযান পন্থৰ বৌদ্ধ ধৰ্ম্মৰ প্ৰচলন আছিল।

যিসকল সন্ন্যাসীয়ে বজ্ৰযান পন্থৰ নীতি নিয়ম আৰু পৰ্দ্ধতিবোৰ প্ৰচাৰ কৰি ফুৰিছিল তেওঁলোকক সিদ্ধ বোলা হৈছিল। প্ৰবাদ আছে যে সৰ্ব্বমুঠ সিদ্ধ ৮৪ জন আছিল। সাধাৰণ বিশ্বাসমতে সৰহ নাগাৰ্জ্জুন লুইপা আদি কেবাজনো প্ৰসিদ্ধ সিদ্ধ হয় অসমৰ আছিল বা অসমত তেওঁলোকে ধৰ্ম্মমত প্ৰৱৰ্ত্তন কৰিছিল। পাগচন-জন-জাং (১৭৪৭) গ্ৰন্থত আছে যে সৰহ বা ৰাহুলভদ্ৰৰ জন্ম হৈছিল পূৰ্বাপিনৰ ৰাজ্য এখনৰ ৰাজ্ঞী নামৰ নগৰত। তেওঁৰ বাপেক আছিল বামুণ আৰু মাক এজনী ডাকিনী। এই ৰাজ্ঞী নগৰখন বোধহয় ৰাণী নামৰ সৰু ৰাজ্য এখন (বৰ্ত্তমান অসমৰ কামৰূপ গোৱালপাৰা জিলা)। ৰাণী এসময়ত আহোম ৰজাসকলৰ কৰতলীয়া ৰাজ্য আছিল। গ্ৰুণ ওৱেডেল আৰু টুচ্চি দুয়োৰে মতে সৰহ কামৰূপৰ এজন শূদ্ৰ আছিল। সৰহৰ শিষ্য নাগাৰ্জ্জুনৰ নাম কামৰূপ, নেপাল আৰু ভূটানত বৰ জনাজাত আছিল। লুইপা নামৰ সিদ্ধজনো অসমৰ মানুহ আছিল। তিব্বতীয়া জন-শ্ৰুতিমতে লুইপাক মীননাথ বা মৎস্যেন্দ্ৰনাথ বুলি জনা যায়। কৌলজ্ঞাননিৰ্ণয়ৰ পাতনিত ড০ বাগচিয়ে লিখিছে যে, মীননাথৰ জন্ম হয় পূৰ্ব্ব-ভাৰতৰ সাগৰৰ উপকূলৰ চন্দ্ৰদ্বীপ নামে দ্বীপ এটাত। শক্তিবাদৰ সংমিশ্ৰণত উদ্ভৱ হোৱা বৌদ্ধ ৰহস্যবাদ কৌল-মতৰ প্ৰৱৰ্ত্তক এই মীননাথেই। আভিনৱগুপ্তৰ বিখ্যাত

তন্ত্ৰলোকৰ টীকাত জয়ৰথে কৌলপন্থাৰ উৎপত্তি সম্পৰ্কে উল্লেখ কৰিছে। কোনোবা এখন মূল তন্ত্ৰ গ্ৰন্থৰপৰা পদ উদ্ধৃত কৰি তেওঁ দেখুৱাইছে যে, প্ৰথমে ভীতিপ্ৰদ দেৱতা ভৈৰৱৰপৰা ভৈৰবীয়ে এই মত আয়ত্ত কৰে, ভৈৰবীৰ-পৰা এই মত কামৰূপ মহাপীঠৰ মহাপ্ৰাণ সিদ্ধ মীনে গ্ৰহণ কৰে। এইদৰেই মীননাথেই যোগিনী-কৌল নামে পৰিচিত এই মত প্ৰৱৰ্ত্তন কৰে আৰু কামৰূপত ই জনপ্ৰিয় হৈ উঠে।

বৌদ্ধ তন্ত্ৰ ব্ৰহ্মযামলৰ বশিষ্ঠ-কাহিনীৰপৰাও জানিব পাৰি যে কামৰূপ বজ্ৰযান পন্থাৰ নানা দেবদেৱীৰ পূজাৰ কেন্দ্ৰ আছিল। বশিষ্ঠ আছিল ব্ৰহ্মাৰ পুত্ৰ। ব্ৰহ্মাৰপৰাই বশিষ্ঠই এটা মন্ত্ৰ লাভ কৰে আৰু এই মন্ত্ৰ মতে তেওঁ বহুদিন তপস্যা কৰে। কিন্তু মন্ত্ৰৰ একো ফল নাপাই তেওঁ পিতাকক বেছি শক্তিশালী দ্বিতীয় মন্ত্ৰ এটা শিকাই দিবলৈ অনুৰোধ কৰিলে। ব্ৰহ্মাই তেতিয়া পুতেকক তপস্যাত গভীৰভাৱে মনোনিবেশ কৰিবলৈ কলে আৰু বুদ্ধেশ্বৰী-দেবীৰ ধ্যান কৰিবলৈ নিৰ্দ্দেশ দিলে। তেতিয়া বশিষ্ঠ তপস্যাৰ কাৰণে কামাখ্যালৈ গ'ল। বশিষ্ঠই কৰা তপ-জপৰ কথাৰ উল্লেখ তাৰাতন্ত্ৰত আছে। তেওঁ তাৰাৰ উদ্দেশ্যেই মন্ত্ৰ জপ কৰিছিল। যোগিনী তন্ত্ৰয়ো (১৬০০ খৃঃ) এই মতকে সমৰ্থন কৰি কৈছে যে, কামাখ্যা পাহাৰেই বশিষ্ঠৰ তপস্যাৰ ঠাই আছিল। তাৰাৰ অৰ্থে কৰা তপস্যাৰ কাৰণে কামৰূপেই যে প্ৰশস্ত ঠাই এই কথাৰ উল্লেখ মঞ্জুশ্ৰীমূলকল্পতো আছে।

অসমৰপৰা এই মত তিব্বত আৰু ভূটানদেশলৈ প্ৰচলিত হৈছিল। আচৰিত কথা এয়ে যে তিব্বত আৰু ভূটানৰ বৌদ্ধসকলে প্ৰথমে পশ্চিম নেপালৰ চহৰ এখনকে বুদ্ধদেৱৰ তিৰোধানৰ ঠাই বুলি বিশ্বাস কৰে, আৰু তেওঁলোকে গুৱাহাটীৰ পৰা ১৫ মাইল দূৰত থকা হাজোৰ মন্দিৰকে এই ঠাই বুলি ঠাৱৰ কৰিছে। এই বিশ্বাসৰ বশৱৰ্ত্তী হৈ সমগ্ৰ তিব্বত ভূটান আনকি লাদাক আৰু পশ্চিম চীনৰ পৰাও তীৰ্থযাত্ৰীসকল আজিকোপতি হাজোৰ মন্দিৰ দৰ্শন কৰিবলৈ আহে।

বৈষ্ণৱধৰ্ম্মও অসম দেশত অতি প্ৰাচীন কালৰপৰা প্ৰচলিত আছিল। মহাপুৰুষ শঙ্কৰদেৱে মধ্যযুগত যি বৈষ্ণৱধৰ্ম্ম আমাৰ দেশত প্ৰচলন কৰিলে, তাৰ এটি স্বকীয় বৈশিষ্ট্য আছে। অসমীয়া বৈষ্ণৱধৰ্ম্মৰ লগত জড়িত সত্ৰ, নামঘৰ ভকত কেৱলীয়া আদি অনুষ্ঠান আৰু অঙ্কীয়া নাট, বৰগীত, সত্ৰীয়া নাচ আদি সাহিত্য আৰু সুকুমাৰ কলা সৰ্ব্বভাৰতীয় সংস্কৃতিত অসমীয়াৰ উল্লেখনীয় দান।

বাস্তৱ সভ্যতাত অসমদেশে বিৰাট নগৰ স্থাপন কৰি অথবা সু-উচ্চ প্ৰাসাদ, মন্দিৰ নিৰ্ম্মাণ কৰি যশস্যা আৰ্জ্জিব পৰা নাই সঁচা, কিন্তু গ্ৰাম্য সংস্কৃতিত ভাৰতৰ ভিতৰত অসমৰ গাঁও নিৰ্ম্মাণ আৰু গাঁও সংগঠন প্ৰণালী

বনজ সম্পদৰ প্ৰসাৰ, তাঁত এড়ি পাট-মুগা আৰু অন্যান্য কুটীৰ শিল্পই বিশেষত্ব লভিছে।

ভগদত্তই বৰ্দ্ধিষ্ঠবলৈ যি উপহাৰ পঠিয়াইছিল তাৰ ভিতৰত অশ্মসাৰ নিৰ্ম্মিত পাত্ৰ আৰু হাতী দাঁতৰ তৰোৱাল (শুদ্ধ দন্তত সৰুনসীন্) উল্লেখযোগ্য। প্ৰাচীন অসমৰ এই দুই শিল্পৰ বিষয়ে ড° মোতীচন্দ্ৰই লিখিছে ঃ—

Probably the Assamese were acquainted with jadeite, which though its sources did not exist within the natural boundaries of Assam, must have been brought from Burma either in natural state or in worked form If the jadeite came ir 'he shape of vessels, then their manufactures should be attributed to the Chinese as we are not yet aware whether the Burmese at such a remote period were adept in the art of cutting hard-stone There is however every reason to believe that hard stone objects were cut locally as India since time immemorial has been famous for its hard stone cutting industry Ivory handles of the sword probably show that the Ivory carver's art highly developed in Assam at least two years back

হাতী প্ৰথমতে অসমত বশ কৰা হয় বুলি বহু পণ্ডিতে অনুমান কৰে। মহাভাৰতত "প্ৰাচ্য মাতঙ্গা যুদ্ধে সুকুশলা" বুলি মন্তব্য কৰা হৈছে। কামাকসৰ অঞ্চলৰ হাতীৰ প্ৰাদুৰ্ভাব অধিক বুলিও মহাভাৰতত উল্লেখ কৰা হৈছে। কোনো কোনোৱে কামাকসৰ কামৰূপৰ অন্যতম নাম বুলি কব খোজে। কালিদাসৰ কাব্যতো অসমৰ হাতীৰ খ্যাতি আছে। মুনি পালকপাই লৌহিত্যৰ পাৰত হস্তী-আয়ুৰ্ব্বেদ নামৰ পশুবিজ্ঞান পুথি ৰচনা কৰে। গতিকে হাতীদাঁতৰ শিল্পই অতীজৰেপৰা অসমত প্ৰাধান্য লাভ কৰা স্বাভাৱিক। ভাস্কৰ বৰ্ম্মায়ো শ্ৰীহৰ্ষলৈ হাতীদাঁত নিৰ্ম্মিত কুণ্ডল উপঢৌকন পঠাইছিল।

এই প্ৰসঙ্গত কুমাৰ ভাস্কৰ বৰ্ম্মাই সম্ৰাট হৰ্ষলৈ আভোগছত্ৰৰ লগত পঠোৱা অন্যান্য উপহাৰ সামগ্ৰীৰ তালিকাটো বিশেষ তাৎপৰ্য্যপূৰ্ণ। আভোগছত্ৰক মেৰোৱা আছিল শ্বেত দুকূল বস্ত্ৰ, সেই ছত্ৰৰ চৌপাশ চামৰেৰে শোভিত আছিল (চামৰিকাৱলিভিঃ বিৰচিতপৰিবেশম্)। ভগদত্তৰ দিনৰপৰা কুলপৰম্পৰা আগত আভৰণসমূহ, শৰৎ কালৰ চন্দ্ৰৰ নিচিনা কোমবস্ত্ৰ (অনেক ৰাগৰুচিৰবেত্ৰকৰণ্ডকুণ্ডলীকৃতানি শৰচ্চন্দ্ৰমৰীচিৰুঞ্চি শোচকমাণি কোমাণি—এই উত্তৰীয় বস্ত্ৰ বিচিত্ৰ ৰঙেৰে সুশোভিত বেতৰ জপাত কুণ্ডলী পকাই ভৰাই নিয়া হৈছিল), নিপুণ শিল্পীৰ দ্বাৰা নিৰ্ম্মিত শামুক, শঙ্খ, পদ্মৰ্কৰ চিত্ৰ-বিচিত্ৰ বিবিধ প্ৰকাৰৰ পান পাত্ৰ (কুশলশিল্পিলোকোল্লিখিতানাং চ শুক্তিশঙ্খমসাৰ্কক প্ৰমুখাণাং পানভাজনানাং নিচয়ান্, বাঁহ, বেত কাঠৰ সা-

সজ্জিত চিত্র কটা নিয়ম অসমৰ জন-জাতিৰ মাজতো প্ৰচলিত), কাৰ্দৰংগ অথবা চামৰাৰ ঢাল (নিচোলকৰ্ষিকতৰুচাং চ বহুচিৰকাণ্ডনপত্ৰভংগভংগুৰোণাম অতিবন্ধুৰপৰিবেশানাং কাৰ্দৰঙ্গচৰ্মাণাং সম্ভাৰান্), ভোজপত্ৰৰ দৰে সুকোমল জুই ফুল বৰণীয় পাট কাপোৰ (ভূৰ্জত্বক্কোমলাঃ স্পৰ্শৱতীঃ জাতীপট্টিকাঃ), চিত্ৰিত আৰু পশুৰ নোম, চৰাইৰ পাখী ভৰোৱা গাৰু, প্ৰিয়ংগু মঞ্জৰীৰ বেতৰ আসন (প্ৰিয়ংগুপ্ৰসৱপিঙ্গলত্বংচি চ আসনানি বেত্ৰময়ানি), অগৰুৰ বাকলিত লিখা সুভাষিত বচনৰ সংগ্ৰহ পুথি (প্ৰাচীন অসমত সুভাষিত শ্লোকৰ সংগ্ৰহ মন কৰিবলগীয়া) হৰিৎ বৰ্ণৰ ৰসাল কেঁচা তামোল (পৰিণত পাটলপটোলত্বিংষি চ তৰুণহাৰীতহৰিংতি ক্ষীৰক্ষাৰীণি চ পুগানাং পল্লৱ-লম্বিনী সৰসানি ফলানি) মুখ কাপোতিকাৰ পাতেৰে বন্ধা সহকাৰ (সুগন্ধি আম) ৰসেৰে পৰিপূৰ্ণ বাঁহৰ চুঙা, কৃষ্ণাগৰু (কৃষ্ণাগৰুতৈলস্য স্থৱীয়সীঃ বৈণৱী নাড়ীঃ), গোশীৰ্ষ চন্দন, বৰফৰ দৰে শীতল কৰ্পূৰ কস্তুৰী (কস্তুৰিকা কোশক) পকা কক্কোল ফল আৰু পত্ৰ, লৱঙ্গ পুষ্প, জাইফল (জাতী-ফলস্তবকানাং ৰাশীন্)। ডঃ মোতীচন্দ্ৰৰ মতেঃ—

"Assam was the home of aromatic woods as pointed by the Arthasastra and this fact is fully supported by the Mahabharata"

কস্তুৰীৰ প্ৰসঙ্গত তেওঁ কৈছে—

"There are three grades of mask, the most valued coming from China, the second grade from Assam and Nepal and the last valued from Central Asia"

অসমৰ কস্তুৰী যে অতি উৎকৃষ্ট তাক ৰাজনিৰ্ঘণ্টকাৰৰ নিম্নলিখিত শ্লোকৰ পৰাও বুজা যায়—

কপিলা পিঙ্গলা কৃষ্ণা কস্তুৰী ত্ৰিবিধা ক্ৰমাৎ।
নেপালেঽপি চ কাশ্মীৰে কামৰূপেঽপি জায়তে।
কামৰূপোদ্ভৱা শ্ৰেষ্ঠা নৈপালী মধ্যমা ভবেৎ।
কাশ্মীৰদেশসম্ভূতা কস্তুৰী হি অধমা স্মৃতা॥

অৱশ্যে এই সুগন্ধি দ্ৰব্যৰ কেতবোৰ প্ৰশান্ত মহাসাগৰৰ দ্বীপপুঞ্জৰপৰা অসমলৈ আহিছিল। মলয়দ্বীপৰ চৰ্মৰঙ্গ নামৰ এক অংশৰপৰা কাৰ্দৰঙ্গ আহিছিল। অধ্যাপক সিলভাঁন লেবীৰ মতে পূৰ্ব দ্বীপজালৰ তিমোৰ দ্বীপকে গোশীৰ্ষ বোলা হৈছিল। গোশীৰ্ষ চন্দন সম্ভৱতঃ সেই নামৰ দ্বীপৰপৰা আমদানি হৈছিল, লৱঙ্গ আৰু জাতিফলো দ্বীপান্তৰ অৰ্থাৎ পূৰ্ব

দ্বীপমালাৰপৰা অসমলৈ আহিছিল। এই বিৱৰণৰপৰা প্ৰাচীন অসমৰ লগত এই দ্বীপপুঞ্জৰ যে বেহা-বেপাৰ চলিছিল তাক বুজিব পাৰি।

অন্য বস্তুৰ ভিতৰত মোৰ কলহ (অভিমধুৰমধুৰেসামোদমহাকিপীশোভক-কলশীঃ), বগা-ক'লা বৰণৰ চংবৰ (বস্তু বিশেষ) চিত্ৰফলক আৰু বং খোৱা লাওৰ পাত্ৰ (অবলম্বমানতুলিকালাবুকাংশ্চ লিখিতালেখ্যফলকসংপুটান্) নানাতৰহৰ পশু-পক্ষী-কিন্নৰ বনমানুহ জীবংজীবক চৰাই, কস্তুৰী মৃগ শুক-সাৰীকা ইত্যাদি। শুক-সাৰীকাক সোণৰ পানীচৰোৱা, বেতৰ সঁজাত খোৱা হৈছিল। এই উল্লেখত প্ৰাচীন অসমত স্বৰ্ণশিল্পীৰ সোণ চৰোৱা বিদ্যাৰ নিপুণতাৰ পৰিচয় পায়।

কৌটিল্যৰ অৰ্থশাস্ত্ৰয়ো অসমৰ বিবিধ সুগন্ধি দ্ৰব্যৰ সুখ্যাতি কৰি গৈছে। মহামূল্যৱান বস্তু স্বৰূপে সেইবোৰ মৌৰ্য্য ৰাজ-ভঁৰালত সঞ্চয় কৰা হৈছিল।

আহোমসকলৰ দেশ শাসন প্ৰণালী আৰু বুৰঞ্জী সাহিত্য এই দুয়োৰেও সৰ্ব্বভাৰতীয় ক্ষেত্ৰত উচ্চস্থান লাভ কৰিছে।